মনীষা প্ৰকাশ
গুৱাহাটী—৯

প্ৰথম প্ৰকাশ
জুন, ১৯৭৩


বেটুপাত
ত্ৰৈলোক্য দত্ত

মূল্য
ছয় টকা

মুদ্ৰক
চিটী প্ৰিন্টাৰ্ছ
মাছখোৱা
গুৱাহাটী—৯

যুগৰ ধুমুহাত বাৰুকৈয়ে ক্ষতিগ্ৰস্ত
প্ৰতিজন অসমীয়াৰ হাতত
এই লিখকৰ
'কেৰ্কেটুৱাৰ বাঁহপাতৰ ভেটী'

"কোনো এটা জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাক বুকুৰে আঁকোৱালি ধৰি থাকে, তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সঁচাৰ কাঠীটি নাপায়।"

## মোৰ একোষাৰ

প্ৰথমেই কৈ লৈছোঁ, 'অসমীয়া' মোৰ কোনো গবেষণা গ্ৰন্থ নহয়; অথবা ই কোনো গতানুগতিক ঐতিহাসিক গ্ৰন্থও নহয়। এটা সুপ্ৰাচীন জাতিৰ বিস্তীৰ্ণ ইতিহাসৰ গতিধাৰা অনুধাৱনৰ ই মাথোন এটি সামান্য প্ৰয়াস; অথবা ই হয়তো মই জন্ম লাভ কৰা ভাৰতৰ বিশেষ জাতীয় গোটটোৰ ইতিহাস বা বুৰঞ্জীৰ বিশাল ক্ষেত্ৰত বিচৰণৰ সামান্য প্ৰচেষ্টা মাথোন। ইয়াত মই কোনো মৌলিকত্বৰ দাবী কৰা নাই বা কৰিব বিচৰা নাই। মোৰ পূৰ্ব্ব-সুধীসকলে অসমৰ একালৰ আদিত্যৰ দৰে ভাস্বৰ ইতিহাসৰ যি-য'ত মণি-মুকুতা উদ্ধাৰ কৰি আমাৰ আগত ৰাখি থৈ গৈছে, তাকেই বাচি-বিচাৰি লৈ মই মাথো এধাৰ মালা গুথিবৰ প্ৰয়াস কৰিছোঁ। অৱশ্যে তাকে কৰিবলৈ যাওঁতে মই সততে মোৰ নিজা চিন্তা-চৰ্চ্চা আৰু ধ্যান-ধাৰণাৰে আগবাঢ়িবৰ চেষ্টা কৰিছোঁ। নাজানো, এই কামত মই কিমানদূৰ কৃতকাৰ্য্য হৈছোঁ বা কিমানদূৰ পৰিশ্ৰম কৰিব পাৰিছোঁ। বিশেষ, ই যেতিয়া মোৰ প্ৰথম গ্ৰন্থ, ইয়াত ভুল-ভ্ৰান্তি বা আঁসোৱাহ থাকি যোৱাটোৱেই স্বাভাৱিক।

দ্বিতীয়তে, ই মোৰ কোনো দেশপ্ৰেম বা জাতি-প্ৰেমৰ 'বোধন-মন্ত্ৰ'ও নহয়। কিয়নো, আধুনিক বিশ্বত দেশ বা জাতিপ্ৰেমৰ সেইবিধ মন্ত্ৰ নিসন্দেহে এক অচল বস্তু। অন্ততঃ মই এই বুলিয়েই বিশ্বাস কৰোঁ। সেইবুলিয়েই নতুন বিশ্বত কোনো কাৰো শাসন-শোষণৰো যে বলি হব নালাগে বা নোৱাৰে, সেই সম্পৰ্কেও মই সন্দেহৰ অতীত। গতিকেই চকুৰ আগতে মই জন্ম পোৱা জাতীয় গোটটোৱে, অসমৰ অসমীয়া খিনিয়ে, অসমৰ বাটে-পথে, হাতে-বজাৰে, অফিচে-কাছাৰীয়ে অইনৰ শাসন-শোষণৰ বলি হোৱাটোও মোৰ অসহ্য বোধ হয়।

সেয়েই, সেই বেদনা বোধতেই হয়তো অৱশেষত এই গ্ৰন্থৰ জন্ম—অসমীয়াৰ দুখ আৰু দুৰ্দ্দশাৰ করুণ ইতিহাসৰ জন্ম....মোৰ 'অসমীয়া'ৰ জন্ম....।

অসমীয়া

# ঋণ আৰু কৃতজ্ঞতাৰ দু-আষাৰ

যিসকল সুধী পুৰুষৰ ৰচনা আৰু চিন্তা-চৰ্চ্চাৰ ওচৰত এই লিখক ঋণী, তেওঁলোক হ'ল যথাক্রমে,—গুণাভিৰাম বৰুৱা, চাৰ ই-এ-গেইট, ৰায়বাহাদুৰ কনকলাল বৰুৱা, ডঃ বাণীকান্ত কাকতি, ডঃ সূৰ্য্য কুমাৰ ভূঞা, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, কৃষ্ণনাথ শৰ্ম্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, মহাদেৱ শৰ্ম্মা, ডিম্বেশ্বৰ নেওগ, বেণুধৰ শৰ্ম্মা, ডঃ সুনীতি কুমাৰ চেটাৰ্জ্জী, ডঃ সুকুমাৰ সেন, ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰী, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা, হেম বৰুৱা, খনীন চন্দ্ৰ বৰুৱা, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, অম্বিকা চৰণ সৰকাৰ, ভবেন নাৰ্জ্জি, নগেন্দ্ৰ নাথ বৰুৱা আৰু আশিস সান্যাল প্ৰভৃতি।

যিসকল লোকৰ উৎসাহ-উদগনিয়ে এই গ্ৰন্থ ৰচনাত সহায় কৰিছে তেওঁলোক হ'ল যথাক্রমে, তাৰিণী কান্ত বৰুৱা (অধ্যক্ষ), মধুসূদন ওজা, ভবানন্দ ডেকা, ভূপেন সিং, নবীন চন্দ্ৰ শৰ্ম্মা, পুণ্ডৰীকাক্ষ ভৰালী আৰু জ্যোতিষ চন্দ্ৰ দত্ত। ইয়াৰ উপৰিও বিভিন্নজনে বিভিন্ন ক্ষেত্ৰত, বিশেষকৈ কবি বন্ধু দিনেশ গোস্বামী, বন্ধু প্ৰফুল্ল শৰ্ম্মা, লাইব্ৰেৰীয়ান বীৰেন্দ্ৰ নাথ শৰ্ম্মা, প্ৰিয় ছাত্ৰ যতীন দাস আৰু মোৰ সৰু ভাই নিৰঞ্জন, সদানন্দ আৰু দেৱকুমাৰ আদিয়ে সহায় কৰিছে যথেষ্ট। কিন্তু যি দুজনাৰ অবিহনে এই কিতাপৰ ৰচনা আৰু প্ৰকাশ হয়তো কেতিয়াও সম্ভৱ হৈ নুঠিলহেঁতেন, তেওঁলোক নিসন্দেহে মোৰ বহু স্বপ্ন আৰু বহু বিফলতাৰ লগৰী জোচনা আৰু মোৰ সকলো সম্পদ–সকলো বিপদৰ বন্ধু নাৰায়ণ গোস্বামী। সদৌ শেহত, এই গ্ৰন্থক ছপাশালৰ মেৰ-পাকৰ মাজেদি পোহৰলৈ লৈ অহাৰ পথত সহায় কৰিছে ক্ৰমে--ৰমণী, কাকতি, কন্দৰ্প, যোগেন, জিতেন আৰু দুলু প্ৰভৃতি চিটী প্ৰিণ্টাৰ্ছৰ কৰ্ম্মীবৃন্দই।

এই লিখক নিসন্দেহে উপৰোক্ত আটাইৰে ওচৰত কম-বেছি পৰিমাণে ঋণী আৰু কৃতজ্ঞ।

# প্ৰাক্-ইতিহাস ঃ আদি মানৱ

আজিৰ পৰা লক্ষ লক্ষ বছৰ দূৰ অতীতৰ কথা। আমি বাস কৰা এই পৃথিবীৰ উপৰিভাগ তেতিয়াও গোট মাৰি সুস্থিৰ হৈ উঠাগৈ নাছিল। আজিৰ ভাৰতৰ হিমালয় পৰ্ব্বত অঞ্চল তেতিয়াও 'টেথিচ' নামক এক প্ৰাগ্-ঐতিহাসিক মহাসমুদ্ৰৰ অতলতলীত। সেই তেতিয়াই, উক্ত 'টেথিচ' সাগৰৰ পূব আৰু পশ্চিমৰ উপকূল স্বৰূপে কাশ্মীৰ আৰু অসমৰ পাৰ্ব্বত্য এলেকাসমূহৰ হেনো সৃষ্টি হৈছিল; আৰু ভাৰতৰ ভিতৰতে এই দুই অঞ্চলে তেনেই সুপ্ৰাচীন অঞ্চল হিচাবে খ্যাতি লাভ কৰিব পাৰিছিল।

তাৰ পিছত আহক, পৃথিবীৰ বুকুত উদ্ভিদ আৰু জীৱ-জন্তুৰ বিকাশৰ বুৰঞ্জী; আৰু তাৰো পিছত পৃথিবীৰ বুকুত আদিম মানৱৰ বিকাশ আৰু তাৰ বিস্তৃতিৰ সুদীৰ্ঘ বুৰঞ্জী বা ইতিহাস।

বিশ্বৰ বুকুত আদিম মানৱে ক'ত প্ৰথমে জন্ম লাভ কৰিলে, অথবা কোন কোন ঠাইত সিহঁতে বসতি বিস্তাৰ কৰিলে, তাৰ খতিয়ান আমাৰ এই গ্ৰন্থৰ বিষয়বস্তু নহলেও, এই কথা ঠিক যে, বিশ্বৰ আদিম মানৱৰ এটা ঠালে ভাৰতৰ সুপ্ৰাচীন অঞ্চল এই অসমৰো পাৰ্ব্বত্য অঞ্চলত বিচৰণ কৰিছিল। তেওঁলোকে নিশ্চয় সেই প্ৰাগ্-ঐতিহাসিক যুগৰ গাৰোপাহাৰৰ দক্ষিণ-পশ্চিমলৈ থকা 'লোহিত সাগৰ'ৰ পাৰত সাগৰীয় প্ৰাণী আৰু বন্য জন্তু—উভয়ৰে চিকাৰৰ সুচল থকা 'ৰং-ৰাম' অঞ্চলত কিছু

কালৰ কাৰণে বাস কৰিছিল ; যাৰ সাক্ষীস্বৰূপে উক্ত অঞ্চলত নৃতাত্ত্বিক পণ্ডিতসকলক আশ্চৰ্য্য কৰি আজি অসমীয়াৰ প্ৰাগ্-ঐতিহাসিক সভ্যতাৰ বুৰঞ্জী কৰলৈ অসংখ্য শিলৰ অস্ত্ৰ-শস্ত্ৰ বা হাতিয়াৰৰ দ'ম আমাৰ আগত ওলাই পৰিছে।

পণ্ডিতসকলৰ মতে অসমৰ এই পাৰ্ব্বত্য অঞ্চলত বা লোহিত সাগৰৰ পাৰত যি সময়ত এই আদিম মানৱে বিচৰণ কৰিছিল, ভাৰত-বৰ্ষত সেই সময়ত কাশ্মীৰ আৰু গোদাবৰী উপত্যকাতহে মানুহৰ ভৰিৰ খোজ পৰিছিল বুলি সাক্ষী পোৱা যায়। তাৰ বাদে ভাৰতৰ অইন ঠাইত তেতিয়াও মানুহৰ জন্ম বা বসতি সম্ভৱ হোৱাগৈ নাছিল হেনো!

প্ৰাগ্-ঐতিহাসিক যুগৰ আদিম মানৱৰ এটি ঠালক কোলাত আশ্ৰয় দি পোনপ্ৰথমবাৰৰ বাবে মাতৃত্বৰ গৌৰৱেৰে গৌৰৱী হোৱা ভাৰতৰ পূব প্ৰান্তৰ এই অনাদি জননী, অসম মাতৃ আই অসমীয়েই কত লক্ষ সন্তানক, কত লক্ষ আতুৰক, যুগে যুগে কোলাত আশ্ৰয় দি আপোন স্তনৰ উপৰিও, অন্ন-বস্ত্ৰৰ যোগান ধৰি দুবাহুৰ মৰমেৰে আঁকোৱালি ৰাখি আহিছে—তাৰ ইতিহাস আজি যেন প্ৰতিজন অসমীয়াৰ প্ৰাণত অনুভূত হৈছে।

## জুটুলা চুলিৰে নেগ্ৰিটোসকল

আদিম মানৱৰ পিছতেই আইৰ বুকুলৈ অহা দ্বিতীয়টি সন্তানৰ দল হেনো দক্ষিণৰ মহাসাগৰ অঞ্চলত বিচৰণ কৰি ফুৰা 'নেগ্ৰিটো' সকলৰ এটা ঠাল!

ঈগলৰ ঠোঁটৰ দৰে দীঘল নাক, জুটুলা চুলি আৰু সামান্য ক'লা ৰঙৰ গাৰ ছালেৰে এওঁলোক নিসন্দেহে আদিম মানৱ গোষ্ঠীতকৈ কেবাহাজাৰো বছৰ পিছতহে আহিছিল। কিয়নো ইতিমধ্যে এওঁলোকে সভ্যতাৰ স্তৰৰ কেইবাটাও খলপা বগাবলগীয়া হৈছিল ; আৰু অন্যান্য কথাৰ লগতে মহাসাগৰত বিচৰণ কৰি ফুৰিব পৰা নাও-ভুৰ আদিও সাজি উলিয়াব



জানিছিল। এই নাও বা ভুৰেৰেই তেওঁলোকে দক্ষিণৰ কোনোবা ঠাইৰ পৰা অসমত প্ৰবেশ কৰাৰ লগতে আন্দামান-নিকোবৰ-দ্বীপপুঞ্জৰ পৰা ফিজি পৰ্য্যন্ত, সমগ্ৰ প্ৰশান্ত মহাসাগৰীয় দ্বীপমালাতো বিয়পি পৰিছিল। পণ্ডিতসকলৰ মতে এছিয়া মহাদেশৰ বহুতো ঠাইত এওঁলোকেই হেনো মানৱ সভ্যতাৰ পোনপ্ৰথম ভেটি ৰচনা কৰে ; আৰু অসমৰ পাৰ্ব্বত্য জাতিসমূহৰ অনেকৰে মাজত এওঁলোকৰ সাঁচ আছে।

## মহাচীনৰ অষ্ট্ৰো-এছিয়াটিক

অসমী আইৰ বুকুলৈ আহি ব্যাপক আৰু বিস্তৃতভাৱে থিতাপি লোৱা মানুহ কিন্তু, মঙ্গোলীয় কৈদৰ অষ্ট্ৰিক বা অষ্ট্ৰো-এছিয়াটিক ভাষা-ভাষী লোকসকল।

এওঁলোক নেগ্ৰিটোসকলৰো অনেক পিছত আহে ; আৰু এওঁলোক অহা সময়ত ইতিমধ্যে অসমৰ পৰ্ব্বতলানিৰ মাজে মাজে ব্ৰহ্মপুত্ৰ নদীৰ দুয়ো পাৰে লোহিতৰ পৰা কৰতোৱা পৰ্য্যন্ত উপত্যকা অঞ্চল গঢ়ি উঠিছিল। অষ্ট্ৰিকসকল, নিসন্দেহে নেগ্ৰিটোসকলতকৈও অনেক উন্নত আছিল ; আৰু এওঁলোকে কৃষিৰ ওপৰত জীৱিকা নিৰ্ব্বাহ কৰিছিল। কৃষি নিৰ্ভৰ হোৱা হেতুকেই খুব সম্ভৱ এওঁলোকে অ'ত ত'ত সাৰুৱা মাটিৰ সন্ধানত ঘূৰি ফুৰিছিল ; আৰু সেয়েই এসময়ত তেওঁলোকে ব্ৰহ্মপুত্ৰ নদীৰ দুপাৰৰ প্ৰচুৰ পলসুৱা মাটিৰ সন্ধান পাই, এই দেশতো প্ৰৱেশ কৰে ; আৰু সময়ত প্ৰায় সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা ছানি পেলোৱাৰ উপৰিও বঙ্গ, বিহাৰ, উৰিষ্যা—আনকি মধ্যপ্ৰদেশৰ ছোটনাগপুৰ এলেকালৈকো বসতি বিস্তাৰ কৰিছিল।

অষ্ট্ৰিকসকল মূলতঃ হেনো দক্ষিণ-চীনৰ বাসিন্দা ; আৰু আনুমানিক ২০০০ খৃঃ পূঃৰ সময়ছোৱাতহে এওঁলোকে এই দেশত প্ৰৱেশ কৰে।

## প্ৰাক্-বৈদিক আৰ্য্যসকল

মন কৰিবলগীয়া যে, অষ্ট্ৰিকসকল পূব মূৰেদি এই দেশত প্ৰৱেশ কৰা সময়ছোৱাতেই, ভাৰতৰ পশ্চিম মূৰত আৰ্য্যসকলৰো এটা ঠাল—

বৈদিক আৰ্য্যসকল আহি উপস্থিত হয়। এওঁলোকেই বেদ-বেদাঙ্গৰ ৰচনাৰে ভাৰতৰ বুকুত এটি সাহিত্য-সংস্কৃতি তথা ধৰ্ম্মৰ ধাৰা প্ৰৱাহিত কৰি দিয়াৰ গৌৰৱ অৰ্জ্জন কৰে বাবে, পণ্ডিতসকলে এওঁলোকক বৈদিক আৰ্য্য হিচাবে চিনাকি দিছে।

কিন্তু, এওঁলোকৰ আগতেও আৰ্য্য জাতিৰ এটি শাখাই ভাৰতত প্ৰবেশ কৰিছিল আৰু এওঁলোকেই বাল্মীকিৰ আদি কাব্য ৰামায়ণৰ ঈশ্বৰ-পুৰুষ বা আদৰ্শ-পুৰুষ শ্ৰীৰামচন্দ্ৰৰ জন্ম দিছিল। খুব সম্ভৱ এওঁলোকেই হৰপ্পা আৰু মহেঞ্জোদাৰোত দ্ৰাৱিড়সকলৰ সতে সংঘৰ্ষত লিপ্ত হবলগীয়া হৈছিল।

এই বৈদিক আৰ্য্যসকলৰো আগৰ আৰ্য্য বা প্ৰাক্-বৈদিক আৰ্য্য সকল অষ্ট্ৰিকসকল এই দেশত প্ৰবেশ কৰাৰো আগৰে পৰা বিদেহ বা মিথিলা আৰু কোশল প্ৰভৃতি ঠাইসমূহত ৰাজ্য পাতি বসবাস কৰি আছিল।

অষ্ট্ৰিকসকল এই দেশত সোমাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ উপৰিও প্ৰাক্-বৈদিক আৰ্য্যসকলৰ ৰাজ্য বিদেহ বা মিথিলা পৰ্য্যন্ত অৰ্থাৎ আজিৰ উত্তৰ-বিহাৰৰ সীমালৈকে বিস্তৃত হৈ পৰাত আৰু এক সুন্দৰ কৃষি ভিত্তিক সভ্যতাৰ পাতনি তৰাত, উচ্চাভিলাষী প্ৰাক্-বৈদিক আৰ্য্যসকলৰ ৰাজ্য স্থাপনৰ দৃষ্টি নিশ্চয় দেশৰ এই পুব অঞ্চলৰ প্ৰতিও আকৰ্ষিত হ'ল; আৰু সেয়ে, শেহলৈ ৰজা কুশৰ চাৰি পুত্ৰৰ এজনা অমূৰ্ত্ত ৰাজাই এই দেশত পোনপ্ৰথম ৰাজ্য স্থাপনৰ সপোন ফলিয়াই অষ্ট্ৰিকসকলৰ 'পগৰ্-জুহ্-টিচ্' নামক ঠাইত প্ৰাগজ্যোতিষ নামক ৰাজধানী নগৰ স্থাপন কৰাৰ গৌৰৱ অৰ্জ্জন কৰে।

এই ঘটনাৰ পৰা আমি এই কথাৰে প্ৰমাণ পালোঁ যে বিশ্বৰ বিভিন্ন ঠাইৰ পৰা বিভিন্ন জাতি-উপজাতি ভাৰত অভিমুখে ধাৱিত হৈ পিছৰ ভাৰতীয় মহাজাতিৰ জন্ম সম্ভৱ কৰি তোলাৰ মুহূৰ্ত্ততেই, ভাৰতৰ পুব



প্ৰান্তৰ এই ব্ৰহ্মপুত্ৰৰ পাৰতো অষ্ট্ৰিকসকলৰ সতে আৰ্য্য অৰ্থাৎ প্ৰাক্-বৈদিক আৰ্য্যসকলৰ মিলন সম্ভৱ হ'ল; আৰু তেতিয়াৰে পৰাই ইয়াত আৰ্য্য-মঙ্গোল সভ্যতা-সংস্কৃতিৰ মহামিলনৰ আদি পৰ্ব্ব আৰম্ভ হ'ল। এই ঘটনা সম্ভৱ হৈছিল ভাৰত বুৰঞ্জীৰ ৰামায়ণৰ ঘটনাৱলীৰ সময়ত।

## তিব্বতবৰ্ম্মী ভাষা-ভাষীসকল

মঙ্গোলীয় অষ্ট্ৰিক আৰু প্ৰাক্-বৈদিক আৰ্য্যসকলৰ সমন্বয়ৰ ফলত ব্ৰহ্মপুত্ৰৰ উপত্যকা ভূমিত এটি সুমধুৰ সভ্যতা আৰু সংস্কৃতিয়ে নৱজন্ম লাভ কৰাৰ শুভ মুহূৰ্ত্তটিতেই এই দেশলৈ বুলি আৰু এটি নতুন ভাষা-পৰিয়ালৰ লোকো ঢাপলি মেলিবলৈ আৰম্ভ কৰে; ভাষাবিদ পণ্ডিত-সকলে যাক পিছলৈ তিব্বতবৰ্ম্মী ভাষা-ভাষী লোক বুলি প্ৰমাণিত কৰিছে।

এই তিব্বতবৰ্ম্মী ভাষা-ভাষী লোকসকল হ'ল আজিৰ অসমৰ সমূহ পাৰ্ব্বত্য অঞ্চলত বসতি কৰা লোকসমূহ (খাছী আৰু জয়ন্তীয়া সম্প্ৰদায়ৰ বাহিৰে) আৰু ভৈয়ামৰো বিস্তৃত জনজাতীয় লোকসকল। তিব্বতবৰ্ম্মী লোকসকল অসমলৈ উত্তৰৰ তিব্বত অঞ্চল আৰু পুবৰ ব্ৰহ্মদেশৰ পৰা ধাৰাবাহিকভাৱে ইচামৰ পিছত সিচামকৈ আহিছিল। এওঁলোক অসমত প্ৰবেশ কৰা সময়ত অসমৰ ব্ৰহ্মপুত্ৰৰ উপত্যকা অঞ্চল নিসন্দেহে অষ্ট্ৰিক আৰু প্ৰাক্-বৈদিক আৰ্য্যসকলেৰে ঠাহ খাই আছিল; সেয়ে ধাৰাবাহিক ভাৱে দলে দলে এই দেশত প্ৰবেশ কৰা দেশমাতৃৰ এই নতুন সন্তান চামে ব্ৰহ্মপুত্ৰৰ উপত্যকা অঞ্চলৰ মমতা এৰি ওচৰৰে উৰ্ব্বৰ গাৰোপাহাৰ, মিকিৰ পাহাৰ, কাছাৰ, ত্ৰিপুৰা পৰ্যন্ত বিয়পি পৰিছিল। এওঁলোকৰ এই দেশত প্ৰবেশৰ সময়ত আজিৰ বাংলাদেশৰ পুব আৰু দক্ষিণৰ অঞ্চল তেতিয়াও হয়তো লোহিত সাগৰৰ অতলতলীতেই পৰি আছিল; আৰু এওঁলোকে সেয়ে লোহিত সাগৰৰ পুব উপকূলৰ পাহাৰ অঞ্চলত সিচৰিত হৈ বসতি কৰিবলৈ লৈছিল।

তিব্বতবৰ্ম্মীসকলৰ পূবৰ ব্ৰহ্মদেশ অঞ্চলৰ পৰা অহা লোকসকলো সেইদৰেই অসম-ব্ৰহ্মদেশৰ সীমান্তৰ নগাপাহাৰ, মণিপুৰ আৰু লুচাই পাহাৰ অঞ্চলৰ পাৰ্ব্বত্য অঞ্চলত বসতি কৰিবলৈ লয়। কিছুমানে অৱশ্যে অষ্ট্ৰিক আৰু প্ৰাক্-বৈদিক আৰ্য্য অধ্যুষিত ব্ৰহ্মপুত্ৰৰ উপত্যকা বা ভৈয়াম অঞ্চলতো সোমাই পৰে ; আৰু তেওঁলোকৰ লগতেই মিলিজুলি একেলগে বসবাস কৰিবলৈ লৈ ব্ৰহ্মপুত্ৰ উপত্যকাত অষ্ট্ৰিক আৰ্য্যৰ লগতে তেওঁলোকৰো মিলনৰ সূত্ৰেৰে পিছৰ লুইতপৰীয়া সভ্যতা-সংস্কৃতিৰ ত্ৰিবেণীসঙ্গম ৰচনা কৰিবলৈ আৰম্ভ কৰে।

অসম মাতৃৰ উৰ্ব্বৰ উপত্যকা বা শ্যামল পৰ্ব্বতৰাজি তথা আই অসমীৰ চেনেহৰ হাতবাউলিত ইতিহাসৰ বিভিন্ন সময়ত, বিভিন্ন গোষ্ঠী বা দলত ভুক্ত হৈ এই দেশলৈ আহি থকা তিব্বতবৰ্ম্মী গোষ্ঠীৰ এই ন-সন্তানসকলৰ নিৰৱচ্ছিন্ন প্ৰৱাহ কিন্তু চলিয়েই থাকিল ; আৰু ধীৰে ধীৰে দেশৰ উত্তৰ সীমান্তৰ পাহাৰলানিও তেওঁলোকৰ বিভিন্ন দলে ছানি পেলোৱাৰ পিছত, পৰ্ব্বতৰ নামনি অঞ্চলতো তেওঁলোক সিচৰিত হৈ পৰিছিল।

## দক্ষিণৰ দ্ৰাৱিড়

ব্ৰহ্মপুত্ৰৰ পাৰত তথা ভাৰতৰ পূব প্ৰান্তৰ এই প্ৰাচীনতম ভূখণ্ডত অষ্ট্ৰিক-আৰ্য্য আৰু তিব্বতবৰ্ম্মীৰ সভ্যতা-সংস্কৃতিৰ ত্ৰিবেণীসঙ্গমৰ বিশাল বাৰিধাৰাৰ খৰস্ৰোতৰ যৌ লিখাৰ সময়ত, আমি ভাৰতৰেই সুপ্ৰাচীন, সুসভ্য দ্ৰাৱিড় জাতিৰ এই দেশত পদাৰ্পণৰ কথা যদিহে এবাৰো ভাবি নাচাও, তেনেহলে ভুল কৰা হব।

দ্ৰাৱিড়সকলৰ অসমত অন্তৰ্ভুক্তিৰ প্ৰশ্নটো লৈ পণ্ডিতসকল সততে একমতত উপনীত হব পৰা দেখা নাযায়। কিন্তু এই দেশৰ ইতিহাসৰ প্ৰাচীনত্ব, দেশৰ নানা জাতি-উপজাতি আৰু দেশত প্ৰচলিত নানা ধৰ্ম্ম আৰু বিশ্বাসৰ পৰম্পৰালৈ লক্ষ্য কৰি দ্ৰাৱিড়সকলৰো



যে এটা বিশিষ্ট শাখাই তেনেই সুপ্ৰাচীন কালতে এই দেশত প্ৰবেশ কৰিছিল বা আধিপত্য বিস্তাৰ কৰিছিল, সি ধ্ৰুপ।

## বৈদিক আৰ্য্যৰ প্ৰশ্নটো

তেনে বৈদিক আৰ্য্যসকল ?

বৈদিক আৰ্য্যসকলে ভাৰতৰ পশ্চিম সীমান্তৰ পথেদি ভাৰতত প্ৰবেশ কৰি আফগানিস্থান পাঞ্জাৱৰ সৰস্বতী আৰু দৃষদ্বতী নৈৰ পাৰত বসতি কৰি তেওঁলোকৰ নব আবিষ্কৃত দেশ ভাৰতৰ বিস্তৃত ভূভাগলৈ চকু দিয়াৰ সময়তেই দেশৰ পূব মূৰলৈ 'প্ৰাগজ্যোতিষ নামক' সুসভ্য ৰাজ্যক্ষেত্ৰৰ অৱস্থিতিৰ খবৰ পাইছিল। সেয়ে তেওঁলোকৰ চতুৰ্ব্বেদৰ পিচতে ৰচিত বিভিন্ন 'ব্ৰাহ্মণ গ্ৰন্থ'ত এই দেশৰ সপ্ৰশংস উল্লেখ আছে। 'ঐতৰেয় ব্ৰাহ্মণে' আনকি আৰ্য্যসকলৰ যজ্ঞৰ প্ৰধান উপাদান 'সোমলতা' জুপিও এই দেশৰ কোনো নগৰীৰ পৰা নিয়া বুলিহে উল্লেখ কৰিছে। যদি সেয়ে হয়, বৈদিক আৰ্য্যসকলৰ নিশ্চয় বেদ-ব্ৰাহ্মণৰ যুগৰে পৰা এই দেশৰ সতে যোগাযোগ আৰম্ভ হৈছিল।

শেহলৈ এই যোগাযোগ আৰু অধিক তীব্ৰতৰ হৈ উঠে, যেতিয়া ভাৰতবৰ্ষত দ্ৰাৱিড়, প্ৰাক্-বৈদিক আৰ্য্যকে ধৰি অষ্ট্ৰিক, তিব্বত-বৰ্ম্মী ভাষা-ভাষীসকলেও বৈদিক আৰ্য্যসকলৰ ধৰ্ম্ম বা সংস্কৃতি গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে। অসমত বৈদিক আৰ্য্যসকলৰ আগমনিৰ আভাস আমি নৰক-ভগদত্ত প্ৰভৃতি ৰজাসকলৰ দিনতেই পাওঁহঁক। এওঁলোকে বৈদিক আৰ্য্য, বিশেষকৈ ব্ৰাহ্মণসকলক এই দেশত বৈদিক ধৰ্ম্ম আৰু সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে আজিকালিৰ খৃষ্টান ধৰ্ম্মৰ মিছনেৰীসকলৰ দৰে নিয়োগ কৰিছিল। অধিক কি, সেই কালত বৈদিক-আৰ্য্য, বিশেষকৈ ব্ৰাহ্মণসকলে ভাৰতৰ মাটিত আবিষ্কাৰ কৰা এই নবলব্ধ বৈদিক ধৰ্ম্মৰ প্ৰচাৰকেই তেওঁলোকৰ পাৰ্থিৱ জীৱনৰ একমাত্ৰ উদ্দেশ্য বা ব্ৰত বুলি বিশ্বাস কৰিছিল ; আৰু তাৰ বাবে

জীৱন পৰ্য্যন্ত পাত কৰিছিল। গতিকেই, ৰজা নৰকৰ ৰাজত্ব কালত প্ৰাগজ্যোতিষলৈ অহা ঋষি বশিষ্ঠও আছিল, এই দেশলৈ বৈদিক ধৰ্ম্মৰ গৌৰৱধ্বজা কঢ়িয়াই অনা পোনপ্ৰথম বিশিষ্ট প্ৰবক্তা। মন কৰিবলগীয়া যে ৰজা নৰকৰ ৰাজধানীও আছিল, আজিৰ বশিষ্ঠাশ্ৰমৰ গাতে লাগি থকা চৌদিশে পাহাৰৰ দুৰ্গৰে আগুৰা 'দিছ' বা আজিৰ দিছপুৰ।

নৰক-ভগদত্তৰ দিনৰে পৰা সেইদৰেই ধাৰাবাহিকভাৱে এই দেশলৈ ৰজাসকলে বৈদিক ব্ৰাহ্মণসকলৰ আমদানি কৰিছিল ; আৰু তেওঁলোকেই পিছলৈ এই দেশৰ লুইতৰ পাৰতো বৈদিক ব্ৰাহ্মণ্য সংস্কৃতিৰ পোহাৰ মেলি এই দেশকো মহাভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ সতে নিকপ্‌কপীয়াকৈ বান্ধি পেলাবলৈ যত্ন কৰিছিল।

## প্ৰাচীন প্ৰাগজ্যোতিষৰ সীমা

হাজাৰ হাজাৰ বছৰ জুৰি আই অসমীৰ শ্যামল গিৰি-প্ৰান্তৰ আৰু উৰ্ব্বৰ উপত্যকাসমূহৰ চেনেহৰ হাতবাউলিত এইদৰেই পূব-পশ্চিম, উত্তৰ-দক্ষিণৰ পথেদি আদি মানৱ নেগ্ৰিটোকে ধৰি বিভিন্ন জন-গোষ্ঠীয়ে এই দেশ অভিমুখে গতি কৰি থকা সময়ছোৱাৰ অন্তৰালত দেশৰ ৰাজনৈতিক ইতিহাসেও আপোনাআপুনিয়েই ৰূপ লবলৈ আৰম্ভ কৰিছিল।

প্ৰসঙ্গক্ৰমে আমি আগতেই উল্লেখ কৰি আহিছো যে অষ্ট্ৰিকসকলে আহি এই দেশত ব্যাপক কৃষি-সভ্যতাৰ ভেটি প্ৰতিষ্ঠা কৰি দেশখনকে পোনপ্ৰথমবাৰৰ এটি বৰ্ণনাত্মক নাম দি লোৱাৰ সময়তেই ( পগৰ-জুহ-টিচ ওখ ওখ পাহাৰে আগুৰা ঠাই ) ৰাজনৈতিক আকাঙ্ক্ষাৰে আকাঙ্ক্ষিত ঈক্ষাকু বংশীয় কোঁৱৰ অমূৰ্ত্তৰাজাই পোনপ্ৰথম ইয়াত ৰাজ্য প্ৰতিষ্ঠা কৰে।

কোশল, বিদেহ—অৰ্থাৎ আজিৰ উত্তৰ প্ৰদেশ, উত্তৰ বিহাৰ অঞ্চলত সুখ্যাতি লাভ কৰা ঈক্ষাকুসকলে পিছত প্ৰাগজ্যোতিষ ৰাজ্যক্ষেত্ৰলৈকে তেওঁলোকৰ ৰাজ্যৰ সীমা বঢ়োৱাৰ কথাটোৱে সেই সময়ত অৰ্থাৎ



ৰামায়ণৰ ঘটনাৱলীৰ যুগত প্ৰাগজ্যোতিষৰ সীমা আজিৰ উত্তৰ-বিহাৰ অৰ্থাৎ বৰ্ত্তমানৰ কৌশিক বা কোশী নদীৰ পূব পাৰলৈকে এই ৰাজ্যৰ বিস্তৃতি থকাটোকে সূচায়।

## ৰামায়ণৰ ঘটনাৰ যুগ

অমূৰ্ত্তৰাজাৰ পিছত ঈক্ষ্বাকুসকলৰ আৰু কাৰ হাতলৈ এই ৰাজ্যভাৰ গ'ল, আজি আৰু আমাৰ হাতত তাৰ কোনো খতিয়ান পাবলৈ নাই। কিন্তু এইটো ঠিক যে, ইক্ষ্বাকুসকলৰ দৃষ্টান্ত অনুসৰিয়েই এই প্ৰাগজ্যোতিষৰে কোনো লুইতপৰীয়া অষ্ট্ৰিক বাহুবলী ডেকাই স্বদেশ আৰু স্বজাতিৰ ভাগ্য নিয়ন্ত্ৰণৰ ব্ৰত গ্ৰহণ কৰে ; আৰু ইতিহাসৰ দূৰ অতীতৰ সেই অতীৱ সুন্দৰ মুহূৰ্ত্তটোৰ লুইতপৰীয়া ডেকা হয়তো আছিল নিসন্দেহে 'মহীৰঙ্গ'—যাৰ নাম লৈ প্ৰাগজ্যোতিষৰ সুপ্ৰাচীন ৰাজধানী দিছপুৰৰ নিচেই ওচৰতে 'মইৰাঙ্ক' পাহাৰে আজিও দেশৰ অতীত ইতিহাসৰ সুকীৰ্ত্তি বৰ্ত্তমানৰ আত্মবিস্মৃত জাতিক অহৰ্ণিশে সোঁৱৰাব লাগিছে।

এই মহীৰঙ্গৰ পিছত হাটক, সম্বৰ, ৰত্ন, ঘটক প্ৰভৃতি আন ভালেকেইজন অষ্ট্ৰিক বংশীয় ৰাজপুৰুষে ভাৰতৰ প্ৰাচীনতম এই দেশ প্ৰাগজ্যোতিষৰ ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিছিল ; আৰু নিসন্দেহে দেশৰ বুকুত এক অষ্ট্ৰিক সভ্যতা আৰু সংস্কৃতিৰ ভেটি প্ৰতিষ্ঠা কৰি লৈছিল।

এনে সময়তেই আহক, আকো বিদেহ বা মিথিলাৰ পৰা একেই প্ৰাক্-বৈদিক-আৰ্য্যবংশীয় উচ্চাভিলাষী কোঁৱৰ নৰক। নৰকেই অষ্ট্ৰিক ৰাজপুৰুষ ঘটকৰ হাতৰ পৰা দেশৰ শাসন ভাৰ কাঢ়ি লৈ প্ৰাগজোতিষত প্ৰতিষ্ঠা কৰিলে এওঁলোকৰ প্ৰায় সুদীৰ্ঘ তিনি হাজাৰ বছৰীয়া প্ৰাক্-বৈদিক-আৰ্য্য তথা আৰ্য্য বা হিন্দু ৰাজ্য।

প্ৰাৱল্যই উক্ত ৰাজ-বংশক দ্ৰাৱিড়-বংশী বুলি ভাবিবলৈ ঠাই উলিয়াই দিয়ে। আনহাতে বাণৰ শোণিতপুৰৰ স্থপতি আৰু ভাস্কৰ্য্যৰ নিদৰ্শনো জানো কম ? ভাৰতত পোনপ্ৰথমবাৰৰ বাবে নাগৰিক বা পৌৰ সভ্যতাৰ পাতনি মেলা দ্ৰাৱিড়সকলৰ প্ৰাচীন সভ্যতাৰ স্থলী হৰপ্পা আৰু মহেঞ্জো-দাৰোৰ পতনৰ পিছত দক্ষিণলৈ ঢাপলি মেলাৰ সময়ছোৱাতে তেওঁলোকৰে এটা ঠাল বা শাখাই ভাৰতৰ পূৰ্ব্বাঞ্চলৰ এই প্ৰাচীনতম ভূ-ভাগলৈ সোমাই পৰা একো আচৰিত নহয়। শোণিতপুৰ বা তেজপুৰ শব্দ দুটিৰ 'পুৰ' শব্দাংশও মূলতঃ দ্ৰাৱিড় ভাষাৰ ; আনহাতে 'তেজ' অষ্ট্ৰিক মূলীয় শব্দ।

স্থপতি কলাত দ্ৰাৱিড়সকলেই ভাৰতত আগৰণুৱা। মন কৰিব-লগীয়া যে, যুধিষ্ঠিৰৰ 'ৰাজসূয়' যজ্ঞৰ সভাগৃহ সাজিবলৈকো দ্ৰাৱিড়ৰ 'ময়-দানৱকহে' প্ৰয়োজন হৈছিল ; যি সভাগৃহৰ স্ফটিকৰ মজিয়াত কৌৰৱ পক্ষৰ দুৰ্য্যোধন পিছলি পৰিছিল।

## কুণ্ডিলৰ ভীষ্মক

ভাৰত-যুদ্ধৰ সময়ছোৱাত বা ভগৱান কৃষ্ণৰ জীৱন-কালত, এই ৰাজ্যৰ পূব মূৰৰ আন এখন প্ৰখ্যাত ৰাজ্য কুণ্ডিল আৰু তাৰ প্ৰসিদ্ধ ৰজা ভীষ্মকৰ নাম পোৱা যায়। এই ভীষ্মকৰেই কন্যা কুণ্ডিল-কুঁৱৰী ৰুক্মিণী দেৱীৰ ভাগ্যত সুদূৰ দ্বাৰকাৰ অধীশ্বৰ ভগৱান শ্ৰীকৃষ্ণৰ প্ৰধানা-মহিষী হোৱাৰ সৌভাগ্য ঘটিছিল।

এইদৰেই দেখা যায়, যে ৰামায়ণৰ যুগত অমূৰ্ত্তৰাজা বা প্ৰথম জনা নৰকৰ পিছত, মহাভাৰতৰ ঘটনাৰ সময়ছোৱালৈ আৰ্য্য বা প্ৰাক্-বৈদিক আৰ্যসকলে এই দেশৰ একেবাৰে পূব মূৰলৈ বিয়পি পৰিছিল ; আৰু অ'ত ত'ত ৰাজ্য স্থাপন কৰি আৰ্য্য বা হিন্দু সভ্যতা আৰু সংস্কৃতিৰ ক্ৰমাৎ প্ৰসাৰ ঘটাইছিল। প্ৰাগজ্যোতিষৰ পূব প্ৰান্তৰ এই কুণ্ডিল বা আজিকালিৰ শদিয়া বা লোহিত সীমান্ত অঞ্চল



একালত যে হিন্দু সভ্যতাৰ ঘাই কেন্দ্ৰস্বৰূপ আছিল, সেই কথা আজিৰ মালিনী থান তথা লোহিত সীমান্তৰ খনন কাৰ্য্যত আবিষ্কৃত হোৱা নন তথ্যই উচ্চস্বৰে প্ৰমাণ কৰিব লাগিছে। ইয়াৰোপৰি চৰিত পুথিৰ ভৱানীপুৰীয়া গোপাল আতাৰ কলিতাদেশৰ বিবৰণ আৰু অসমৰ প্ৰতি গাৱেঁ-ভূঞে সিচৰিত হৈ থকা বিস্তৰ কলিতা জাতিৰ ইতিহাসতো আছেই। পণ্ডিতসকলৰ মতে, অসমৰ এই সুপ্ৰাচীন কলিতা জাতি তথা কলিতা দেশ, একালৰ এই ভীষ্মক প্ৰভৃতি প্ৰাক্-বৈদিক আৰ্য্যসকলৰেই উত্তৰাধিকাৰ।

প্ৰাগজ্যোতিষৰ পূবপ্ৰান্তৰ কুণ্ডিন বা কুণ্ডিলত ৰাজ্য পতা এই আৰ্য্যসকলে দেশৰ এই অঞ্চলতে সীমাবদ্ধ নাথাকি, পিছলৈ ব্ৰহ্মদেশ, শ্যাম, কম্বোডিয়া, ভিয়েটনাম পৰ্য্যন্ত প্ৰশান্ত মহাসাগৰৰ উপকূললৈকে ৰাজ্য বিস্তাৰ কৰিছিল ; আৰু এওঁলোকৰ অনেকৰে ৰাজবংশৰ গুৰি আছিল হেনো 'কুণ্ডিল ৰাজবংশ।'

এইদৰে, দূৰ অতীতৰ কোনো সোণোৱালী মুহূৰ্ত্তত, ভাৰতৰ আৰ্য্য বা হিন্দু সভ্যতা আৰু সংস্কৃতিয়ে সমগ্ৰ ভাৰতবৰ্ষ আঁকোৱালি লোৱাৰ উপৰিও, 'দূৰ-ভাৰত'তো বিয়পি পৰিছিল।

## ভাৰত-যুদ্ধৰ ভগদত্ত

অৱশেষত আহক, ভাৰত-যুদ্ধৰ প্ৰখ্যাত বীৰ প্ৰাগজ্যোতিষাধিপতি ভগদত্তৰ গৌৰৱোজ্জ্বল কীৰ্ত্তি-কাহিনী।

প্ৰাগজ্যোতিষাধিপতি ভগদত্তই তেওঁৰ সুসজ্জিত হস্তীবাহিনী আৰু 'কিৰাট'আৰু 'চীন' সৈন্যৰে গঠিত বিশাল সৈন্যবাহিনীৰে সৈতে ভাৰত যুদ্ধত কৌৰৱৰ ফলীয়া হৈ যুঁজ দিছিল। এই কিৰাট আৰু চীন-সকল আছিল নিসন্দেহে তেওঁৰ অষ্ট্ৰিক আৰু তিব্বতবৰ্মী প্ৰজাবৰ্গ। ভাৰত-যুদ্ধত ভগদত্তই কৌৰৱৰ ফলীয়া হৈ যুঁজ দিয়াৰ কাৰণ হয়তো তেওঁৰ ভনী বা দুহিতা ভানুমতীক দুৰ্য্যোধনলৈ বিয়া দিয়াৰ

ফলত হোৱা বৈবাহিক মিত্ৰতা। সেয়ে, বয়সত আলৰবৃদ্ধ আৰু পাণ্ডুৰাজৰ লগত ব্যক্তিগত বন্ধুত্ব থকা সত্বেও, তেওঁ পাণ্ডৱ পক্ষৰ বিপৰীতে থিয় দিবলগীয়া হৈছিল। অৱশ্যে মগধৰ অধিপতি জৰাসন্ধ আৰু ছেদিৰাজ শিশুপালৰ লগতে প্ৰাগজ্যোতিষৰ অধিপতি ভগদত্তয়ো দ্বাৰকাৰ অধিপতি শ্ৰীকৃষ্ণ আৰু তেওঁৰ সমৰ্থিত পাণ্ডৱ পক্ষৰ বিপৰীতে যুঁজ দিয়াতো, কোনো কোনো পণ্ডিতে ভবাৰ দৰে হব পাৰে।

যিয়েই নহওক, পাণ্ডৱ পক্ষৰ শ্ৰেষ্ঠ বীৰ অৰ্জ্জুনৰ বিপৰীতে আলৰবৃদ্ধ প্ৰাগজ্যোতিষাধিপতিয়ে সম্পূৰ্ণ সাত দিন যুঁজ কৰি অৱশেষত যুঁজত পৰিবলগীয়া হৈছিল।

দক্ষিণৰ লোহিত সাগৰৰ পাৰৰ আৰু উত্তৰৰ পাৰ্ব্বত্য অঞ্চলৰ পৰা সৈন্য সংগ্ৰহ কৰি বিশাল প্ৰাগজ্যোতিষ বাহিনী তৈয়াৰ কৰা ভগদত্তৰ ৰাজ্যও আজিৰ অসমৰ উপৰিও, আজিৰ উত্তৰ বঙ্গ, বাংলাদেশ আনকি নেপাল, ভূটান, চিক্কিম পৰ্য্যন্ত ৰাজ্যক্ষেত্ৰকো সামৰি লৈছিল বুলি পণ্ডিতসকলে মত পোষণ কৰে। প্ৰাগজ্যোতিষৰ উপৰিও আজিৰ বাংলাদেশৰ কোনোবাখিনিত লোহিত সাগৰৰ পাৰতো তেওঁৰ এটি সুৰম্য গ্ৰীষ্মবাস থকাৰ উল্লেখ আছে।

ভাৰত-যুদ্ধত ভগদত্তৰ পতনৰ লগে লগেই, এই দেশৰ পুৰাণ মহাকাব্যৰ যুগৰ গৌৰৱোজ্জ্বল সুদীৰ্ঘ অধ্যায়টোৰ হয়তো পৰিসমাপ্তি ঘটে ; আৰু ইতিহাস, স্বয়ং ইতিহাস এইবেলি তাৰ দ্যু-হাতত যুক্তি-প্ৰমাণৰ সমস্ত নথি-পত্ৰ লৈ আমাৰ আগত উপস্থিত হয়।

## ভাৰতীয় ইতিহাসৰ গতিধাৰাত

ভাৰত-যুদ্ধৰ পিছত ভাৰতবৰ্ষৰ ইতিহাস সাময়িকভাৱে নীৰৱ হোৱাৰ দৰে ভগদত্তৰ পিছৰ প্ৰাগজ্যোতিষৰ ইতিহাসো সাময়িকভাৱে নীৰৱ বা বিস্মৃত।



সেয়ে, ভাৰতৰ মধ্যদেশত পিছৰ কালত উদ্ভৱ হোৱা মহাবীৰ জৈন আৰু ভগৱান বুদ্ধৰ ধৰ্ম্মচক্ৰৰ প্ৰৱৰ্ত্তনৰ সময়ছোৱাত প্ৰাগজ্যোতিষ ক্ষেত্ৰত প্ৰৱাহিত হোৱা ধৰ্ম্মীয় বিপ্লৱৰ ফল্গুধাৰাৰ বিস্তৃত খবৰ আজি আমাৰ হাতত নাই। বৌদ্ধযুগৰ ভাৰতবৰ্ষৰ ষোল্লখন "মহাজনপদ"ৰ পৰা প্ৰাগজ্যোতিষ ক্ষেত্ৰক বাদ দি ৰখাৰ অৰ্থও হয়তো এয়েই যে সেই সময়ত এই দেশক নিসন্দেহে ভাৰতৰ পূৰ্ব্বাঞ্চলৰ এক স্বকীয় শক্তি হিচাবেহে পৰিগণিত কৰা হৈছিল।

গতিকেই পিছৰ কালৰ মগধৰ নন্দবংশৰ প্ৰতিষ্ঠাতা মহাপদ্ম নন্দৰ অভ্যুত্থান, বিম্বিসাৰ-শিশুনাগ-বংশৰ প্ৰতিষ্ঠা, চন্দ্ৰগুপ্ত মৌৰ্য্যৰ ঐতিহাসিক দিগ্বিজয় তথা অশোকৰ ধৰ্ম্মৰাজ্য স্থাপনৰ স্বপ্নৰ কালছোৱাতো প্ৰাগজ্যোতিষ ক্ষেত্ৰ আৰু প্ৰাগজ্যোতিষ শক্তি নিৰ্ব্বিকাৰ নিৰ্লিপ্তভাৱেই কালাতিপাত কৰিব পাৰিছিল হয়তো।

আনকি দিগ্বিজয়ী গ্ৰীক বীৰ আলেকজেণ্ডাৰে সমগ্ৰ পূব ইউৰোপ আৰু পশ্চিম এছিয়া বিজয় কৰি আহি অৱশেষত ভাৰতবৰ্ষৰ ঝিলম নদীৰ তীৰত উপস্থিত হোৱাৰ মুহূৰ্ত্ততো ভাৰতৰ পূব প্ৰান্তৰ এই প্ৰাগ-জ্যোতিষ শক্তিয়ে নিশ্চয় তিলমানো মূৰ ঘমাবলগীয়া হোৱাগৈ নাছিল।

কিন্তু, খৃষ্টজন্মৰ পিছৰে পৰা ই নিশ্চয় আকৌ আগৰ দৰেই ভাৰতৰ ৰাজনৈতিক, সাংস্কৃতিক আৰু ধৰ্ম্মীয় ইতিহাসখনৰ সৈতে ঘনিষ্ঠভাৱে সাঙোৰ খাই পৰিবৰ উপক্ৰম কৰে ; আৰু অৱশেষত ইতিহাসে তাৰ সমস্ত সাক্ষীবাদী লৈ জীৱন্ত ৰূপত আমাৰ আগত ধৰা দিয়েহি।

## ইতিহাসৰ বৰ্ম্মণ-বংশ

প্ৰাগজ্যোতিষৰ এই জীৱন্ত ইতিহাস আমি খ্ৰীষ্টিয় চতুৰ্থ শতিকাৰ পৰা ধাৰাবাহিকভাৱে পাব পাৰোঁ। চতুৰ্থ শতিকাৰ এই সময়ছোৱাত গুপ্তৰজা সমুদ্ৰগুপ্তই এলাহাবাদ শিলালিপিত এই দেশক অন্য নাম

"কামৰূপে"ৰে উল্লেখ কৰি এই দেশৰ ৰজাক 'প্ৰত্যন্ত নৃপতি' বুলি অভিহিত কৰিছে।

সমুদ্ৰগুপ্তৰ সমসাময়িক এই 'প্ৰত্যন্ত নৃপতি' আছিল ঐতিহাসিক সকলৰ মতে পুষ্যবৰ্ম্মণ। আনুমানিক ৩৫৫ খৃঃত এওঁ কামৰূপৰ ৰজা হয় আৰু এওঁলোকৰ ৰাজবংশকেই পিছলৈ বৰ্ম্মণ-বংশ হিচাবে জনা যায়। পুষ্যবৰ্ম্মণৰ পিছত সমুদ্ৰবৰ্ম্মণ, বলবৰ্ম্মণ, কল্যাণবৰ্ম্মণ প্ৰভৃতি প্ৰায় তেৰ-চৌধ্যজনা ৰজাই এওঁলোকৰ বংশত প্ৰায় সপ্তম শতিকাৰ মাজছোৱালৈকে ৰাজত্ব কৰে; আৰু আনুমানিক ৬৫০ খৃঃত এওঁলোকৰ বংশৰ শেষ ৰজা কামৰূপ গৌৰৱ ভাস্কৰবৰ্ম্মণৰ মৃত্যুৰ লগে লগে এই বংশৰ সামৰণি পৰে।

বৰ্ম্মণ-বংশৰ ৰাজত্ব-কাল কামৰূপ শক্তিৰ গৌৰৱৰ কাল; এই গৌৰৱে পৰিপূৰ্ণতা লাভ কৰে এওঁলোকৰ শেষ ৰজা কুমাৰ ভাস্কৰ-বৰ্ম্মণৰ দিনত। এওঁৰ দিনতেই চীন পৰিব্ৰাজক হিউৱেনচাং কামৰূপলৈ আহে; আৰু উত্তৰ ভাৰতৰ শিলাদিত্য-ৰাজা হৰ্ষবৰ্দ্ধনে পূব ভাৰতৰ অদ্বিতীয় শক্তি ভাস্কৰবৰ্ম্মণৰ সৈতে মিত্ৰতা কৰি সপ্তম শতিকাৰ গৌৰৱময় ভাৰতৰ ইতিহাসৰ সেই সোণালী যুগটি ৰচনা কৰে; যাৰ বিস্তৃত বিবৰণ চীনা পৰিব্ৰাজকজনাই সময়ে মচিব নোৱাৰা আখৰেৰে লিখি থৈ গৈছে। বৰ্ম্মণ–বংশৰ ৰজা ভূতিবৰ্ম্মণ আৰু ভাস্কৰবৰ্ম্মণে তেওঁলোকৰ শাসন কালৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক খবৰ যোগাব পৰা কেবাখনো তাম্ৰশাসন, চিল-মোহৰ আদি এৰি গৈছে; যিবোৰৰ পৰা সেই সময়ৰ বহুতো খবৰ দৰাচলতে পাব পাৰি। এইবোৰৰ উপৰিও, কুমাৰ-ৰাজা ভাস্কৰবৰ্ম্মণৰ বিষয়ে সংস্কৃত কবি বাণভট্টৰ "হৰ্ষচৰিত" আৰু হিউয়েনচাঙৰ বিখ্যাত টোকাতো আছেই।

বিভিন্ন চিলমোহৰ আৰু তাম্ৰশাসনৰ পৰা এই কথা নিশ্চিত ভাবে সাব্যস্ত হৈছে যে বৰ্ম্মণ–বংশ বা এই বংশৰ প্ৰতিষ্ঠাতা পুষ্যবৰ্ম্মণ—"শ্ৰীমান নৰকতনয়ো ভগদত্ত-বজ্ৰদত্তান্বয়ো"; অৰ্থাৎ প্ৰসিদ্ধ নৰক-ভগদত্তৰেই এওঁলোক বংশধৰ। নৰক-ভগদত্তৰ বংশধৰ হিচাবে এওঁলোকেও নৰক-ভগদত্তৰ ৰাজ্যখনৰেই অধীশ্বৰ আছিল; অৰ্থাৎ এওঁলোকৰ প্ৰায় আটাইকেইজনৰ দিনতেই ৰাজ্যৰ সীমা ত্ৰিপুৰা, শ্ৰীহট্টকে ধৰি আজিৰ সমগ্ৰ অসম অঞ্চল থকাৰ উপৰিও আজিৰ বাংলাদেশৰ ভালেখিনি আৰু প্ৰায় সমগ্ৰ উত্তৰ বঙ্গই এওঁলোকৰ ৰাজ্যৰ ভিতৰুৱা আছিল। সেয়ে এওঁলোকৰ বংশৰ ভালেকেইজন ৰজাই ৰাজপাটত উঠিয়েই দেশৰ এই অঞ্চলৰ একছত্ৰী অধীশ্বৰ হিচাবে "অশ্বমেধ যজ্ঞ" সমাধা কৰাৰ উল্লেখো তাম্ৰশাসনত আছে। এওঁলোকৰ এই গৌৰৱে চৰমসীমা পাইছিল, এওঁলোকৰ শেষ ৰজা ভাস্কৰবৰ্ম্মণৰ দিনত; যিয়ে গৌড় অঞ্চলত পোনপ্ৰথমবাৰৰ বাবে মূৰ দাঙি উঠা ৰজা 'শশাঙ্ক' ৰাজ্যচ্যুত কৰি ৰাজ্যৰ সীমা সুদূৰ নালন্দালৈকে বিস্তৃত কৰিছিল; আনকি তাম্ৰলিপ্তিৰ সমুদ্ৰপথো কামৰূপ শক্তিৰ অধীনলৈ আনিছিল। শশাঙ্কৰ ৰাজধানী গৌড়ৰ 'কৰ্ণসুৱৰ্ণ'ক ভাস্কৰবৰ্ম্মণৰ "বিজয়-শিবিৰ" হিচাবে ব্যৱহাৰ কৰিয়েই কুমাৰৰাজাই পিতামহ ভূতিবৰ্ম্মণে শ্ৰীহট্ট নগৰীত অজস্ৰ ভূ-সম্পত্তি দি বসতি স্থাপন কৰোৱা ব্ৰাহ্মণসকলৰ তামৰ ফলিকেইখন নতুনকৈ লিখোৱাইছিল। খুব সম্ভৱ এই 'কৰ্ণসুৱৰ্ণ'ৰ পৰাই কুমাৰৰাজাই চীনা পণ্ডিতজনা নালন্দালৈ অহাৰ কথা শুনি এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰকৈ কটকীযোগে পণ্ডিতজনাক কামৰূপলৈ পঠাবলৈ নিমন্ত্ৰণ আগবঢ়াইছিল; আৰু তাকে কৰিব নোৱাৰিলে নালন্দাৰ বৌদ্ধ-বিহাৰ ধূলিত লুণ্ঠিত কৰি দিব বুলি ভাবুকি দি সেই সময়ৰ নালন্দাৰ অধ্যক্ষ শীলভদ্ৰলৈ লিখিছিল।

বৰ্ম্মণ-বংশৰ যশস্যা আৰু গৌৰৱে যে সেই সময়ৰ সমগ্ৰ ভাৰত চোঁৱাই পেলাইছিল, তাৰ অন্য এটা উদাহৰণ হ'ল বলবৰ্ম্মণৰ কন্যা কামৰূপ জীয়ৰী "অমৃতপ্ৰভা"ৰ সুদূৰ কাশ্মীৰৰাজ মেঘবাহনৰ সৈতে স্বয়ম্বৰ; যাৰ সুকীৰ্ত্তি আৰু যশস্যাৰ কীৰ্ত্তনত কবি কল্হনৰ "ৰাজ-তৰঙ্গিনীও" পঞ্চমুখ। কাশ্মীৰৰ ইতিহাস তথা বৌদ্ধধৰ্ম্মৰ ইতিহাসতো

যি গৰাকী যশস্বী-কুঁৱৰীৰ স্থান কোনো গুণে কম নহয় ; এওঁলোকৰে পঞ্চম শতিকাৰ ৰজা কল্যাণবৰ্ম্মণে সুদূৰ চীনদেশলৈকো এই দেশৰ কটকী পঠাইছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে খ্ৰীষ্ট জন্মৰ কেবাশতিকাৰো আগৰ পৰা এই দেশৰ মাজেদিয়ে সুদূৰ পশ্চিমৰ ইউৰোপ-এছিয়াৰ দেশসমূহৰ লগত বেহা-বেপাৰৰ পথ আছিল। এই পথেদিয়েই সময়ে সময়ে চীনদেশৰ গীত-মাতো এই দেশলৈ আহিছিল। হিউৱেনচাঙৰ কামৰূপ ভ্ৰমণৰ সময়ত তেনে এটি গীত কামৰূপৰ মানুহৰ মুখে মুখে প্ৰচলিত আছিল হেনো! ৰজা ভাস্কৰবৰ্ম্মণৰ চীনা ভিক্ষুজনাৰ প্ৰতি আকৰ্ষণৰ ইও এটি ডাঙৰ কাৰণ। ইয়াৰ পিছতেই আহিছিল পূব ভাৰতৰ অধীশ্বৰ কুমাৰৰাজা ভাস্কৰবৰ্ম্মণ আৰু মধ্যভাৰতৰ অধিপতি শিলাদিত্য ৰজা হৰ্ষবৰ্দ্ধনৰ মিত্ৰতা আৰু সৌহাৰ্দ্দ্যৰ ভাৰত বুৰঞ্জীৰ এই সময়ছোৱাৰ সোণালী অধ্যায়টো।

## দেৱবৰ্ম্মণৰ শালস্তম্ভ বংশ

বৰ্ম্মণ-বংশৰ পিছত আহক শালস্তম্ভ বংশ। চিৰকৌমাৰ্য্যব্ৰতী কুমাৰৰাজা ভাস্কৰবৰ্ম্মণৰ সুদীৰ্ঘ ৰাজত্বৰ (৫৯৪-৬৫০) অন্ত পৰাত সিংহাসনৰ উত্তৰাধিকাৰিত্বৰ প্ৰশ্ন লৈ নিশ্চয় ৰাজ্যত কিছু গুণা-গঁথাৰ সৃষ্টি হৈছিল আৰু অৱশেষত ভাস্কৰবৰ্ম্মণৰ বিস্তৃত সাম্ৰাজ্যৰ পশ্চিম মূৰৰ নালন্দা অঞ্চলৰ ভাৰপ্ৰাপ্ত বৰ্ম্মণ-বংশৰেই দেৱবৰ্ম্মণে কামৰূপৰ মূল সিংহাসনৰ ভাগ্য নিয়ন্ত্ৰণৰ ভাৰ গ্ৰহণ কৰিছিল। দেৱবৰ্ম্মণ নিসন্দেহে শৌৰ্য্যশালী পুৰুষ আছিল ; আৰু এই শৌৰ্য্য-বীৰ্য্যৰ স্বীকৃতি হিচাবেই তেওঁ "শালস্তম্ভ" ৰজা বুলিও পৰিচিত হৈছিল। মন কৰিবলগীয়া যে কামৰূপীয় বীৰ ৰজাজনে নিজৰ শক্তিৰ তুলনাও দেশৰ বিখ্যাত শালগছজোপাৰ লগতহে কৰিছিল।

দেৱবৰ্ম্মণৰ পিছত এই বংশৰ বিগ্ৰহস্তম্ভ, পালক প্ৰভৃতি ৰজা



কামৰূপৰ সিংহাসনলৈ আহে। শালস্তম্ভ বংশৰ ৰজাসকলে ইমান দিনে তেওঁলোকৰ পূৰ্ব্বপুৰুষ বৰ্ম্মণ-বংশৰ ৰজাসকল, বিশেষকৈ ভাস্কৰ-বৰ্ম্মণৰ বিশাল সাম্ৰাজ্যকেই হয়তো পালি-পাচি খাবলৈ চেষ্টা কৰি আহিছিল। কিন্তু এওঁলোকৰ পিছতেই আহিল এই বংশৰ তথা সমগ্ৰ কামৰূপৰ ইতিহাসৰেই শ্ৰেষ্ঠতম শক্তিশালী ৰজা হৰ্ষদেৱ, হৰ্ষবৰ্ম্মণ বা শ্ৰীহৰ্ষ।

আনুমানিক ৭২৫ খ্ৰীষ্টাব্দত এওঁ কামৰূপৰ ৰজা হয়। ৰাজপাটত উঠিয়েই এওঁ ৰজা ভাস্কৰৰ বিশাল কামৰূপ সাম্ৰাজ্যৰ পৰিধি অধিক বিস্তৃত কৰাৰ সপোন দেখে আৰু অচিৰেই কামৰূপৰ উপৰিও "গৌড়-ওড্ৰ-কলিঙ্গ-কোশল"ৰো অধীশ্বৰ হৈ কামৰূপ সাম্ৰাজ্যৰ পশ্চিমৰ সীমা আজিৰ অন্ধ্ৰপ্ৰদেশৰ পৰা উত্তৰ প্ৰদেশলৈকে বিস্তৃত কৰি সমগ্ৰ পূব আৰু মধ্যভাৰতৰো অধীশ্বৰ হৈ পৰে।

অষ্টম শতিকাৰ এই প্ৰাৰম্ভিক কালত ৰজা শ্ৰীহৰ্ষৰ দিনত কামৰূপ শক্তিৰ গৌৰৱ-ৰবি যেন মধ্যাহ্নৰ আকাশত ; আৰু নিসন্দেহে ই সমগ্ৰ পূব আৰু মধ্যভাৰতৰ একক আৰু অদ্বিতীয় শক্তিত পৰিণত হৈছিল। আনহাতে আজিৰ চুবুৰীয়া বঙ্গদেশ তেতিয়া সামগ্ৰিক ভাৱে কেইবাশতিকাও জুৰি কামৰূপ শক্তিৰ নিয়ন্ত্ৰণত আছিল। অধিক কি ৰজা ভাস্কৰবৰ্ম্মণৰ দিনৰ 'শশাঙ্কৰ' পিছত দ্বিতীয়বাৰৰ বাবে মূৰ দাঙিবৰ প্ৰয়াস কৰা ৰজা "গোপালে" তেতিয়াও বঙ্গৰ ৰাজনৈতিক আকাশত ভুমুকি মৰাহি নাছিল।

এই বংশৰ আন এগৰাকী প্ৰখ্যাত ৰজা আছিল হৰ্জ্জৰবৰ্ম্মণ। যিজনাৰ ৰাজত্বৰ সমৃদ্ধি আৰু শ্ৰীবৃদ্ধিৰ কালতেই কামৰূপত প্ৰাগ-জ্যোতিষৰ উপৰিও অন্য এখন সমৃদ্ধ ৰাজধানী নগৰ 'তেজপুৰ'—বাণ ৰজাৰ শোণিতপুৰৰ ভগ্নাৱশেষৰ ওপৰত শাৰী শাৰী অট্টালিকা আৰু বিতোপন পুষ্কৰিণীসমূহৰ সৈতে সজাই তোলা হৈছিল। হয়তো সুবিস্তৃত সাম্ৰাজ্যৰ উত্তৰ আৰু পূব অঞ্চলৰ পোনপটীয়া শাসনৰ সুবিধাৰ্থেই ৰজা হৰ্জ্জৰবৰ্ম্মণে খ্ৰীষ্টিয় নৱম শতিকাৰ প্ৰথমাৰ্দ্ধত এই

দ্বিতীয় ৰাজধানীখনৰ পৰিকল্পনা হাতত লৈছিল।

হৰ্জ্জৰবৰ্ম্মণৰ পিছত বনমালবৰ্ম্মণ, বলবৰ্ম্মণ প্ৰভৃতি আন ভালেকেইজন ৰজা কামৰূপৰ প্ৰখ্যাত সিংহাসনলৈ আহিছিল। এওঁলোকৰ বংশৰ শেষ ৰজা আছিল খুব সম্ভৱ ত্যাগসিংহ। ত্যাগসিংহৰ অপুত্ৰক অৱস্থাত মৃত্যু হৈছিল। সেয়ে দেশৰ অমাত্যবৰ্গই সুপ্ৰাচীন তেওঁলোকৰ দেশখনৰ গৌৰৱময় সিংহাসনৰ উত্তৰাধিকাৰিত্বৰ বাবে নৰক-ভগদত্তৰ বংশৰেই আন এটি ঠালৰ 'ব্ৰহ্মপাল' নামৰ এজনাক যোগ্য বিবেচনা কৰি ৰজা নিৰ্ব্বাচন কৰিছিল।

## ব্ৰহ্মপালৰ পালবংশ

ফলত, কামৰূপৰ সিংহাসনলৈ এইবেলি আহিল ব্ৰহ্মপাল প্ৰতিষ্ঠিত 'পালবংশ'। কামৰূপৰ ভাগ্যাকাশৰ এই ঘটনা ঘটে আনুমানিক ৯৯০ খ্ৰীষ্টাব্দত; অৰ্থাৎ খ্ৰীষ্টীয় প্ৰথম সহস্ৰকৰ পৰিসমাপ্তিৰ সময়ছোৱাত।

দেশৰ সামাজিক ইতিহাসৰ এই সময়ছোৱা ধৰ্ম্মীয় উত্থান-পতনৰ সময়। হিন্দুৰ শৈৱ, শাক্ত আৰু বৌদ্ধধৰ্ম্মৰ হীনযান, বজ্ৰযান আদি বিভিন্ন পন্থাৰ সনা-পোতকাৰ ফলত ধৰ্ম্মৰ ক্ষেত্ৰখন তেতিয়া ধুঁৱলি-কুঁৱলী। কামৰূপ-কামাখ্যাত তেতিয়া তন্ত্ৰ-মন্ত্ৰৰ ভিৰ। এনে এটা অস্থিৰ অৱস্থাই দেশৰ ৰাজশক্তিৰ ওপৰতো প্ৰভাৱ বিস্তাৰ নকৰাকৈ নাথাকিল। ফলত, দেশৰ অমাত্যবৰ্গই যোগ্যতম বুলি বিবেচনা কৰা ৰজা ব্ৰহ্মপালে ৰাজসিংহাসন গ্ৰহণ কৰাৰ কিছু বছৰ পিছতেই পুত্ৰ ৰত্নপালৰ হাতত ৰাজ্যভাৰ গটাই দি নিজে ধৰ্ম্মকাৰ্য্য আনকি ধৰ্ম্মপ্ৰচাৰতহে একাণপতীয়াকৈ লাগি গ'ল। এনে পৰিস্থিতিত দেশৰ ইতিহাসৰ ভাগ্যত স্বাভাৱিকতে যিটো ঘটে, সুদীৰ্ঘ তিনি হাজাৰ বছৰজোৰা কামৰূপ সাম্ৰাজ্যৰ ভাগ্যাকাশতো সেয়ে ঘটিল। পালৰজা ব্ৰহ্মপালৰ ৰাজ্যপ্ৰাপ্তিৰ লগে লগেই



কামৰূপৰ গৌৰৱ-ৰবি যেন লাহে লাহে লহিয়াবলৈ আৰম্ভ কৰিলে।

ব্ৰহ্মপালৰ পিছত এই বংশৰ ৰত্নপাল, গোপাল প্ৰভৃতি ভালেকেইজনা ৰজাই কামৰূপৰ সিংহাসনত বহিছিল। এওঁলোকৰে ৰত্নপালে প্ৰাগজ্যোতিষ নগৰীৰ উত্তৰ পাৰলৈ আজিৰ উত্তৰ গুৱাহাটী অঞ্চলত "দুৰ্জ্জয়া" নামৰ এখনি নতুন নগৰীৰ আধাৰ প্ৰতিষ্ঠা কৰিছিল; যিখন নগৰী পিছলৈ এই বংশৰ সৰ্ব্বশ্ৰেষ্ঠ ৰজা ধৰ্ম্মপালে সম্পূৰ্ণ কৰি তুলিছিল।

ধৰ্ম্মপাল আনুমানিক ১০৯৫ খ্ৰীষ্টাব্দত ৰাজপাটত উঠিছিল। ৰাজপাটত উঠিয়েই তেওঁ কামৰূপ সাম্ৰাজ্যৰ দূৰৱৰ্ত্তী অঞ্চল যেনে উত্তৰবঙ্গৰ পুণ্ড্ৰৱৰ্দ্ধন আৰু দক্ষিণৰ শ্ৰীহট্ট, ত্ৰিপুৰালৈকো "অম্বুধি-মেখলয়া" ৰাজ্যক্ষেত্ৰৰ ওপৰত নিজৰ প্ৰভুত্ব বিস্তাৰ কৰি শেষবাৰৰ বাবে কামৰূপ সাম্ৰাজ্যৰ গৌৰৱ আৰু সমৃদ্ধি বৃদ্ধি কৰিছিল। ৰজা ধৰ্ম্মপাল নামে-কামে ধৰ্ম্মপাল আছিল; তেওঁৰ দিনত শেষবাৰৰ বাবে সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ প্ৰজাবৰ্গই যেন সুখ আৰু শান্তি-সমৃদ্ধিৰ শীতল ছাঁত জিৰাবলৈ পাইছিল। সাহিত্য-সংস্কৃতি তথা বিভিন্ন ধৰ্ম্মৰ উদাৰ পৃষ্ঠপোষকতাৰ লগতে এইজনা ৰজাই অনেক ব্ৰাহ্মণ-সজ্জনকো নানা ঠাইত ভূ-সম্পত্তি দি বসতি স্থাপন কৰোৱাইছিল। সেই সময়ৰ কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্গত, অথচ আজিৰ উত্তৰবঙ্গই সামৰি লোৱা দিনাজপুৰ অঞ্চলতো শ্ৰাৱস্তীৰ কোনো ব্ৰাহ্মণক ৰজা ধৰ্ম্মপালে ভূ-সম্পত্তি দান কৰিছিল।

আনুমানিক ১১২০ খ্ৰীষ্টাব্দত এইজনা গুণী, জ্ঞানী, উদাৰমনা ৰজাৰ মৃত্যু হয়। এওঁৰ মৃত্যুৰ লগে লগেই বোধকৰো পূবে সুদূৰ কুণ্ডিল বা শদিয়াৰ পৰা পশ্চিমে দিনাজপুৰলৈকে বিস্তৃত, বিশাল কামৰূপ সাম্ৰাজ্যৰ বাঘজৰী ধৰি ৰাখিবলৈ যোগ্য উত্তৰাধিকাৰৰ অভাৱ হ'ল; আৰু দেশৰ অ'ত, ত'ত প্ৰান্তীয় শক্তিসমূহে মূৰ দাঙি উঠিবলৈ অৱকাশ পালে।

পালবংশৰ শেষ ৰজা হয়তো জয়পাল; আৰু আনুমানিক ১১৩৮ খ্ৰীষ্টাব্দত এওঁৰ মৃত্যুৰ লগে লগেই সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ গৌৰব-ৰবি একেবাৰে সন্ধিয়াৰ আকাশত আহি থিত ললে।

## সংস্কৃতিৰ মহাসঙ্গম

ইমানপৰে আমি ভাৰতবৰ্ষৰ পূব প্ৰান্তৰ এই প্ৰাচীনতম মানৱ-তীৰ্থ প্ৰাগজ্যোতিষ কামৰূপৰ ৰামায়ণ, মহাভাৰতৰ নৰক-ভগদত্তৰ যুগৰে পৰা খ্ৰীষ্টজন্মৰ পিছৰ বৰ্ম্মণ, শালস্তম্ভ আৰু পালবংশৰ প্ৰসিদ্ধ হিন্দু ৰজাসকলৰ ৰাজত্বৰ প্ৰায় সুদীৰ্ঘ তিনি হাজাৰ বছৰীয়া ইতিহাসৰ গতিধাৰাৰ মূল সূঁতিকেইটা মাত্ৰ অনুধাৱন কৰিবলৈ প্ৰয়াস কৰিলোঁ। ইতিহাসৰ এই সুদীৰ্ঘ কালছোৱাত, ভৌগোলিকভাৱে মহাচীন আৰু তিব্বতৰ ঠিক তলতে অৱস্থিত অথচ ব্ৰহ্মদেশীয় গিৰি উপত্যকাসমূহ চুই থকা আৰু দক্ষিণলৈ ভাৰত মহাসাগৰৰ বিশাল বাৰিধাৰালৈকে বিস্তৃত আৰু ৰাজনৈতিক-সাংস্কৃতিকভাৱে পশ্চিমৰ ভাৰতবৰ্ষৰ সৈতেও গভীৰ ভাৱে সাঙোৰ খাই থকা, দেশৰ এই অঞ্চলৰ সুপ্ৰাচীন মানৱতীৰ্থলৈ অনাদি কালৰ পৰাই কেনেদৰে বিভিন্ন দিশৰ পৰা অসংখ্য জনস্ৰোত আহি দেশমাতৃকাৰ বুকু ওপচাই পেলালে, তাক লক্ষ্য কৰিলো আৰু দেখিলো, কেনেদৰে আদিমানৱ অধ্যুষিত এই তীৰ্থলৈ ক্ৰমে নেগ্ৰিটো, অষ্ট্ৰিক, প্ৰাক্-বৈদিক, বৈদিকআৰ্য্য, দ্ৰাৱিড় আৰু তিব্বতবৰ্ম্মীসকল ধাৰাবাহিকভাৱে আহিল; আৰু এই দেশকেই সকলোৱে ধীৰে ধীৰে নিজ দেশ বুলি গ্ৰহণ কৰিলে। অৱশেষত তেওঁলোকৰ ভাষা-কৃষ্টি আৰু ধৰ্ম্মৰ সংমিশ্ৰণ আৰু সমন্বয়েৰে পিচলৈ লুইতপৰীয়া ভাষা-সংস্কৃতিৰ জন্ম সম্ভৱ কৰি তুলিলে।

লুইতৰ পাৰত, (যি নদীৰ নামো অষ্ট্ৰিকসকলেই দিছিল) অষ্ট্ৰিক আৰু প্ৰাক্-বৈদিক আৰ্য্যসকলৰ আদিম সংসৰ্গৰ ফলস্বৰূপেই হয়তো আজিৰ আমাৰ জাতীয় জীৱনৰ ঘাই উৎসৱ 'বিহু', আৰু



ইয়াৰ বিভিন্ন আনুষ্ঠানিকতাসমূহ, যেনে বহাগ বিহুত দৈৱজ্ঞ বা জ্যোতিষীৰ হতুৱাই গ্ৰহ-ফল চোৱা; কাতি বিহুত পথাৰ, তুলসী তলত চাকি দিয়া, আকাশবন্তি লগোৱা; আৰু মাঘ বিহুত মেজি পোৱা, কণী যুঁজোৱা আদিৰ সূচনা হ'ল। আজিৰ লুইতৰ পাৰৰ প্ৰধান তীৰ্থক্ষেত্ৰ নীলাচল পাহাৰৰ কামাখ্যা মূলতঃ অষ্ট্ৰিকসকলৰ আছিল; আনহাতে পূবৰ চিত্ৰাচল পাহাৰৰ নৱগ্ৰহ বা গ্ৰহপূজাৰ প্ৰচলন আছিল প্ৰাক্-বৈদিক আৰ্য্যসকলৰ। এই গ্ৰহপূজা বা গ্ৰহ গণনাৰ ঐতিহ্য অনুসৰিয়েই হয়তো ইতিহাসে চুকি নোপোৱা কোনো আদিম মুহূৰ্ত্ততেই অষ্ট্ৰিকৰ "পগৰ্-জুহ্-টিচ্" (পাহাৰে আগুৰা ঠাই) শেহলৈ "প্ৰাগজ্যোতিষ" (গ্ৰহ গণনাৰ ঠাই) লৈ ৰূপান্তৰিত হৈছিল।

এইদৰেই আৰম্ভ হ'ল, লাওতু বা লৌহিত্যৰ তীৰত মানৱ সভ্যতাৰ প্ৰাৰম্ভিক স্তৰটোৰ যতমানে সমন্বয় বা সামিল-মিলৰ সুমধুৰ কাহিনীমালা; যি কাহিনীৰ সূত্ৰ বা আঁত বিচাৰি আজি হয়তো লুইতপৰীয়া শত পণ্ডিত বা গৱেষকৰ পাণ্ডিত্যাভিমান তথা গৱেষণাও নিৰুপায়! মাথো নিৰুপায়!!

আমি আগতেই উল্লেখ কৰি আহিছো যে, অষ্ট্ৰিকসকলেই এই দেশৰ বিভিন্ন নৈ, উপনৈ, ঠাইৰ নাম দি লৈ এই দেশত—বিশেষকৈ এই দেশৰ নামনি অঞ্চলত আৰু ধীৰে ধীৰে গঙ্গা-বঙ্গ অঞ্চলতো বিয়পি পৰাৰ সময়ছোৱাতেই তেওঁলোক প্ৰাক্-বৈদিক আৰ্য্যসকলৰ সংস্পৰ্শলৈ আহিছিল; আৰু পৰস্পৰৰ মাজত ভাষা, কৃষ্টি তথা ধৰ্ম্মীয় বিশ্বাস পৰম্পৰাৰো আদান-প্ৰদানৰ ইতিহাস আৰম্ভ হৈছিল। এই সময়তেই পণ্ডিতসকলৰ মতে, তেওঁলোক দক্ষিণৰ দ্ৰাৱিড়-সকলৰো সংস্পৰ্শলৈ আহিছিল। ইতিহাসৰ সেই সুপ্ৰাচীন মুহূৰ্ত্ততে ভাৰতৰ এই পূবপ্ৰান্তত আৰ্য্য অষ্ট্ৰিকৰে সৈতে দ্ৰাৱিড় সংস্কৃতিৰো মহামিলন সম্ভৱ হৈ উঠিছিল। আজিৰ অসমৰ আনকি অসম-বঙ্গৰ মাৰৈ বা মনসা-পূজাও মূলতঃ দ্ৰাৱিড়ৰ 'মাঞ্চমা'ৰে ৰূপান্তৰ মাথোন।

ইয়াৰ পিছতেই ব্ৰহ্মপুত্ৰ উপত্যকাত আহি উপস্থিত হৈছিলহি

বৈদিক আৰ্য্যসকলৰ ধৰ্ম্ম আৰু সংস্কৃতি ; যি ধৰ্ম্ম আৰু সংস্কৃতিকে শেষলৈ সমগ্ৰ ভাৰতৰ অষ্ট্ৰিক, দ্ৰাৱিড়, আনকি প্ৰাক্-বৈদিক আৰ্য্য-নিৰ্ব্বিশেষে সকলোৱে নিজৰ ধৰ্ম্ম আৰু সংস্কৃতি বুলি নিৰ্ব্বিচাৰে গ্ৰহণ কৰিবলৈ আগ বাঢ়ি আহিছিল। গতিকে একালৰ সৰস্বতী আৰু দৃষদ্বতী নদীৰ পাৰত বৈদিক আৰ্য্যসকলৰ কল্পনা আৰু মনীষাত ধৰা দিয়া বিশ্বৰ প্ৰাচীনতম ধৰ্ম্মীয় অভিজ্ঞতাৰ জোৱাৰে সেই সময়ৰ সমগ্ৰ ভাৰতবৰ্ষৰ লগতে প্ৰাগজ্যোতিষকো উটুৱাই লৈ গৈছিল।

এনে সময়তে আহক তিব্বতবৰ্ম্মীসকলো ; এওঁলোকৰ যিখিনি উপত্যকাৰ অন্যান্যসকলৰ লগত সোমাই পৰিল, তেওঁলোকো বৈদিক আৰ্য্যধৰ্ম্মৰ এই প্ৰবল জোঁৱাৰৰ পৰা আঁতৰি থাকিব নোৱাৰিলে। যিসকল উপত্যকা অঞ্চলত ঠাই নেপাই দূৰ পৰ্ব্বতত আশ্ৰয় লব-লগীয়া হ'ল, তেওঁলোকহে দৰাচলতে ভাৰতীয় জীৱনৰ তথা ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই মূল প্ৰবাহৰ পৰা আঁতৰি থাকিবলৈ সক্ষম হ'ল।

## ভাষা কামৰূপীৰ জন্ম

ব্ৰহ্মপুত্ৰ উপত্যকাত বা লুইতৰ পাৰত, এইদৰেই অৱশেষত বৈদিক আৰ্য্যসকলৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ ধাৰা ধাৰাবাহিকভাৱে প্ৰবাহিত হবলৈ আৰম্ভ কৰাৰ লগে লগে অ-বৈদিক-আৰ্য্য অধ্যুষিত এই অঞ্চললৈ বৈদিক আৰ্য্যসকলৰ ধৰ্ম্ম আৰু সংস্কৃতিৰ ভাষা 'সংস্কৃতো' আহি পৰিল, আৰু ক্ৰমে ই এই অঞ্চলৰ ৰাজহুৱা জীৱনৰ ভাষা হিচাবে স্বীকৃতি লাভ কৰিলে। দেখা যায় যে পিছৰ কালত ই সমগ্ৰ ভাৰতৰ দৰেই প্ৰাগ-জ্যোতিষ কামৰূপৰ হিন্দুৰজাসকলৰো সুদীৰ্ঘ কালৰ ৰাজকীয় বা শাস-কীয় ভাষা হিচাবে পৰিগণিত হ'ল। শেহলৈ, বৈদিক ধৰ্ম্ম সংস্কৃতিৰ লগতে বৈদিক শিক্ষা-পদ্ধতিৰো এই দেশত প্ৰচলন হোৱাত, বেদ-উপনি-ষদ তথা কাব্য-মহাকাব্যৰ ভাষা সংস্কৃতেই সহস্ৰাধিক বছৰ জুৰি এই



দেশৰ বিভিন্ন জনগোষ্ঠীৰ জনমানসত থিতাপি ললে। ফলত বিশ্বৰ সকলো সংস্কৃতিৰ ভাষাৰ ক্ষেত্ৰত সচৰাচৰ যিটো ঘটে, ভাৰতত বৈদিক আৰ্য্যসকলৰ "ভাষা"ৰ ক্ষেত্ৰতো সেয়ে ঘটিল। ধৰ্ম্ম-সংস্কৃতি আৰু শিক্ষাৰ ধ্বজা লৈ ই যিমানে বিভিন্ন ঠাই আৰু বিচিত্ৰ জনগোষ্ঠীৰ মাজলৈ গ'ল, সিমানে ই ৰূপ সলালে : ৰং সলালে ; আৰু কালক্ৰমত ঠাইবিশেষে ই ন ন ৰূপ আৰু ৰং লৈ একো একোটি স্বকীয় ভাষা হিচাবে মূৰ দাঙি উঠাৰ দৰে কামৰূপতো ই নিজস্ব ৰূপ ললে।

বৈদিক-আৰ্য্য ভাষাৰ নিজঘৰ আফগানিস্থান, পাঞ্জাব বা পিছৰ উত্তৰাত্যৰ পৰা একান্ত দূৰবৰ্ত্তী প্ৰাগজ্যোতিষ কামৰূপৰ বিচিত্ৰ জনগোষ্ঠীৰ মাজত বা মুখত এই ভাষাই ৰূপ সলাবলৈ বৰ বেছি দিন নালাগিল। বিচিত্ৰ ভাষা-ভাষী জনগোষ্ঠীয়ে খলক লগোৱা এই লুইতৰ পাৰত তেনেই সুপ্ৰাচীন কালতেই আৰ্য্য ভাষাৰ অন্যতম দুহিতা 'কামৰূপী'ৰ জন্ম সম্ভৱ হৈ উঠিল। এই 'কামৰূপী'য়ে খ্ৰীষ্টিয় প্ৰথম সহস্ৰকৰ কালছোৱাতেই বিভিন্ন ৰজাৰ শিলালিপি, তাম্ৰলিপিৰ মাজেদি সাময়িক ভাৱে আত্মপ্ৰকাশ কৰি, অৱশেষত পালৰজাসকলৰ ৰাজত্ব কালত, খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকত ভৰি দিয়াৰ মুহূৰ্ত্ততেই ধৰ্ম্মীয় চিন্তাচৰ্চ্চা তথা 'দোহা-গীত'ৰ ভাষা হিচাবে আত্মপ্ৰতিষ্ঠা লাভ কৰিবলৈকো সমৰ্থ হ'ল। লগে লগেই সম্ভৱ হৈ উঠিল লুইত তথা ব্ৰহ্মপুত্ৰৰ দুপাৰত অতীতৰ বিচিত্ৰ, বিচ্ছিন্ন যত জাতি-জনগোষ্ঠীৰ ভাষিক-সাংস্কৃতিক আনকি নৃতাত্ত্বিক পাৰ্থক্যসমূহৰ সু-উচ্চ প্ৰাচীৰো ভাঙি দি নৱলব্ধ ভাষা 'কামৰূপী'ৰ শকত বান্ধোনেৰে এক,— মাথো এক লুইতপৰীয়া জাতি গঠনৰ চিৰসুন্দৰ স্বপ্নৰ প্ৰতিশ্ৰুতি .......।

মন কৰিবলগীয়া যে, সপ্তম শতিকাৰ আগছোৱাতেই কামৰূপত ভৰি দিয়া হিউৱেনচাঙে কামৰূপৰ ভাষা মধ্য-ভাৰতৰ ভাষাতকৈ 'কিছু পৃথক' হিচাবে দেখা পাইছিল ; আনকি সেই সময়তেই ভাস্কৰবৰ্ম্মণৰ 'নিধনপুৰ তাম্ৰশাসন'ৰ 'অক্ষৰ খোদক' কামৰূপীয় (অসমীয়া) 'কলীয়া'ৰ জন্ম

হৈছিল। গতিকেই মধ্য-ভাৰতৰ বিপৰীতে পূব-ভাৰতৰ এই পৃথক ভাষাই ভাস্কৰবৰ্ম্মণ আনকি তেওঁৰো আগৰ পৰাই ক্ৰমে পৃথক হৈ হৈ অৱশেষত দেশৰ এই অঞ্চলৰ স্বকীয় ভাষা 'কামৰূপী'ৰ জন্ম সম্ভৱ কৰি তুলিছিল। কালক্ৰমত ই পূবে শদিয়াৰ পৰা পশ্চিমে দিনাজপুৰলৈকে বিস্তৃত সাম্ৰাজ্যৰ চৌদিশে বিভিন্ন শাখা-প্ৰশাখা মেলি আগবাঢ়ি গৈ আছিল ; যি ভাষাৰ উপভাষা স্বৰূপে আজিৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ উজনি-নামনিৰ ভাষাৰ উপৰিও মণিপুৰ, কাছাৰ, বাংলাদেশৰ ৰংপুৰ-মৈমনসিং আৰু উত্তৰবঙ্গৰ কোচবিহাৰ, জলপাইগুৰি, দাৰ্জিলিং প্ৰভৃতি জিলাৰ ভাষাসমূহো অন্তৰ্ভুক্ত হৈছিল। পালৰজাসকলৰ ৰাজত্বৰ সময়ছোৱাত দশম-একাদশ-দ্বাদশ শতিকাৰ এই 'কামৰূপী'ৰেই ভাটী অঞ্চলৰ উপভাষা এটিত সহজীয়া বৌদ্ধসিদ্ধসকলৰ সাধনাৰ অঙ্গস্বৰূপ 'বৌদ্ধ গান আৰু দোহা'সমূহ ৰচনা কৰি এই ভাষাৰ পোনপ্ৰথম সাহিত্যিক প্ৰতিষ্ঠা সম্ভৱ কৰি তুলিছিল।

তেনে কামৰূপী তথা অসমীয়া ভাষাৰ বিস্তৰ 'গীতি-সাহিত্য'ৰ বোৱঁতী সূতিটো ?

খুব সম্ভৱ, সপ্তম শতিকা বা তাৰো আগৰ পৰাই কামৰূপৰ এই 'পৃথক-ভাষা'ৰ মৌখিক গীতি-সাহিত্য, সাধুকথা বা বচন-সমূহৰ (ডাকৰ বচন, প্ৰবচন আদি) জন্ম সম্ভৱ হৈছিল। হিউৱেনচাঙে কামৰূপৰ বাটে-পথে চীনা কাহিনীৰ অৱলম্বনত ৰচিত হোৱা 'বীৰ-গাঁথা' এই কামৰূপী ভাষাতেই শুনিছিল হয়তো! তাৰে পিছতেই আহিছিল 'কমলা কুঁৱৰী', 'মণিকোঁৱৰ, 'ফুলকোঁৱৰ'ৰ গীতৰ অন্তহীন বুৰঞ্জী।

এইখিনিতেই আমি কামৰূপৰ গুণী, জ্ঞানী আৰু বিদ্যোৎসাহী ৰজাসকলে সেই সময়ৰ ভাৰতবৰ্ষত প্ৰৱৰ্ত্তিত সংস্কৃত ভাষা আৰু সাহিত্য চৰ্চ্চাৰ প্ৰতি আগবঢ়োৱা উদাৰ পৃষ্ঠপোষকতাৰ কথা উল্লেখ নকৰিলে, এই প্ৰসঙ্গ অসম্পূৰ্ণ হৈ ৰ'ব। এই কথা নকলেও চলে যে সমগ্ৰ ভাৰতৰ



প্ৰাচীন কালৰ হিন্দুৰজাসকলৰ দৰেই, কামৰূপৰ হিন্দুৰজাসকলৰো ৰাজভাষা আছিল অনেক কাল জুৰি সংস্কৃত। তেওঁলোকৰ ন্যায়-নীতি পত্ৰ-সন্দেশৰ লগতে, তেওঁলোকৰ বিভিন্ন ৰজাৰ সকলো তামৰ ফলি, শিলালিপি আনকি মুদ্ৰা-মোহৰৰ ভাষাও আছিল সংস্কৃত। স্বাভাৱিকতে তেওঁলোকৰ শিক্ষা-দীক্ষা আৰু কাব্য-সাহিত্যৰ চৰ্চ্চাৰ ভাষাও আছিল সংস্কৃত। এই সংস্কৃত বা সংস্কৃত কবি কালিদাস, বাণভট্ট আদিৰ কাব্যই আনকি তেওঁলোকৰ অনেকৰে তাম্ৰশাসনৰ ভাষাকো প্ৰভাৱান্বিত কৰিছিল। পণ্ডিতসকলৰ মতে কবি বিশাখাদত্তৰ 'মুদ্ৰাৰাক্ষস' নামৰ সংস্কৃত নাটো কামৰূপৰাজ অৱন্তীবৰ্ম্মণ বা দেৱবৰ্ম্মণৰ পৃষ্ঠপোষকতাতহে ৰচিত হৈছিল। এওঁৰেই উত্তৰপুৰুষ ৰজা শ্ৰীহৰ্ষই ৰত্নাৱলী নামৰ সংস্কৃত গ্ৰন্থখন ৰচনা কৰিছিল। ইয়াৰ উপৰিও প্ৰাচীন কামৰূপত ৰচিত সংস্কৃত ভাষাৰ অসংখ্য জ্যোতিষ, আয়ুৰ্ব্বেদ, গণিত, ন্যায়, স্মৃতি প্ৰভৃতি বিষয়ৰ গ্ৰন্থ আজিও আবিষ্কৃত হৈয়েই আছে। ঐতিহাসিক পণ্ডিত কনকলাল বৰুৱাই তেনে এখন মহামূল্যবান ন্যায়শাস্ত্ৰ, অৰ্থাৎ কামৰূপীয় আইনৰ শাস্ত্ৰ সম্ভৱতে লোপ পোৱাৰ বাবে গভীৰ আক্ষেপ কৰিছিল। সংৰক্ষণ আৰু পৃষ্ঠপোষকতাৰ অভাৱত তেনে কত পুথি যে আজি লোপ পালে তাৰ সঠিক হিচাব হয়তো নিৰ্ণয় কৰা কঠিন। হাতীৰ চিকিৎসা বিষয়ক 'হস্ত্যায়ুৰ্ব্বেদ' গ্ৰন্থৰ হেনো পোনপ্ৰথম এই দেশতেই ৰচনা কৰা হৈছিল। এই হস্ত্যায়ুৰ্ব্বেদ গ্ৰন্থৰ ৰচক আছিল 'পালকাপ্য' নামে কোনো অষ্ট্ৰিক গোষ্ঠীৰ মুনি। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে অষ্ট্ৰিকসকলেই পোনপ্ৰথমে কামৰূপ তথা ভাৰতত বনৰ বনৰীয়া হাতীক পোহ মনাই ঘৰচীয়া কৰিবলৈ আৰু তাৰ যাৱতীয় চিকিৎসাদি কৰিবলৈ শিকিছিল। কোনে জানে হয়তো সেয়েই আজিৰ অসমীয়া জাতিয়ে সচিত্ৰ 'হস্তীবিদ্যাৰ্ণৱ' গ্ৰন্থৰ নিচিনা আপুৰুগীয়া সম্পদৰ গৌৰৱ কৰিব পৰাৰ উপৰিও, প্ৰচুৰ 'মাউতৰ গীত'ৰো অধিকাৰী হব পাৰিছে।

বৰ্ম্মন, শালস্তম্ভ বংশৰ পিছতে পালবংশৰ ৰজাসকলৰ ৰাজত্ব কালো এই ক্ষেত্ৰত কোনো গুণে কম নাছিল। এই যুগৰ তাম্ৰশাসনে পালৰজা স্বয়ং পুৰন্দৰ পালকেই 'সুকৱি' আৰু ৰজা ধৰ্ম্মপালক 'কবি চক্ৰৱাল-চুড়ামণি' বুলি উল্লেখ কৰিছে। এওঁলোকৰ প্ৰথমজনাই 'নীতি-কুসুম' নামক এখন সংস্কৃত গ্ৰন্থ আৰু আনজনাই তেওঁৰ 'পুষ্প-ভদ্ৰা শাসন'ৰ প্ৰথম আঠোটা শ্লোক ৰচনা কৰাৰ উল্লেখ পোৱা যায়। আনহাতে এওঁলোকৰ দিনতেই প্ৰখ্যাত শাক্ত পণ্ডিত অভিনৱগুপ্তই 'তন্ত্ৰালোক' 'তন্ত্ৰসা'ৰ প্ৰভৃতি তান্ত্ৰিক-গ্ৰন্থ ৰচনা কৰাৰ উপৰিও মীন-নাথ, মৎস্যেন্দ্ৰনাথ, গোৰক্ষনাথ প্ৰভৃতিয়ে পিছৰ কালৰ বিস্তৰ কামৰূপীয় তান্ত্ৰিক-সাহিত্যৰ জন্ম দিয়ে; যি সাহিত্যৰ ঢৌৱে কামৰূপৰ উপৰিও, সুদূৰ বঙ্গ-বিহাৰ, উৰিষ্যা আনকি নেপাল-তিব্বতকো ঢৌৱাই পেলাইছিল। এই সময়ছোৱাতেই ৰচিত আন কেইখনমান প্ৰখ্যাত গ্ৰন্থ হ'ল যথাক্ৰমে খ্ৰীষ্টীয় দশম শতিকাৰ ৰজা ধৰ্ম্মপালৰ দিনৰ 'কালিকাপুৰাণ' আৰু দ্বাদশ শতিকাৰ 'যোগিনী-তন্ত্ৰ' আৰু 'হৰ-গৌৰী-সংবাদ' প্ৰভৃতি ঐতি-হাসিক-সামাজিক তথ্যসমৃদ্ধ অধুনাপ্ৰখ্যাত গ্ৰন্থ।

## প্ৰাচীন কামৰূপৰ ধৰ্ম্মৰ ধাৰা

প্ৰসঙ্গক্ৰমে এইখিনিতেই প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপৰ মাজেদি বিভিন্ন যুগত প্ৰবাহিত হোৱা 'ধৰ্ম্মৰ ধাৰা'টোৰ কথাও আংশিকভাৱে হলেও, অনুধাৱন কৰিবৰ চেষ্টা কৰাটো অযুগুত নহব।

প্ৰাচীন প্ৰাগজ্যোতিষ ক্ষেত্ৰত অনাদিকালৰে পৰা অষ্ট্ৰিক-আৰ্য্য-তিব্বত-বৰ্ম্মী বিভিন্ন জাতিৰ বিশ্বাস আৰু পৰম্পৰাই উখল-মাখল লগো-ৱাৰ কথা আমি ঠাইবিশেষে উল্লেখ কৰি আহিছো। এই ক্ষেত্ৰৰ মাজেদিয়ে মঙ্গোলীয় অষ্ট্ৰিক তথা প্ৰশান্ত মহাসগৰীয় অঞ্চলৰ বিশ্বাস-পৰম্পৰাৰ ঢৌ ভাৰতবৰ্ষৰ আৰ্য্য-ধৰ্ম্মত প্ৰবেশ কৰাৰ লগতে, মূল ভাৰতৰ আৰ্য্য আৰু দ্ৰাবিড়ৰ ধৰ্ম্ময়ো এই ক্ষেত্ৰত হয়তো সময়ত লুটিবাগৰ খাইছে।



আনহাতে বৈদিক-আৰ্য্যৰো আগৰ প্ৰাক্-বৈদিক-আৰ্য্যসকলৰ ধৰ্ম্ম আৰু বিশ্বাসৰ প্ৰশ্নতো আছেই। কোনো কোনো পণ্ডিতে আনকি ইমানলৈকো কব খোজে যে প্ৰাচীন প্ৰাগজ্যোতিষ দৰাচলতে প্ৰাচীন ইৰাণীয় ধৰ্ম্ম-সভ্যতাৰ সৈতে মিল থকা প্ৰাক্-বৈদিক-আৰ্য্যসকলৰ এটি শাখাৰ উপনিবেশ মাথো আছিল। তেওঁলোকেই তেনেই প্ৰাচীন কালতেই এই দেশত 'সূৰ্য্য' আৰু 'অগ্নি' পূজাৰ প্ৰচলন কৰিছিল হেনো! যাৰ সাক্ষী স্বৰূপে আজিও তেজপুৰ (দহ পৰ্ব্বতীয়া), গোৱালপাৰা (শ্ৰীসূৰ্য্য), প্ৰভৃতি ঠাইত বিভিন্ন সূৰ্য্য-মন্দিৰে ভৱিষ্যতৰ কোনো গৱেষকৰ এধান-মানিৰ নৰমৰ হাতবুলনিৰ আশাত বুকু উদঙাই পৰি আছে। আন-হাতে, অসমীয়াৰ জাতীয় উছৱ বিহুৰ বিভিন্ন আনুষ্ঠানিকতাতো দেশৰ ইতিহাসৰ এই হেৰাই যোৱা অধ্যায় এটিৰ সুস্পষ্ট ছাপ থকাৰ উমান পোৱা যায়। প্ৰাচীন কামৰূপৰ বিস্তৰ 'সূৰ্য্যবিপ্ৰ' সমাজৰো (বিক্ৰমাদিত্যৰ নৱৰত্নৰ এজনা বৰাহমিহিৰো যাৰ প্ৰতিনিধি বুলি কোৱা হয়) প্ৰাচীনত্ব আৰু পৰিচয়, এই ক্ষেত্ৰত নিশ্চয় বিচাৰ্য্য বিষয়।

যিয়েই নহওক, পুৰাণ-ইতিহাসেও ঢুকি নোপোৱা কালৰে পৰা এই দেশৰ লুইতৰ পাৰত বিভিন্ন-বিছিন্ন জাতি-গোষ্ঠীৰ ধৰ্ম্মীয় চিন্তা আৰু ধ্যান-ধাৰণাৰ যে সনা-পোতকা আৰম্ভ হৈছিল, সি ঠিক। উদাহৰণ স্বৰূপে, ৰজা নৰকৰ দিনতেই আৰ্য্যসকলৰ অন্যান্য চিন্তাৰ লগতেই বেদৰ বিষ্ণুয়ে এই দেশত প্ৰবেশ লাভ কৰিছিল; আনহাতে অষ্ট্ৰিকৰ প্ৰশান্ত মহাসাগৰীয় 'যোনী পূজা'ই ধীৰে ধীৰে 'কামৰূ-কামাখ্যা'ৰ মাজেদি আৰ্য্যৰ শক্তিদেৱীলৈ ৰূপান্তৰিত হবৰ উপক্ৰম কৰিছিল। খুব সম্ভৱ, এইখিনি সময়তেই দ্ৰাবিড়ৰ শিৱ আৰু অষ্ট্ৰিকৰ 'লিঙ্গ'য়ো এক হৈ দেৱাদিদেৱ 'হৰ'ত পৰিণত হৈছিল। বাণৰজাৰ শোণিতপুৰত সেয়ে আমি আকৌ 'হৰ'ৰ প্ৰতিপত্তি দেখিবলৈ পাওঁ। ভীষ্মকৰ কুণ্ডিলত আকৌ ৰুক্মিণীৰ 'কৃষ্ণ-প্ৰীতি'ৰ লগে লগে 'ভৱানী'ৰ মন্দিৰৰো খবৰ পাওঁ। ৰামায়ণৰ যুগৰ 'কামাখ্যা'ই তেনেহলে, মহাভাৰতৰ যুগলৈ ধীৰে ধীৰে

'পাৰ্ব্বতী', 'ভৱানী' লৈ ৰূপান্তৰিত হৈ অৱশেষত দেৱাদিদেৱ-মহাদেৱ 'হৰ'ৰ সৈতে বিবাহ-সূত্ৰত আৱদ্ধ হৈ পৰিছিল।

ইয়াৰ পিছত আমি ধাৰাবাহিকভাৱে প্ৰাগজ্যোতিষ-কামৰূপত শিৱ-পাৰ্ব্বতী, হৰ-গৌৰী অথবা মহাভৈৰৱ-মহাভৈৰৱীৰ প্ৰভাৱ দেখিবলৈ পাওঁ। প্ৰাচীন কামৰূপৰ বিভিন্ন বংশৰ হিন্দুৰজাসকলৰ অভীষ্ট দেৱতা যেন নিসন্দেহে 'আদিদেৱ' 'মহেশ্বৰ' 'পৰমমহেশ্বৰ' 'পিনাকপাণি' শিৱই আছিল; আনহাতে 'কামৰু-কামাখ্যা' বা 'কামদা' 'ভৱানী'ৰ প্ৰতি-পত্তিও কোনো গুণে কম নাছিল। কামৰূপ, কামতা আদি দেশৰ বিভিন্ন নামো এই দেৱীৰ নামেৰেই ৰখা হৈছিল। কালিকাপুৰাণে আনকি এই দেশক 'শিৱ'ৰ বাবেই সংৰক্ষিত ক্ষেত্ৰ বুলিও ঘোষণা কৰিবলৈ আগ-বাঢ়িছিল (স চ দেশঃ স্বৰাজ্যাৰ্থে পূৰ্ব্বম্ গুপ্তশ্চ শম্ভুনা)।

সেইবুলিয়েই দেশৰ ভিতৰত হিন্দুৰ অন্য দেৱ-দেৱীৰ বা অন্য ধৰ্ম্ম-মতৰ যে প্ৰবেশ নিষেধ আছিল, তেনে নহয়। কামৰূপৰ হিন্দুৰজা সকলৰ ধৰ্ম্মীয় নীতিৰ কথা বিশ্লেষণ কৰিলেই এই কথা সুস্পষ্ট হৈ পৰে। উদাহৰণ স্বৰূপে, সপ্তম শতিকাৰ শৈৱ-ৰজা ভাস্কৰবৰ্ম্মণৰ বৌদ্ধ পণ্ডিত হিউৱেনচাঙৰ প্ৰতি শ্ৰদ্ধা আৰু আকৰ্ষণ মন কৰিবলগীয়া। আনকি, এওঁৰো আগতেই, কুমাৰী অমৃতপ্ৰভাৰ পিতৃ বলবৰ্ম্মণৰ দিনতেই (পঞ্চম শতিকা) তিব্বতীয় বৌদ্ধ গুৰু 'স্তন্‌পা'ই কামৰূপত প্ৰভাৱ বিস্তাৰ কৰাৰ উল্লেখ আছে। অনেকে আনকি কামৰূপৰ 'হাজো'কেই ভগৱান বুদ্ধৰ মহাপৰিনিৰ্ব্বাণৰ স্থান হিচাবে গ্ৰহণ কৰিবলৈকো আগবাঢ়ে। যিয়েই নহওক, ধৰ্ম্মীয় ক্ষেত্ৰত ভাৰতৰ সমূহ হিন্দুৰজাৰ দৰেই কামৰূপীয় ৰজা-সকলৰো উদাৰ পৃষ্ঠপোষকতা কৰা নীতি আছিল। গতিকেই হিন্দু-বৌদ্ধ, কামৰূপীয়-তিব্বতীয় সমূহ চিন্তা-চৰ্চ্চাই এই দেশৰ বিভিন্ন যুগত গা কৰি উঠিছিল। সেয়ে সপ্তম শতিকাৰ কামৰূপত হিউৱেনচাঙে শ শ দেৱ-মন্দিৰ দেখা কথাটো কামৰূপৰ ইতিহাসৰ ঐতিহাসিক সত্য। আনকি আজিৰ দেশৰ বিভিন্ন অঞ্চলত হাবিয়ে-জঙ্ঘলে সিচৰিত



হৈ থকা শ শ মন্দিৰ-বিগ্ৰহ-দেৱালয়ৰ ভগ্নাৱশেষেও আমাক তাকেই সকিয়ায়।

অৱশ্যে দেশৰ ধৰ্ম্মৰ ক্ষেত্ৰৰ এই ভিন্ন-সুৰীয়া ধ্যান-ধাৰণাই শেহলৈ ধৰ্ম্মৰ আকাশখনো যে ধুৱঁলি-কুঁৱলী নকৰাকৈ নাথাকিল, তেনে নহয়; পালৰজাসকলৰ দিনত বা তাৰো পিছত, কামৰূপ-কামতাৰ ধৰ্ম্মাকাশ একপ্ৰকাৰ অন্ধকাৰ হৈ অহাৰ ঐতিহাসিক সাক্ষী আছে; যাৰ পৰিণতি স্বৰূপে হয়তো অৱশেষত দেশৰ আকাশত 'শঙ্কৰ-সূৰ্য্য'ৰ উদয় বা আবিৰ্ভাৱৰ প্ৰয়োজন হ'ল। কামৰূপ-কামতাৰ প্ৰাচীন তীৰ্থত আৰম্ভ হ'ল অন্য এক অত্যুজ্জ্বল ধৰ্ম্মীয় ধাৰাৰ ইতিহাস —নৱবৈষ্ণৱ ধৰ্ম্মৰ ধাৰাৰ ইতিহাস।

যিয়েই নহওক, দেশৰ বুকুত অনন্তকাল জুৰি গ্ৰাম্যজীৱনৰ আশ্ৰয় হিচাবে অসংখ্য দেৱ-দেৱীয়ে কিন্তু অধিষ্ঠান কৰি আহি আছে। এওঁলোকৰ ভিতৰত দলিত, নিস্পেষিত আৰু নিৰীহজনৰ প্ৰাণৰ দেৱতা কিন্তু নিসন্দেহে ভঙুৱা বা জটীয়া শিৱ আৰু 'বিঘ্নেশ' গণেশ। এই শিৱই কত ৰূপত দেশৰ নিৰীহজনক যে শান্তি নিদিছে! আনহাতে গণেশে দেশৰ হাবিয়ে-জঙ্ঘলে, গাৱেঁ-ভূঁয়ে থকা 'গণেহৰ থানে' যুগ যুগ ধৰি কতজনৰ কত হেৰোৱা গাই, হালোৱাক বিচাৰি উলিয়াই দিয়াৰ উপৰিও, কত বাৰী-দুখুনীৰ যে 'বুকুৰ ধনক' বচাই নিদিছে! জীয়াই নুতুলিছে !!

## লুইতপৰীয়া সভ্যতাৰ ভিত্তি-পত্তন

এই সত্য আৰু বাস্তৱৰ ফাঁকে ফাঁকে এওঁলোকৰ প্ৰত্যেকেই যে কত ধৰণে বৰঙণি নোযোগালে লুইতৰ পাৰৰ এই বিচিত্ৰ বৰ্ণৰ সভ্যতা আৰু সংস্কৃতিলৈ!

অষ্ট্ৰিকসকলেই পোনপ্ৰথমে হেনো লুইতৰ পাৰৰ আজিৰ গ্ৰাম্য-জীৱন তথা সমাজ ব্যৱস্থাৰ পাতনি মেলে। লুইতৰ উপৰিও গঙ্গা নদীৰ

পাৰৰ, অৰ্থাৎ আজিৰ বঙ্গদেশৰ গ্ৰাম্যসভ্যতাও মূলতঃ অষ্ট্ৰিকসকলৰেই দান। লুইত গঙ্গাৰ উৰ্ব্বৰ উপত্যকাত এওঁলোকেই বিভিন্ন ধান-মাহ, কল-কুঁহিয়াৰ আৰু লাউ-বেঙেনাৰ খেতি আৰম্ভ কৰে। আদা-হালধি, তেজপাতৰ খেতিও এওঁলোকৰ। এওঁলোকৰ উৎপাদিত তেজপাত, প্ৰাচীন কালৰ লোহিত সাগৰৰ উপকূলৰ কোনো বন্দৰেদি (আজিৰ শ্ৰীহট্ট, ত্ৰিপুৰাৰ) লঙ্কা হৈ আৰব দেশৰ মাজেদি সুদূৰ গ্ৰীচ আৰু ৰোমৰ বজাৰলৈকো গৈছিল।

ভাৰতীয় মানুহক তামোল খাবলৈও শিকালে হেনো অষ্ট্ৰিক সকলেই। তামোল, সৌসিদিনালৈকে প্ৰতি অসমীয়াৰ বিলাস আৰু হেপাহৰ সামগ্ৰী আছিল। "তামোল" শব্দটিও হেনো মূলতঃ অষ্ট্ৰিক ভাষাৰ। অসমীয়া লোকৰ বাৰীত আগফালে বা পাচফালে তামোল-পাণৰ গছ নাথাকিলে আজিও বাৰীখন অসম্পূৰ্ণ।

"আগফাল শুৱনি কাকিনি তামোল ঐ
পাছফাল শুৱনি পাণ......।"

পণ্ডিতসকলৰ মতে, আনকি আজিৰ ভাৰতীয় জীৱনৰ প্ৰতি খোজতে এৰাব নোৱাৰা, অধিক কি ভাৰতীয় জীয়ৰী-বোৱাৰীৰ কপালৰ সেন্দুৰখিনিও এওঁলোকৰেই আপুৰুগীয়া অৱদান। আজিৰ অসমীয়া তিৰোতাৰ কঁকালৰ মেখেলাখনো মূলতঃ অষ্ট্ৰিকসকলৰেই।

প্ৰাচীন কালৰে পৰা ভাৰত তথা বিশ্ববিখ্যাত লুইতৰ পাৰৰ "সুবৰ্ণকুড্য" "পাৰ-লৌহিত্য" (কৌটিল্যৰ অৰ্থশাস্ত্ৰত উল্লেখিত) প্ৰভৃতি ঠাইৰ এৰী, মুগা, পাটৰ পলু পোহা, সূতা কটা, বিভিন্ন ৰং দিয়া আৰু তাৰ পৰা বিচিত্ৰ বৰ্ণৰ কাপোৰ উৎপাদন কৰা কলা-কৌশলসমূহ চীনদেশৰ পৰা এওঁলোকেই প্ৰাগজ্যোতিষলৈ আনিছিল। মুগা পলুটি খুব সম্ভৱ এই দেশৰ হাবিতেই এওঁলোকে পোনপ্ৰথম আৱিষ্কাৰ কৰিছিল আৰু তাৰ পৰাও অতুলনীয় সূতা আৰু কাপোৰ



তৈয়াৰ কৰি লৈছিল। অষ্ট্ৰিকসকলৰ বস্ত্ৰশিল্পৰ সুখ্যাতিয়ে এদিন ভাৰতৰ বিভিন্ন প্ৰান্তৰ ৰজা-ৰাজন্যৰ চকু এই দেশৰ বস্ত্ৰশিল্পৰ প্ৰতি আকৰ্ষিত কৰিছিল। আজিৰ পৰা প্ৰায় দুহেজাৰ বছৰ আগতেই প্ৰাগজ্যোতিষৰ তেজপাতৰ (মালাবোথ্ৰুম্) লগতেই সুদূৰ গ্ৰীচ, ৰোম, আৰব, বেক্‌ট্ৰিয়া প্ৰভৃতি দেশসমূহৰ বজাৰতো ই ৰাইজৰ চকুত চমক লগাইছিল। আজিও প্ৰতি অসমীয়াৰ ঘৰে ঘৰে আগফাল শুৱনি কৰি ৰখা অসমীয়া জীয়ৰী-বোৱাৰীৰ চিৰ চেনেহৰ, চিৰ গৌৰৱৰ তাঁতশালখন এওঁলোকৰে শ্ৰেষ্ঠতম দান।

বস্ত্ৰশিল্পৰ পিছতে অষ্ট্ৰিকসকলে এই দেশলৈ লৈ অনা আন-বিধ শিল্প বা কলা হ'ল—অসমীয়া সমাজ জীৱনৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত, বাঁহ-বেতৰ শিল্প। অসমীয়া মানুহৰ জীৱন প্ৰৱাহৰ ঘাই আহিলাসমূহ সৌসিদিনালৈকে বাৰীৰ পিছফালৰ বাঁহ-গছ কেইজুপিৰ পৰাই সাজি উলিওৱা হৈছিল। আনকি ঘৰ-দুৱাৰ, পাচি-খৰাহি, ঢাৰি-পাটি, চকোৱা-টাটী আদি সকলোৰে উপাদান আছিল, দেশৰ বন-জঙ্গলত উৎপাদিত বিস্তৰ বনজ উদ্ভিদ আৰু বাঁহগছ কেইজোপা। অধিক কি, অসমৰ স্বভাৱ কবিয়ে অসমীয়া সমাজ-জীৱনত বাঁহগছৰ প্ৰাধান্যতালৈ লক্ষ্য কৰি কৃতজ্ঞতাত আনন্দা-ভিভূত হৈ গাইছে ঃ

"বাৰীৰে পিছৰে জাতিবাঁহ এজুপি
সিহে মোৰ সোদৰৰ ভাই
জীয়াই থাকো মানে কৰো কাঠি-কামি
মৰিলে লগতে যায়।"

মুঠ কথাত কবলৈ গলে অসমৰ সভ্যতা যেন দুদিনৰ আগলৈকে বাঁহ-সভ্যতাহে আছিল আৰু ই চীন সভ্যতাৰ সৈতে সম্পৰ্ক থকা অষ্ট্ৰিকসকলৰেই অৱদান বুলি কব পাৰি।

অষ্ট্ৰিকসকলৰ এই কৃষিভিত্তিক গ্ৰাম্য সভ্যতালৈ প্ৰাক্-বৈদিক আৰ্য্যসকলেই পোনপ্ৰথমে নাগৰিক সভ্যতাৰ সোৱাদ কঢ়িয়াই আনে। তেওঁলোকৰ এই কামত হয়তো দ্ৰাৱিড় সভ্যতাৰো অৱদান নথকা নহয়। প্ৰাগজ্যোতিষ-কামৰূপত প্ৰাচীন কালত প্ৰাগজ্যোতিষপুৰ, শোণিতপুৰ, কুণ্ডিল নগৰী, কামৰূপ নগৰ প্ৰভৃতি নগৰৰ প্ৰতিষ্ঠা মূলতঃ এওঁলোকৰ। এওঁলোকৰ এই নাগৰিক সভ্যতাৰ ভিত্তিপতনৰ লগে লগেই পিছৰ কালৰ প্ৰাগজ্যোতিষ-কামৰূপৰ বিস্তৃত স্থপতি আৰু ভাস্কৰ্য্যসমূহৰ ৰচনা সম্ভৱ হয়।

এওঁলোকৰ পিছতেই আহক তিব্বতবৰ্ম্মীসকল। এওঁলোকেও এওঁলোকৰ বিভিন্ন ঠাল-ঠেঙুলিৰ বাবে-বৰণীয়া কৃষ্টি-সভ্যতাৰে অসমীয়া সমাজক পিছলৈ বিচিত্ৰ বৰণ ধৰাত সহায় কৰে। লুইতৰ পাৰত অষ্ট্ৰিক আৰু প্ৰাক্-বৈদিক আৰ্য্যসকলে প্ৰতিষ্ঠা কৰা বহাগ বিহুত এওঁলোকে জীৱনৰ যৌৱন বসন্তৰ নৃত্য-গীতৰ যোগান ধৰিলে; এওঁলোকেই টকা, গগনা, চিফুং বাঁহীৰ সুৰেৰে বহাগ বিহুক ৰঙ্গালী হোৱাত সহায় কৰিলে। মাঘ বিহুৰ মেজিৰ লগতো হয়তো যোগ দিলে তেওঁলোকৰ ভেলা-ঘৰ; তিলপিঠা, চুঙাপিঠা; আৰু বিহুৰ উৰুকাত দল বান্ধি মাছ মাৰি লগভাত খোৱাৰ আনন্দ!

এইদৰেই আৰম্ভ হ'ল প্ৰাগজ্যোতিষ-কামৰূপৰ ইতিহাসৰ প্ৰাৰম্ভিক মুহূৰ্ত্ততেই অষ্ট্ৰিক আৰু আৰ্য্যৰ (প্ৰাক্-বৈদিক, বৈদিক-আৰ্য্যৰ) লগতে তিব্বতবৰ্ম্মীসকলৰো সভ্যতাৰ, সংস্কৃতিৰ মহামিলনৰ ত্ৰিবেণীসঙ্গম; যাৰ ফল হয়তো পিছৰ লুইতপৰীয়া সভ্যতা আৰু সংস্কৃতিৰ স্বকীয় ধাৰাৰ স্বমহিম ৰূপ।



# সাম্ৰাজ্যৰ ভাগ্যাকাশত অস্তগামী সূৰ্য্য

প্ৰাগজ্যোতিষ-কামৰূপৰ অতীত ইতিহাসৰ প্ৰায় সুদীৰ্ঘ তিনি হাজাৰ বছৰ জোৰা অতুলনীয় গৌৰৱ আৰু সমৃদ্ধিৰ পথৰ শেহত, খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকৰ আৰম্ভণিৰ কালছোৱাত, পালৰজাসকলৰ দিনত, দেশৰ ৰাজশক্তি ক্ৰমাৎ দুৰ্ব্বল হৈ অহাৰ কথা আমি আগতেই উল্লেখ কৰি আহিছোঁ। আনুমানিক ১১৩৮ খ্ৰীষ্টাব্দত এওঁলোকৰ শেষ ৰজা জয়পালৰ মৃত্যুৰ লগে লগেই নৰক-ভগদত্ত বংশীয় হিন্দু 'ভৌম' ৰজাসকলৰো ৰাজত্বৰ ওৰ পৰে আৰু ভাৰত তথা বিশ্বৰ ইতিহাসৰ বুকুৰ পৰা ভাৰতৰ পূব প্ৰান্তৰ এই সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ ছবিখনো মচ খাই যাবৰ উপক্ৰম কৰে।

ইয়াৰ পিছৰ সময়খিনি কামৰূপ সাম্ৰাজ্যৰ 'সূৰ্য্য-ডুবা'ৰ সময়, 'বেলিমাৰ'ৰ সময়।

বেলিমাৰৰ এই সময়খিনিতেই কামৰূপৰ প্ৰখ্যাত হিন্দুৰজা 'আৰিমত্ত' বা 'বৈছ্যদেৱ'ৰ উদ্ভৱ। আৰিমত্তই নিসন্দেহে সাম্ৰাজ্যৰ এই সন্ধিক্ষণত এটি নতুন ৰাজবংশৰ তথা শক্তিৰ প্ৰতিষ্ঠা কৰিবলৈ আশা কৰিছিল; আংশিকভাৱে তেওঁ হয়তো কৃতকাৰ্য্যও হৈছিল। কিন্তু ৰাজশক্তিৰ প্ৰতিষ্ঠা এক কথা আৰু তাৰ গতি অব্যাহত ৰখা আন কথা। আৰিমত্তৰ বংশধৰসকলৰ পূৰ্ব্বৰ কোনো পৰম্প-ৰাগত অভিজ্ঞতা নথকাৰ বাবেই হয়তো, কামৰূপৰ দৰে বিশাল

সাম্রাজ্যৰ বাঘজৰী তেওঁলোকৰ বাবে ধৰি ৰখাটো সম্ভৱপৰ হৈ নুঠিলগৈ; ফলত প্রাক্-বৈদিক আৰ্য্য বা ভৌম (ভূঞা?) সকলৰ ৰাজ্যৰ অ'ত ত'ত সিঁচৰিত হৈ থকা বাহুবলী বা ক্ষমতাশালী ব্যক্তিসকলৰ মাজত তেওঁলোকৰ সুপ্রাচীন সুসমৃদ্ধ সাম্রাজ্যৰ সিংহাসন লাভৰ স্বপ্ন ঘনীভূত হবলৈ ধৰিলে।

এনেদৰেই আহক ৰায়াৰিদেৱ উদয়কৰ্ণ আৰু বল্লভদেৱ প্রভৃতি ৰজা-ৰাজন্যবৰ্গ। এওঁলোকৰ পিছত আহক পৃথু বা জল্লেশ্বৰ; যাক ঠাইভেদে বিশ্বসুন্দৰদেৱ বুলিও জনা যায়। কামৰূপ সাম্রাজ্যৰ সন্ধিয়াৰ মুহূৰ্ত্তটিৰ এওঁ নিসন্দেহে এজনা শক্তিশালী আৰু সুনিপুণ শাসক আছিল। এওঁৰ দিনতেই দেশৰ বুৰঞ্জীৰ সেই উল্লেখযোগ্য ঘটনাটি ঘটিছিল হয়তো! ৰাজধানী কামৰূপ নগৰীৰ (উত্তৰ-গুৱাহাটী) 'কানাই-বৰশী' শিলাখণ্ডই যাক ধৰি ৰাখিছে এইদৰে:

"শাকে তুৰগয়ুগ্মেশে মধুমাস ত্রয়োদশে
কামৰূপম্ সমাগত্য তুৰুকাঃ ক্ষয়মায়য়ুঃ"।

(১১২৭ শকৰ চ'ত মাহৰ তেৰ তাৰিখত, তুৰুকসকল কামৰূপলৈ আহি ক্ষয়প্রাপ্ত হ'ল।)

## ক্ষয়প্ৰাপ্ত তুৰুকসকল

সুদীৰ্ঘ তিনি হাজাৰ বছৰৰ গৌৰৱ আৰু সমৃদ্ধিৰে ভাৰাক্রান্ত কামৰূপ সাম্রাজ্যৰ গৌৰৱ-ৰবি এইদৰেই সন্ধিয়াৰ আকাশত ডুবো ডুবো কৰি থকাৰ মুহূৰ্ত্তটিয়েই ভাৰতৰ পশ্চিম সীমান্তৰ হিন্দুৰজাসকলৰো ভাগ্যাকাশত 'সূৰ্য্য ডুবা'ৰ মুহূৰ্ত্ত।

ভাৰতৰ পশ্চিমৰ আফগানিস্থানৰ গজনীত তেতিয়া উচ্চাভিলাষী মহম্মদৰ অভ্যুদয় হয় আৰু তেৱেঁই সীমান্তৰ হিন্দুৰজাসকলৰ



পৰস্পৰৰ অৰিয়াঅৰি আৰু খামখেয়ালিৰ সুযোগ লৈ সঘনে ভাৰতৰ ভিতৰলৈ অভিযান চলায়। প্রতিটো অভিযানতেই ভাৰতৰ বিভিন্ন ৰাজ্যৰ ৰজা-ৰাজন্যৰ ৰাজপ্রাসাদ আৰু মন্দিৰৰ পৰা অজস্র ধন-সোণ লুটি লৈ গজনীৰ ৰাজভঁৰাল ধন-সোণ-ঐশ্বৰ্য্যৰে ওপচাই পেলায়।

গজনীৰ মহম্মদৰ পিছত সেই অঞ্চলত শক্তিশালী হৈ উঠে 'ঘোৰ'ৰ মহম্মদ। স্বাভাৱিকতেই এই 'ঘোৰ'ৰ মহম্মদ বা মহম্মদ ঘোৰীৰ চকুও ওচৰৰে ঐশ্বৰ্য্যৰ ভঁৰাল ভাৰতৰ পিনে লালায়িত হোৱাটো আচৰিত নহয়! আনহাতে সীমান্তৰ হিন্দুৰজাসকলৰ একেই দুৰ্ব্বলতা, একেই অদূৰদৰ্শিতা তথা নিৰ্লিপ্ততা।

গতিকেই মহম্মদ ঘোৰী ভাৰতলৈ আহিল আৰু তেওঁৰ বিশ্বস্ত সেনাপতি কুটুবুদ্দিনে গঙ্গা-যমুনাৰ উপত্যকাত নিগাজীকৈ বহি ললে। তেৱেঁই ভাৰতৰ বুকুত পোন প্রথমবাৰৰ বাবে 'তুৰুক' বা টাৰ্ক শক্তিৰ প্ৰতিষ্ঠা কৰিলে। এই টাৰ্ক বা 'তুৰুক'ৰে এজন মহম্মদ বখতিয়াৰ খিলিজি আৰু তেওঁৰ অনুগামীসকলেই হ'ল এই ঐতিহাসিক ঘটনাৰ ক্ষয়প্ৰাপ্ত হোৱা তুৰুকসকল।

কুটুবুদ্দিনে দিল্লী অঞ্চলত থিতাপি লোৱাৰ পিছত বখতিয়াৰ খিলিজিয়ে তেওঁলোকৰ নৱ আবিষ্কৃত দেশৰ সুবিশাল সমভূমিৰ বুকুত তেওঁৰ বিজয়ী ঘোঁৰা দৌৰাই দৌৰাই অৱশেষত আহি উপস্থিত হৈছিল বঙ্গদেশৰ সেনবংশৰ ৰজাসকলৰ ৰাজধানী নগৰী 'লক্ষণাৱতীত'। এই লক্ষণাৱতীকেই 'ঘোৰ'ৰ তুৰুক-শক্তিৰ শেষ শিবিৰ 'গৌড়' বুলি অভিহিত কৰি, ইয়াতে কিছুদিন জিৰণি লোৱাৰ পিছত, দিগ্বিজয়ী বখতিয়াৰে অৱশেষত মন মেলিছিল তিব্বত অভিমুখে। এই তিব্বত অভিযানৰ প্রসঙ্গতেই বখতিয়াৰে কামৰূপৰ বৰনদীৰ গতিপথেদি উত্তৰ-পূবলৈ বুলি আগুৱাইছিল আৰু খুব সম্ভৱ ভোটদেশৰ সীমান্তৰ কোনো যুদ্ধত দিগ্বিজয়ী বখতিয়াৰৰ কঁকাল

একেবাৰে ভাঙি পৰিছিল। নিৰুপায় হৈ বখটিয়াৰে হয়তো গৌড়লৈ উভতি যাবলৈ আকৌ কামৰূপৰ পথ লৈছিল। এই ওভতাৰ পথতেই কামৰূপ নগৰীৰ ওচৰৰ বৰনদীৰ ওপৰৰ শিলসাঁকোৰ ওচৰত, কামৰূপ-শক্তিৰ হাতত 'ঘোৰ'ৰ ভাৰত বিজয়ী তুৰুক শক্তি একেবাৰে 'ক্ষয়প্ৰাপ্ত' হৈছিল। মাত্ৰ বখটিয়াৰ খিলিজিয়ে তেওঁৰ অনুগত দুজনমানেৰে সৈতে এই বিপদৰ পৰা কোনোমতে প্ৰাণ বচাই সাৰি যাব পাৰিছিল। অৱশেষত এই দুৰ্ঘটনাৰ পৰিণতি স্বৰূপেই স্বয়ং বখটিয়াৰো গৌড়ত উপস্থিত হোৱাৰ অলপ পিছতেই মৃত্যুমুখত পৰিবলগীয়া হৈছিল।

কামৰূপ নগৰীৰ ওচৰত তুৰুক-শক্তিৰ এই ক্ষয়প্ৰাপ্ত হোৱা ঘটনাই কামৰূপৰ ইতিহাসত যিয়েই প্ৰভাৱ নেপেলাওক কিয়, এই ঘটনাৰ লগে লগেই এটা কথা কিন্তু ঠিক হ'ল যে কামৰূপ সাম্ৰাজ্যৰ পশ্চিম সীমান্তৰ গৌড়ত তেতিয়াৰে পৰা তুৰুক বা মুছলমান শক্তিয়ে নিগাজীকৈ খোপনি পুতি ললে আৰু সময়-সুবিধা বুজি তেতিয়াৰে পৰা দেশৰ এই অঞ্চলতো তেওঁলোকৰ অভিযান অব্যাহত ৰাখিলে।

## সূৰ্য্যাস্তৰ 'সন্ধিয়া'

মন কৰিবলগীয়া যে তুৰুকসকল ক্ষয়প্ৰাপ্ত হয় ১১২৭ শকৰ, খ্ৰীষ্টিয় ১২০৬ চনৰ সময়ছোৱাত। এই সময়লৈকে কামৰূপৰ নৃপতি আছিল আগতে উল্লেখ কৰি অহা পৃথু বা জল্পেশ্বৰ।

এওঁৰ পিছত কামৰূপৰ ভাগ্যাকাশলৈ অহা ৰজাজন হ'ল 'সন্ধিয়া'। এই সন্ধিয়াৰ দিনতেই আনুমানিক ১২৫৬-৫৭ খ্ৰীষ্টাব্দত ইখটিয়াৰুদ্দিন যুজবক নামৰ অন্য এজন তুৰুক বীৰে কামৰূপ আক্ৰমণ কৰে। কামৰূপ শক্তিৰ হাতত এইজনা তুৰুক বীৰেও



অতি শোচনীয়ভাৱে পৰাজয় বৰণ কৰি যুদ্ধক্ষেত্ৰতে মৃত্যুবৰণ কৰিব লগীয়াত পৰে।

কামৰূপৰ দুৱাৰদলিত খিলিজি আৰু যুজবকৰ এই ওচৰাওচৰি প্ৰবেশ আৰু ওচৰৰে 'গৌড়'ত বিদেশী আচহুৱা টাৰ্ক শক্তিৰ নিগাজী খোপনিৰ পৰিপ্ৰেক্ষিতত ৰজা সন্ধিয়াই খুব সম্ভৱ দেশৰ ৰাজধানী সীমান্তৰ কোনো সুচল ঠাইলৈ তুলি নি বিদেশীৰ আক্ৰমণৰ বিৰুদ্ধে সদাসতৰ্ক হৈ থকাৰ যুক্তিযুক্ততা চিন্তা কৰিলে। সেয়ে যুজবকৰ অভিযানৰ কিছু পিছতেই ত্ৰয়োদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ সুদীৰ্ঘ তিনি হাজাৰ বছৰীয়া ৰাজধানী 'প্ৰাগজ্যোতিষ-পুৰ' বা ইয়াৰ ওচৰৰ 'কামৰূপ-নগৰ'ৰ পৰা দেশৰ পশ্চিম মূৰলৈ তুলি নি আজিৰ কোচবিহাৰ জিলাৰ ঢৰ্লা নদীৰ পশ্চিম পাৰত কামদাদেৱীৰ প্ৰতিষ্ঠাৰে কামদা বা কামতাপুৰ'ৰ সৃষ্টি কৰিলে। ৰজা সন্ধিয়াই হয়তো ইতিহাসৰ বাস্তৱতাক স্বীকাৰ কৰি লৈ এই অভিনৱ ব্যৱস্থা হাতত ললে। কিন্তু দুৰ্ভাগ্যক্ৰমে তেওঁৰ এই কাৰ্য্যয়েই ধীৰে ধীৰে কামৰূপ সাম্ৰাজ্যৰো শেষ সন্ধিয়া বা সূৰ্য্যাস্তলৈ ৰূপান্তৰিত হ'ল। কামৰূপৰ ইতিহাসৰ বুকুত পিছলৈ দেশৰ এখন খণ্ডৰাজ্য হিচাবেহে কামতা ৰাজ্যই ভুমুকি মাৰিলে; যাৰ ইতিহাস এতিয়া আৰু ক্ৰম-অধঃপতনৰ ইতিহাসৰ বাহিৰে অইন একো নহব।

## বিচ্ছিন্নতাৰ বুৰঞ্জী

ইমানপৰে আমি প্ৰাগজ্যোতিষ-কামৰূপ সাম্ৰাজ্যৰ সুদীৰ্ঘ ইতিহাস আৰু ঐতিহ্যৰ ধাৰা অনুধাৱন কৰিবলৈ প্ৰয়াস কৰিলো যদিও, এই কথা ঠিক যে ইতিহাসৰ বিভিন্ন মুহূৰ্ত্তত পূব ভাৰতৰ এই বিশাল বিচিত্ৰ ক্ষেত্ৰৰ অ'ত ত'ত বিভিন্ন জনগোষ্ঠীৰ লোকে সময়ত নিজাকৈও নিজ নিজ এলেকাত তেওঁলোকৰ ভাগ্য নিয়ন্ত্ৰণৰ প্ৰয়াস নকৰাকৈ নাছিল। উদাহৰণ স্বৰূপে ৰামায়ণ-মহাভাৰতৰ

যুগতেই প্রাচীন প্রাগজ্যোতিষৰ ওচৰা-ওচৰিকৈ আমি বাণৰ 'শোণিতপুৰ' আৰু ভীষ্মকৰ 'কুণ্ডিল'ৰ অৱস্থিতিৰ সন্ধান পাওঁ। ইয়াৰ পিছত ইতিহাসৰ যুগত আমি 'ডবাক', 'কদলী' প্ৰভৃতি প্ৰান্তীয় ৰাজ্যৰো খবৰ পাওঁহঁক।

শালস্তম্ভ বংশৰ ৰাজত্বৰ কালত ৰজা হৰ্জ্জৰবৰ্ম্মণে খ্ৰীষ্টিয় নৱম শতিকাৰ কালছোৱাত প্ৰাগজ্যোতিষৰ উপৰিও, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ বৰ্ত্তমানৰ তেজপুৰৰ ওচৰত 'হাৰুপেশ্বৰ' নামৰ দ্বিতীয় ৰাজধানীৰ আধাৰ প্ৰতিষ্ঠা কৰিবলগীয়া হৈছিল। খুব সম্ভৱ, ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ কোনো প্ৰান্তীয় শক্তিৰ প্ৰতিৰোধ, অথবা আইন-শৃঙ্খলাৰ প্ৰতিষ্ঠাৰ বাবেই কামৰূপ-ৰাজ হৰ্জ্জৰবৰ্ম্মণে এনে কাৰ্য্যলৈ মন মেলিবলগীয়া হৈছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ-পূবলৈ এই ক্ষেত্ৰত একালৰ কুণ্ডিল-শক্তি, 'কলিতা-দেশ'ৰ অৱস্থিতিৰ প্ৰশ্নও মনলৈ আহে। আনহাতে, অলপ পিছতেই এই অঞ্চলতেই চুটিয়া শক্তিয়েও গা কৰি উঠা আমি দেখিবলৈ পাওঁ।

'ডবাক' আৰু 'কদলী' ৰাজ্যৰ ইতিহাসো আজি অতীতৰ আন্ধাৰ গুহাত বিলুপ্ত। 'ডবাক' ৰাজ্যৰ সাক্ষী লৈ 'ডবকা' আজিও নগাওঁ জিলাৰ কপিলী পাৰত বুকু উদঙাই পৰি আছে ; কিন্তু নাই তাৰ অতীতৰ ঐশ্বৰ্য্য আৰু পৰাক্ৰমৰ তিলমানো অভিলেখ। 'কদলী'ৰ খাছী-জয়ন্তীয়াৰ মাতৃ-প্ৰধান জাতিৰ নাৰী-তান্ত্ৰিক ৰাজনীতি আজি হয়তো নাই ; কিন্তু তেওঁলোকৰ প্ৰতি ঘৰে ঘৰে মাতৃৰ প্ৰাধান্য বা ৰাজত্ব আজিও চলি আছে। ইয়াৰ উপৰিও 'হিড়িম্বাপুৰ' বা ডিমাপুৰৰ হিড়িম্বা-ঘটোৎকচৰ বংশৰ কছাৰী ৰজাসকলৰ ৰাজ্য, চিত্ৰাঙ্গদা-বভ্ৰুবাহনৰ 'মণিপুৰ' ৰাজ্য আৰু ত্ৰিপুৰা, শ্ৰীহট্টাদি ৰাজ্যৰ অৱস্থিতিও প্ৰাচীন কামৰূপৰ ঐতিহাসিক সত্য।

কিন্তু ইমানবোৰ প্ৰান্তীয় ৰাজ্য থকাতো, দেশৰ এই অঞ্চলত প্ৰাগজ্যোতিষ-কামৰূপৰ ৰাসকলেই প্ৰাচীন ইতিহাসৰ সমগ্ৰ



সময় জুৰি একছত্ৰী কেন্দ্ৰীয় শক্তি হিচাবে কাম কৰি অহাটো, আন এটা ঐতিহাসিক সত্য। সেয়েই আমি দেখো যে, নৰক-ভগদত্তৰ যুগৰে পৰা প্ৰাগজ্যোতিষ-কামৰূপৰ এই কেন্দ্ৰীয় শক্তি বা ৰজা-ৰাজাধিৰাজসকলেহে সকলো সময়তে মহাভাৰতীয় ক্ষেত্ৰত, দেশৰ পূৰ্ব্বাঞ্চলক সততে প্ৰতিনিধিত্ব কৰি আহিছিল। আনহে নালাগে, তেওঁলোকৰ অনেকেই ৰাজপাটত উঠিয়েই পূৰ্ব্বাঞ্চলৰ এই সৰ্ব্বশক্তিমান শক্তি হিচাবে 'অশ্বমেধ যজ্ঞ'ৰো সম্পাদনা কৰি দেশৰ কেন্দ্ৰীয় শক্তিৰ সঘন পৰীক্ষা কৰিছিল। অনেকে আকৌ, 'অম্বুধি মেখলয়া' অৰ্থাৎ দক্ষিণৰ সাগৰ পৰ্য্যন্ত বিস্তৃত ৰাজ্যৰ পুনৰুদ্ধাৰৰ বাবে দিগ্বিজয়ৰ কঠিন ব্ৰতত ব্ৰতী হবলগীয়া হৈছিল। এনেকুৱা এটি দিগ্বিজয়ৰ বিজয়োল্লাসতেই হেনো পঞ্চম শতিকাৰ বৰ্ম্মণ-বংশীয় ৰজা কল্যাণবৰ্ম্মণে দেশৰ সীমাৰ সিপাৰৰ বন্ধু ৰাষ্ট্ৰ চীন দেশলৈকো কামৰূপ-ৰাজৰ কটকী পঠিয়াইছিল।

কিন্তু অৱশেষত হাজাৰ হাজাৰ বছৰৰ পিছত, দেশৰ ইতিহাসৰ এই অতুলনীয় শক্তিৰ গাতো ঘূণে ধৰিলে ; আৰু আৰম্ভ হ'ল মধ্য-যুগৰ কামৰূপৰ বিচ্ছিন্নতা, বিভাজন তথা ধ্বংসৰ বুৰঞ্জী ; অৱলুপ্তি, অৱমাননাৰ বুৰঞ্জী।

## কুণ্ডিলপ্ৰান্তত চুটিয়া শক্তি

প্ৰাগজ্যোতিষ-কামৰূপৰ উত্তৰ-পূব সীমান্ত অঞ্চলত একালত কুণ্ডিল বুলি থকা এখন প্ৰখ্যাত ৰাজ্য আৰু তাৰ কুণ্ডিল ৰাজ-পৰিয়ালৰ কথা আমি নানা ঠাইত নানা প্ৰসঙ্গত উল্লেখ কৰি আহিছো। মহাভাৰতৰ যুগত এই ৰাজ্য আৰু ৰাজবংশৰেই সুপ্ৰসিদ্ধ ৰজা আছিল ভীষ্মক আৰু তেওঁৰে সুযোগ্যা কুমাৰী আছিল কাব্যপুৰাণ প্ৰসিদ্ধা ৰুক্মিণী দেৱী। একালত দেশৰ এই অঞ্চল যে আৰ্য্য বা হিন্দু সংস্কৃতিৰ কেন্দ্ৰ আছিল তাৰ সাক্ষী লৈ আজিও 'পৰশুৰামকুণ্ড'

পৰি আছে ; আৰু আছে সমগ্ৰ অঞ্চলৰ বনে-জঙ্ঘলে অসংখ্য প্ৰাচীন কীৰ্ত্তিস্তম্ভ ; মঠ-মন্দিৰ, ৰাজ-কাৰেঙৰ ভগ্নাৱশেষ।

ভীষ্মক আৰু তেওঁৰ জীয়ৰী ৰুক্মিণী দেৱীৰ পিছত কুণ্ডিল-ৰাজ্যৰ ভাগ্যাকাশতনো কি ঘটিছিল, তাৰ বিশেষ খবৰ আজি আৰু আমাৰ হাতত পাবলৈ নাথাকিল। অৱশ্যে তাৰ 'ভগা-চিনে' (মালিনীথানৰ ভগ্নাৱশেষ আদিয়ে) ভবিষ্যতৰ কাক কি কথা কয়, তাক সময়েহে নিৰ্ণয় কৰিব পাৰিব। ইয়াৰ উপৰিও আছে, 'গোপাল আতা'ৰ 'কলিতা-দেশৰ' অলিখিত বুৰঞ্জীৰ করুণ অধ্যায়। এনে এটি দিন হয়তো আহিব যিদিনা বুৰঞ্জীৰ এই ছিন্ন মণিৰ যোগসূত্ৰ স্থাপন কৰি ভবিষ্যতৰ কোনোবা শুধীজনে একালৰ সমগ্ৰ দক্ষিণ-পূব এছিয়াৰ বিস্তৃত হিন্দু সাম্ৰাজ্যৰ কেন্দ্ৰভূমি স্বৰূপ কুণ্ডিল ৰাজ্যৰ গৌৰৱ আৰু সমৃদ্ধিৰ সোণালী অধ্যায় উদ্ধাৰ কৰিব, ৰচনা কৰিব।

খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকৰ পাতনিৰ পিনে কামৰূপৰ পালৰজা-সকলৰ পতনৰ সময়ছোৱাত, দেশৰ এই অঞ্চলত কিন্তু তিব্বতবৰ্ম্মী-সকলৰ এটি ঠাল, চুটিয়াসকল ক্ষমতাশালী হৈ উঠে আৰু এওঁলোকৰ ৰাজশক্তিৰো প্ৰতিষ্ঠা কৰে। এওঁলোকৰ প্ৰথম ৰজা খুব সম্ভৱ গৌৰীনাৰায়ণ। এওঁ আনুমানিক ১২২৪ খ্ৰীষ্টাব্দত 'ৰত্নধ্বজ পাল' নাম লৈ নিজকে ৰজা বুলি ঘোষণা কৰে। এওঁ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ প্ৰায় সমগ্ৰ প্ৰাচীন কুণ্ডিল অঞ্চলতে নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। মন কৰিবলগীয়া যে ৰজা ৰত্নধ্বজ পালৰ প্ৰতিপত্তিৰ সময়ছোৱা ৰজা 'সন্ধিয়া'ৰ দ্বাৰা কামৰূপৰ ৰাজধানী কামতালৈ তুলি নিয়াৰ সময়ৰে সৈতে ৰজিতা খোৱা। আনহাতে ৰজাৰ 'পাল' উপাধিটোও ভাবি চাবলগীয়া।

দেওধাই অসম বুৰঞ্জীয়ে চুটিয়া ৰাজক ভীষ্মক ৰজাৰেই বংশৰ বীৰপালৰ পুত্ৰ বুলি পৰিচয় দিছে আৰু গৌৰীনাৰায়ণক দেৱতা কুবেৰৰ বীৰ্য্য বলত জন্ম হোৱা বুলি উল্লেখ কৰিছে। যিয়েই



নহওক, ৰজা ৰত্নধ্বজ পাল নিসন্দেহে এগৰাকী শক্তিমন্ত পুৰুষ আছিল। তেওঁ কুণ্ডিলৰ (শদিয়াৰ পৰা দৰঙলৈকে পৰ্ব্বতে-ভৈয়ামে বিস্তৃত অঞ্চল) উপৰিও কামতা আৰু গৌড়লৈকো নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। একেখন বুৰঞ্জীয়েই উল্লেখ কৰিছে যে কামতাৰাজে ৰজা ৰত্নধ্বজৰ সৈতে মিত্ৰতা স্থাপন কৰি কামতা কুঁৱৰী এটিক ৰত্নধ্বজলৈ বুলি বিয়া দিছিল ; আনকি গৌড়ৰ পাংসায়ো (চুলতান জালালুদ্দিন) এওঁৰে সৈতে 'সখি' পাতিছিল।

এই সখিত্বৰ চিন স্বৰূপেই এসময়ত গৌড়ৰাজৰ পুত্ৰ এটি চুটিয়া ৰাজ্যত আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে চুটিয়া ৰাজ্যতেই গৌড়ৰ ৰাজপুত্ৰৰ মৃত্যু ঘটিল। এই মৃত পুত্ৰৰ শ-দেহকেই তাহানিৰ চুটিয়া ৰাজ্যৰ সিন্ধুক্ষেত্ৰ নামৰ নগৰীত ৰজাই ন-কৈ সজা কোনো মঠৰ ঘৰ লবলৈ যোৱা সময়ত শোধাই দিয়া হৈছিল। "ৰজা সিন্ধুক্ষেত্ৰত ঘৰ লবলৈ যোৱা সময়তেই ৰাজপুত্ৰৰ শ পালেগৈ। গতিকে নাম ৰখা হ'ল শদিয়াপাট।"

এই সিন্ধুক্ষেত্ৰ বা শদিয়াপাটতেই পুত্ৰ বিজয়ধ্বজ পালক ৰজা পাতি ৰজা ৰত্নধ্বজে প্ৰাণ এৰিলে (১৩০৩ খ্ৰীঃ)। ৰত্নধ্বজ পালৰ পাছত যথাক্ৰমে শিৱনাৰায়ণ বা বিজয়ধ্বজ পাল, জগতনাৰায়ণ বা 'বিক্ৰমধ্বজ পাল' প্ৰভৃতি আঠ-নজনা ৰজাই ৰাজত্ব কৰে। কিন্তু এওঁলোকৰ নৱমজনা ৰজা ধীৰনাৰায়ণ বা ধৰ্ম্মধ্বজ পালৰ দিনতেই হয়তো দুহিতা 'সাধনী'ৰ বিবাহৰ ফলস্বৰূপে দেশৰ ৰাজ্যভাৰ সামান্য চুটিয়া ল'ৰাৰ হাতলৈ যায়। কথিত আছে—(ৰজাই বোলে "কেৰ্কেটুৱাত যি কাঁড় লগাব পাৰে, সত্যে সত্যে সাধনী কন্যাক তাকেই দিম।" —পাচে সামান্য চুটিয়াৰ ল'ৰা এটিয়েহে কেৰ্কেটুৱাত কাঁড় লগাবলৈ সক্ষম হ'ল।)

"তাত-পাচে ধীৰনাৰায়ণ ৰজা ৰাজ্যভাৰ এৰি জামাতাক যুৱৰাজ পাতি আপোন পুত্ৰ সাধকনাৰায়ণক তাৰ হাততে সমৰ্পণ

কৰি ৰাজমহিষী সহিতে অৰণ্যক গ'ল। সিন্ধুক্ষেত্ৰত বিষ্টো উপাসি প্ৰাণ তিয়াগ কৰিলে।"

"যুৱৰাজে বিচাৰ কৰি নেপাই ৰজা হৈ নিত্য পাল ৰজা নাম ললে। পূৰ্ব্বৰ পাত্ৰ মন্ত্ৰীক গুচাই সামান্যৰ পাত্ৰ মন্ত্ৰী পাতি ললে। দেশৰ দোষ-গুণ বিচাৰ নকৰি প্ৰজালোকক দণ্ড-বন্ধ কৰিব ধৰিলে। পূৰ্ব্বৰ নীতিক এৰি প্ৰৱৰ্ত্তে, এতেকে সকলোৱে অনিত্য পাল বুলিব ধৰিলে। ৰাজচৰ্চ্চা এৰি মাছ-পহু মাৰি ফুৰে, আলি বান্ধি পুখুৰী খান্দি ফুৰে।"

খুব সম্ভৱ এনে সময়তেই আহোমসকলে চুটিয়া ৰাজ্য আক্ৰমণ কৰে—চুটিয়া ৰাজ্যৰ ধন-সম্পত্তিৰ লোভত। "চুটিয়াৰ দেশ মৰিলে অনেক বৃত্তি পায়।" আহোমসকলৰ এই সময়ত ৰজা আছিল চুহুংমুং বা দিহিঙ্গীয়া ৰজা। এই যুঁজত চুটিয়া ৰজা নীতিপালে পৰাজয় বৰণ কৰে; আৰু "পত্নী সাধনী মহিষীক হাতত ধৰি পৰ্ব্বতৰ শৃঙ্গৰ পৰা ডেও মাৰি জুৰিত পৰি মৰিল"। লগে লগে পৰাক্ৰমী চুটিয়া শক্তিৰো হয়তো অন্ত পৰিল আৰু আহোমসকলে এই ৰাজ্য তেওঁলোকৰ ৰাজ্যৰ ভিতৰুৱা কৰি লৈ (১৫৩৬ খ্ৰীঃ) এই অঞ্চলৰ শাসনৰ বাবে 'শদিয়া-খোৱা-গোহাই' পদৰ সৃষ্টি কৰিলে।

চুটিয়াসকল প্ৰথমৰ পৰাই ব্ৰাহ্মণ্য ধৰ্ম্ম আৰু সংস্কৃতিৰ দ্বাৰা প্ৰভাৱান্বিত আছিল। এওঁলোকৰ ৰজা-ৰাজন্যসকলৰ বিভিন্ন নাম আৰু উপাধিয়েই এই কথা উচ্চস্বৰে ঘোষণা কৰে। এওঁলোকৰ নৰম গৰাকী ৰজা ধীৰনাৰায়ণ আৰু তেওঁৰ পত্নীয়ে 'সিন্ধুক্ষেত্ৰত বিষ্টো উপাসি প্ৰাণ তিয়াগ' কৰা কথাই ইয়াক আৰু দৃঢ়ভাৱে প্ৰমাণ কৰে। একালৰ তিব্বতবৰ্ম্মী ভাষা-ভাষী চুটিয়াসকলৰ মাজত বৈদিক-আৰ্য্যসকলৰ ব্ৰাহ্মণ্য ধৰ্ম্ম-সংস্কৃতিৰ প্ৰাৱল্যই আমাক এই ঠাইত একালৰ কুণ্ডিলৰ ঐতিহ্যৰ কথাকে সোঁৱৰাই দিয়ে। শেহলৈ কিন্তু কামৰূপ-কামাখ্যাৰ দৰে এই ঠাইতো তন্ত্ৰ-মন্ত্ৰৰ ভিৰ বাঢ়িছিল



আৰু সিন্ধুক্ষেত্ৰৰ 'বিষ্টো' বা বিষ্ণুৰ ঠাইত 'কেচাইখাইতি গোসানী'ৰ 'তাম্ৰেশ্বৰী'ৰ মন্দিৰে মূৰ দাঙি উঠিছিল আৰু 'নৰবলি' আদি অধুনা পৰিত্যক্ত 'বামাচাৰ' সমূহে গা কৰি উঠিছিল।

## ডিমাপুৰৰ কছাৰীসকল

লৌহিত্যৰ উত্তৰকূলত কুণ্ডিল আৰু চুটিয়া শক্তিৰ এই উত্থান-পতনৰ সময়ছোৱাত এই নদীৰ দক্ষিণলৈ, দক্ষিণকূলতো যে ইতিহাসৰ গতিধাৰাই তাৰ স্বধৰ্ম্ম অব্যাহত ৰখা নাছিল, তেনে নহয়। আমি আগতেই উল্লেখ কৰি আহিছো যে অষ্ট্ৰিকসকলে এই দেশত প্ৰবেশ কৰি দেশৰ বিভিন্ন নৈ-নলাৰ নাম দি লৈ এই দেশত বসতি কৰিব লোৱাৰ পিছৰে পৰা তিব্বতবৰ্ম্মীসকলৰো বিভিন্ন ঠালে চামে চামে এই দেশলৈ আহি থাকে আৰু অষ্ট্ৰিক অধ্যুষিত অথবা অষ্ট্ৰিকসকলে এৰি যোৱা ঠাইবোৰতে তেওঁলোক সোমাই পৰে। আজিকালিৰ আমাৰ অসমৰ বিস্তৰ কছাৰী জাতিও এওঁলোকৰে এনে এটি ঠাল।

এওঁলোকে খুব সম্ভৱ অসমৰ উত্তৰ-পূবৰ নদীপথসমূহেদি এই দেশৰ ভিতৰলৈ প্ৰবেশ কৰে আৰু ব্ৰহ্মপুত্ৰৰ লগতে দিহিং, দৈয়াং, দিখৌ, ধনশিৰি প্ৰভৃতি নদীসমূহৰ পাৰত বসতি স্থাপন কৰিবলৈ লয়। মন কৰিবলগীয়া যে দিহং, দিবং বা দিহিং, দিচাং, দৈয়াং প্ৰভৃতি নদীসমূহৰ নামবোৰ প্ৰথমে অষ্ট্ৰিকসকলেই দিয়া। কিয়নো 'হং', 'বং', 'হিং,' 'অং' প্ৰভৃতি অষ্ট্ৰিকসকলৰ পানী বুজোৱা শব্দ। কিন্তু কছাৰীসকলে পিছত এই নদীবোৰৰ পূৰ্ব্বৰ নামৰ সৈতে তেওঁলোকৰ পানী বুজোৱা প্ৰতিশব্দ 'দি' (ডি) টোও লগাই দিহং, দিবং প্ৰভৃতি নামেৰে নতুনকৈ নামকৰণ কৰি লয়। নগাপাহাৰৰ পাহাৰ লানিৰ পৰা বিশাল জলৰাশি কঢ়িয়াই নি ব্ৰহ্মপুত্ৰত পৰা ধনশ্ৰী বা ধনশিৰি নদীকো এওঁলোকে 'ডিমা' (ডাঙৰ নদী) নাম দিছিল আৰু তাৰ পাছতেই গঢ়ি তুলিছিল তেওঁলোকৰ একালৰ সুপ্ৰাচীন

কছাৰী সভ্যতা, ডিমাপুৰৰ সভ্যতা। ডিমাপুৰৰ কছাৰীসকল খুব সম্ভৱ মহাভাৰতৰ যুগতো আছিল। গতিকেই পঞ্চপাণ্ডৱৰ এজনা ভীমৰ সৈতে কছাৰী কুঁৱৰী 'হিড়িম্বা'ৰ বিবাহৰ কাহিনী সম্ভৱ হৈছিল; আৰু সম্ভৱ হৈছিল ভীম-হিড়িম্বাৰ সন্তান ঘটোৎকচেৰে 'ডিমা'ৰ পাৰত কছাৰী ৰাজবংশৰ প্ৰতিষ্ঠা। কালক্ৰমত ধনশ্ৰী উপত্যকাৰ পৰা এওঁলোকে দৈয়াং, দিখৌ আনকি পশ্চিমৰ কপিলী উপত্যকালৈকো নিজৰ আধিপত্য বিস্তাৰ কৰিবৰ সক্ষম হৈছিল হয়তো! কিয়নো ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ মতে এওঁলোকৰে কোনো এজনা ৰজাই ষষ্ঠ শতিকাৰ সময়ছোৱাত ডবাক বা কপিলী ৰাজ্যৰ পৰা পিছৰ 'ত্ৰিপুৰা-ৰাজবংশ'ৰ কোনো ৰজাকো খেদি পঠিয়াইছিল হেনো! যিয়েই নহওক, একালৰ ডিমা, দৈয়াং নদীৰ পাৰত আপোন সভ্যতা-সংস্কৃতিৰে বিকাশ লাভ কৰা কছাৰী শক্তিয়ে প্ৰাচীন কালত প্ৰাগজ্যোতিষ-কামৰূপৰ কেন্দ্ৰীয় শক্তিৰ ওচৰত হয়তো সেও মানি চলি আছিল; কিন্তু পিছলৈ কামৰূপ-শক্তিৰ পতনৰ সুযোগ লৈ এওঁলোকেও নিজৰ অঞ্চলত স্বাধীনভাৱে মূৰ দাঙি উঠিছিল আৰু ত্ৰয়োদশ শতিকাত আহোমসকলে অসমত প্ৰবেশ কৰা সময়ত ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ উজনি অঞ্চলত এওঁলোক এটি লেখত লবলগীয়া শক্তি হিচাবে পৰিগণিত হৈছিল। আহোমসকলেও সেয়ে প্ৰথম ছোৱাত কছাৰীসকলক সততে সমীহ কৰি চলিছিল। কিন্তু শেহলৈ, তুলনাৰে অধিক সংগঠিত আৰু পৰাক্ৰমী আহোম শক্তিৰ হাতত এওঁলোকে ক্ৰমান্বয়ে পৰাজয় বৰণ কৰিবলগীয়াত পৰে; আৰু তেওঁলোকৰ মূল ভূমিৰ পৰা আঁতৰি পাৰ্ব্বত্য এলেকাত ৰাজ্য স্থাপন কৰি বসতি কৰিবলগীয়াত পৰে।

কছাৰীসকলেও নিসন্দেহে ভালেকেগৰাকী শক্তিমন্ত শাসক-প্ৰশাসকৰ জন্ম দিবলৈ সক্ষম হৈছিল। বুৰঞ্জীয়ে ঢুকি পোৱা দিনৰে পৰা তেওঁলোকৰ ডেটচুং, চক্ৰধ্বজ, তাম্ৰধ্বজ, শত্ৰুদমন, হৰিশ্চন্দ্ৰ



প্ৰভৃতি ভালেকেজনা প্ৰতাপশালী ৰজাই কেবা শতাব্দী জুৰি কছাৰী ৰাজ্যৰ ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ প্ৰয়াস কৰিছিল। কিন্তু অৱশেষত অসমত মানৰ আক্ৰমণ আৰু তাৰ পৰিণতিত অসমলৈ ইংৰাজসকলৰ আগমনৰ দুৰ্য্যোগৰ মুহূৰ্ত্তত আৰু এওঁলোকৰ শেষ ৰজা গোবিন্দ চন্দ্ৰৰ মৃত্যুৰ পিছত (১৮১৩—১৮৩১) এওঁলোকেও ইংৰাজৰ হাতত আত্মসমৰ্পণ (১৮৩০ খ্ৰীষ্টাব্দত) কৰিবলৈ বাধ্য হয়। যিয়েই নহওক ইতিহাসৰ বিভিন্ন মুহূৰ্ত্তত এওঁলোকে বিভিন্ন ঠাইত বিভিন্ন নগৰ, ৰাজধানীৰ প্ৰতিষ্ঠা কৰিছিল। আজিৰ ডিমাপুৰ আৰু দৈয়াং নদীৰ পাৰৰ কাছমাৰি পথাৰ অঞ্চলৰ উপৰিও আজিৰ উত্তৰ কাছাৰ আৰু কাছাৰৰ 'মাইবং' আৰু 'খাছপুৰ' (কোচপুৰ) আছিল যথাক্ৰমে এওঁলোকৰ শেহতীয়া ৰাজধানী। মুঠ কথাত, আজিৰ অসমৰ 'উত্তৰ কাছাৰ' আৰু 'কাছাৰ জিলা' আছিল কছাৰীসকলৰ শেহতীয়া লীলাভূমি। ইংৰাজ কোম্পানীৰ হাতলৈ যোৱাৰ মুহূৰ্ত্তটোলৈকে উক্ত অঞ্চল দুটা এওঁলোকৰেই অবিসম্বাদিত ৰাজ্যক্ষেত্ৰ আছিল।

কছাৰীসকল মুলতঃ তিব্বতবৰ্ম্মী গোষ্ঠীৰ লোক আছিল বুলি আমি আগতেই উল্লেখ কৰি আহিছো। তেওঁলোকে নিশ্চয় তেওঁলোকৰ স্বকীয় ভাষা-সংস্কৃতিৰেই প্ৰথম ডোখৰত নিজকে বিকশাই তুলিবৰ প্ৰয়াস কৰিছিল। অন্ততঃ তেওঁলোকৰ অধুনা আবিষ্কৃত ডিমাপুৰ আৰু কাছমাৰি স্মৃতিচিহ্নই তাকেই কয়। কিন্তু শেহলৈ তেওঁলোকো বিশাল ভাৰতবৰ্ষৰ অন্যান্য জাতি-উপজাতিৰ দৰেই মহাভাৰতীয় সংস্কৃতি তথা বৈদিক ব্ৰাহ্মণ্য সংস্কৃতিৰ জোঁৱাৰত গা এৰা নিদিয়াকৈ থাকিব নোৱাৰিলে। সেয়ে আমি দেখো যে কছাৰী ৰজাসকলেও শেহলৈ লুইতৰ পাৰৰ হিন্দু-সংস্কৃতিকে গ্ৰহণ কৰি হিন্দু ৰজাসকলৰ দৰেই তাম্ৰধ্বজ, চক্ৰধ্বজ, শত্ৰুদমন, হৰিশ্চন্দ্ৰ প্ৰভৃতি নাম লবলৈ আৰম্ভ কৰিলে আৰু এই ধৰ্ম্মৰ দেৱ-দেৱীকো ৰাজ-অন্তেষপুৰলৈকে আদৰি আনিলে। পণ্ডিতসকলৰ মতে ডিমাপুৰত

ৰাজধানী থকা কালতেই কছাৰীসকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে আৰু মাইবং, খাছপুৰলৈকো ইয়াক লগত লৈ আনে। কোনো কোনোৰ মতে কছাৰীসকলৰ ৰজা 'নিৰ্ভৰনাৰায়ণ'ৰ দিনত এওঁলোকৰ মাজত দেৱীৰ 'ৰণচণ্ডী' ৰূপৰো প্ৰতিপত্তি বাঢ়ে। বৰ্ত্তমানে খাছপুৰৰ ৰাজধানীৰ ভগ্নাৱশেষৰ ভিতৰত ৰজাৰ কাৰেং আৰু সিংহদ্বাৰৰ ভগ্নাৱশেষৰ উপৰিও এই 'ৰণচণ্ডী দেৱী'ৰো দুটা মন্দিৰৰ ধ্বংসাৱশেষ পৰি আছে। কোনে জানে কাছাৰৰ কছাৰী ৰজাৰ প্ৰতিষ্ঠিত এই দেৱীয়ে হয়তো আজি বহিৰাগতৰ ধৰ্ম্ম-সংস্কৃতিত জাহ যাবলৈ উপক্ৰম হোৱা আত্মবিস্মৃত কাছাৰৰ ৰাইজৰ বিলৈ-বিপত্তিত নীৰৱে মাথোন চকুলো টুকিছে; হয়তো কান্দিছে! আৰু দেশৰ ক্লীৱ, মূঢ় জাতীয় চৰকাৰকো হয়তো পাৰেমানে অভিশাপ দিছে, ভৰ্ৎসনা কৰিছে!! খাছপুৰৰ আটাইতকৈ উল্লেখযোগ্য সম্পদ হেনো তাৰ বুৰঞ্জী-প্ৰসিদ্ধ শিৱমন্দিৰটো। এই শিৱমন্দিৰো ১৮৯৭ চনৰ বৰ ভূঁইকঁপত হেনো ভাগি পৰে! নাজানো এই ভগা মন্দিৰৰ শিৱও বহিৰাগতৰ হেচাত কৰবালৈ পলাল নে আছে; কিন্তু এটা কথা ঠিক যে আজিৰ কাছাৰৰ খিলঞ্জীয়া ৰাইজে এদিন এই কথাৰ বিচাৰ কৰিব লাগিব; কৰিব লাগিব 'বুৰঞ্জী উদ্ধাৰ'। নহলে যে তেওঁলোকৰ নিস্তাৰ নাই! নাই পৰিত্ৰাণ!!

এই কাছাৰ,—'ডিমাপুৰৰ কছাৰীসকল'ৰ কাছাৰৰ কছাৰী ৰজাই লুইতৰ পাৰৰ ধৰ্ম্ম-সংস্কৃতি গ্ৰহণ কৰাৰ লগতে লুইতৰ পাৰৰ ভাষা-সাহিত্যৰ প্ৰতিও মনোনিবেশ নকৰাকৈ থাকিব পৰা নাছিল। সেই সময়ৰ ভৈয়ামৰ বিভিন্ন ৰাজ্যৰ ৰজাসকলৰ নীতি আৰু ঐতিহ্য অনুসৰি তেওঁলোকৰো ভালেকেগৰাকী ৰজাই অসমীয়া লুইত পৰীয়া কাব্য সাহিত্যৰ সুঁতিটোলৈ উদাৰ পৃষ্ঠপোষকতা আগ বঢ়াইছিল। উদাহৰণ স্বৰূপে, খাছপুৰৰ কছাৰী ৰজা 'তাম্ৰধ্বজ নাৰায়ণ'ৰ প্ৰেৰণা আৰু পৃষ্ঠপোষকতাত কবি ৰুদ্ৰকন্দলীয়ে 'সাত্যকি



প্ৰবেশ' নামৰ কাব্য ৰচনা কৰিছিল আৰু তেওঁৰে ৰাণী বিদ্যোৎসাহী ধৰ্ম্মপৰায়ণা মহিষী 'চন্দ্ৰপ্ৰভা'ৰ আদেশত কামৰূপী কবি ভুবনেশ্বৰ বাচস্পতিয়ে ১৭৩০ খ্ৰীষ্টাব্দত, 'বৃহন্নাৰদীয় পুৰাণ'খন 'নাৰদীয় কথামৃত' নাম দি অসমীয়ালৈ ভাঙিছিল। এওঁলোকৰে ৰজা 'জয়চন্দ্ৰ'ৰ দিনত ভৱানীনাথ দ্বিজ নামৰ আন এজনা ৰাজসভাসদে 'শ্ৰীৰামচন্দ্ৰ অভিষেক' গ্ৰন্থ ৰচনা কৰিছিল। এওঁলোকৰ উপৰিও, খাছপুৰৰ ৰজা কৃষ্ণচন্দ্ৰৰ দিনতো (১৭৮০—১৮১৩ খ্ৰীঃ) কেবাগৰাকীও অসমীয়া কবি-সাহিত্যিকে কছাৰী ৰজাৰ অনুপ্ৰেৰণা লাভ কৰিছিল। এওঁলোকৰ ভিতৰত অন্যতম আছিল খাচ কাছাৰৰে কবি 'চন্দ্ৰমোহন বৰ্ম্মণ'। ৰজা কৃষ্ণচন্দ্ৰৰ প্ৰেৰণাত যিজনাই অসমীয়া কাব্য—সাহিত্যৰ ভৰাললৈকে বুলি কাছাৰৰ বৰঙণি আগবঢ়াবলৈ উঠি-পৰি লাগিছিল।

এয়েই আছিল কাছাৰ। হায়! এই কাছাৰকো আজি ৰাজনীতিৰ পাশাখেল খেলি 'বঙলা-ভাষী কাছাৰ' বুলি অভিহিত কৰিবলৈকো দেশৰ কোনো কোনো তথাকথিত নেতাই কুণ্ঠা বোধ কৰা নাই! দ্বিধা বোধ কৰা নাই!!

## ডবাকৰ কপিলীপৰীয়া সাধু

ব্ৰহ্মপুত্ৰৰ উত্তৰলৈ কুণ্ডিল আৰু শোণিতপুৰৰ উত্থান-পতনৰ ইতি-হাসৰ সুদীৰ্ঘ সময়ছোৱাত দক্ষিণৰ ডিমাপুৰ আৰু প্ৰাগজ্যোতিষৰ লগতে দেশৰ মধ্যৱৰ্ত্তী অঞ্চল কলং-কপিলীৰ পাৰতো যে ইতিহাসে তাৰ স্বকীয়া সাধুৰ পাতনি তৰা নাছিল, তেনে নহয়। উদাহৰণ স্বৰূপে, চতুৰ্থ শতিকাৰ গুপ্ত সম্ৰাট সমুদ্ৰগুপ্তৰ এলাহাবাদ শিলা-লিপিয়েই 'কামৰূপ'ৰ লগতে প্ৰত্যন্ত ৰাজ্য হিচাবে 'ডবাক' নামৰ ৰাজ্য এখনৰো নাম উল্লেখ কৰিছে। পণ্ডিতসকলৰ মতে আজিৰ নগাওঁ জিলাৰ কপিলী নদীৰ পাৰত অৱস্থিত ডবকা অঞ্চলেই হেনো একালৰ প্ৰাচীন ডবাক ৰাজ্য। সমুদ্ৰগুপ্তৰ পিছতে কামৰূপৰ বৰ্ম্মণ-বংশৰ

ৰজা কল্যাণবৰ্ম্মণে খ্রীষ্টিয় পঞ্চম শতিকাত কপিলী পাৰৰ কোনো ৰাজ্যৰ বিজয়ৰ চিন স্বৰূপে সীমান্তৰ চীনদেশলৈকো এটি কটকীৰ দল পঠোৱাৰ উল্লেখ প্ৰাচীন চীনদেশীয় বৃত্তান্তত পোৱা যায়। গতিকেই পঞ্চম শতিকাৰ এই প্ৰান্তীয় ৰাজ্যও আছিল নিসন্দেহে কপিলী পাৰৰ ডবাক।

'ত্ৰিপুৰা-ৰাজমালা'ত উল্লেখ আছে যে ত্ৰিপুৰা দেশৰ ৰজাসকলৰ পূৰ্ব্বপুৰুষসকল একালত হেনো কপিলী উপত্যকাত ৰাজ্য পাতি আছিল। আনুমানিক ষষ্ঠ শতিকাৰ কালছোৱাত ডিমাপুৰৰ কছাৰী-সকলৰ এটি ঠালে ত্ৰিপুৰা ৰজাৰ পূৰ্ব্বপুৰুষসকলক খেদি এই ৰাজ্য দখল কৰাৰ ফলত তেওঁলোক কপিলী উপত্যকাৰ পৰা কাছাৰৰ বৰাক নৈৰ পাৰলৈ আতৰি যাবলগীয়াত পৰিছিল। খুব সম্ভৱ ইয়াৰ পৰাই তেওঁলোকে অৱশেষত ত্ৰিপুৰা ৰাজ্যত প্ৰৱেশ কৰিছিল। যিয়েই নহওক কপিলী পাৰৰ এই ডবাক ৰাজ্য কিন্তু চিৰদিন এখন প্ৰান্তীয় ৰাজ্য মাথোন আছিল আৰু ইতিহাসৰ প্ৰায় সমগ্ৰ প্ৰাচীন যুগ জুৰি ই প্ৰাগজ্যোতিষ-কামৰূপ ৰাজ্যৰ কৰতলীয়া হৈ আছিল।

খুব সম্ভৱ ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ কালছোৱাতেই কিন্তু, এওঁলোকেও এই অঞ্চলত মূৰ দাঙি উঠিবৰ প্ৰয়াস কৰিছিল। হয়তো এই সময়ৰেই এই অঞ্চলৰ এগৰাকী যশস্বী খ্যাতিমন্ত আৰু কাব্য-ৰসিক (মহামাণিক্যৰ বোলে কাব্য-ৰস কিছু দিলো।) ৰজা আছিল 'বাৰাহ-ৰাজা' শ্ৰীমহামাণিক্য। যিজনাৰ অনুপ্ৰেৰণা আৰু পৃষ্ঠপোষকতাত কপিলীপাৰৰ 'কন্দলি'ৰ 'অপ্ৰমাদী কবি' মাধৱ কন্দলি বা কবিৰাজ কন্দলিয়ে সুদূৰ চতুৰ্দ্দশ শতিকাৰ দৰে সুপ্ৰাচীন কালতেই মহাকবি বাল্মীকিৰ ৰামায়ণৰ দৰে বৃহৎ কাব্যকো দেশৰ জনসাধাৰণৰ বোধগম্য ভাষালৈ অনুবাদ কৰাৰ সং সাহস গোটাব পাৰিছিল :

"কবিৰাজ কন্দলিয়ে আমাকেসে বুলিৱয়
কৰিলোহো সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্যযে
বাৰাহ ৰাজাৰ অনুৰোধে॥"



আহোমসকলৰ দিনতো আহোম-মোগলৰ ৰণথলীৰূপে কপিলী পাৰৰ 'ৰহা-কলিয়াবৰে' কম বৰঙণি যোগোৱা নাছিল। 'তুই মহৰ যুঁজত বিৰিণাৰ মৰণ'ৰ দৰে কত শত কপিলীপৰীয়া ডেকাই যে দেশৰ হকে প্ৰাণ উছৰ্গিছিল, আত্ম-বলিদান দিছিল তাৰ তুলনা নাই। ইয়াৰোপৰি 'ৰজা খেদা নগঞা', 'নগঞা শইকীয়া ভোটাই ডেকা'ৰ ইতিহাসতো আছেই। আকৌ এই নগাওঁকেই পুণ্যতীৰ্থ কৰি গ'ল সৌসিদিনা 'ভোটাই গাৱঁৰ ভোটাই ডেকা হম' বুলি অঙ্গীকাৰ কৰা 'ডবাক-কপিলী'ৰ ডেকা 'অনিলে'। তাৰ পাছত আৰু যে ক'ত কি! ক'ত ত্যাগ আৰু আত্মোৎসৰ্গৰ বুৰঞ্জী !!

নহবয়ে বা কিয় ? এই কপিলীৰে পাৰৰ বটদ্ৰৱা বা বৰদোৱাৰ 'ডেকাগিৰি' শঙ্কৰে এদিন জানো লুইতৰ পাৰত কম উথল-মাখল লগাইছিল :

"বৰদোৱা নামে গ্ৰাম।
শস্যে মৎস্যে অনুপাম॥" ——এই বৰদোৱাতে

পঞ্চদশ শতিকাৰ মাজভাগত শ্ৰীমন্ত শঙ্কৰৰ জন্ম বা আবিৰ্ভাৱ যে কি এক অবিস্মৰণীয় কাহিনী! অতুলনীয় অধ্যায় !!

## কদলীৰ খাছী আৰু জয়ন্তীয়াসকল

'কদলী' শব্দৰ আভিধানিক অৰ্থ হ'ল কলগছ। এসময়ত খাছী-জয়ন্তীয়াসকলে বসবাস কৰা উৰ্ব্বৰ পাহাৰলানিৰ গাৰ অধি-কাংশই হয়তো কলগছৰ ডাঠ হাবিয়নিয়ে ঢাকি ৰাখিছিল আৰু সেয়েই প্ৰাচীন কালত এই ৰাজ্যই নাম পাইছিল কদলী। আকৌ এই কদলী হেনো আছিল নাৰী ৰাজ্য। এসময়ত কদলী ৰাজ্যৰ কমলা নামৰ এগৰাকী ৰাণী আছিল, যাৰ গা-ৰখীয়া হিচাবে আছিল ষোল্ল শ নাৰী চিপাহী। এই কমলাৰে প্ৰেম-পাশত আৱদ্ধ হৈছিল হেনো মৎস্যেন্দ্ৰনাথ নামৰ দ্বাদশ শতিকাৰ বিখ্যাত কামৰূপীয়

বৌদ্ধ সিদ্ধ এজনা ; শিষ্য গোৰক্ষনাথে যিজনাক অৱশেষত এই মোহ-পাশৰ পৰা উদ্ধাৰ কৰি আনিবলগীয়া হৈছিল। অগৰু কাঠ হেনো এই ৰাজ্যত সৰহকৈ পোৱা গৈছিল আৰু দেশৰ প্ৰায় সকলো তিৰোতাই পাটৰ কাপোৰ পৰিধান কৰিছিল। ৰাজ্যৰ প্ৰত্যেকৰে ঘৰত হেনো একোটাকৈ পানী খোৱা পুখুৰী আছিল।

ইত্যাদি কথাৰ পৰা কদলী ৰাজ্য যে একালৰ খাছী-জয়ন্তীয়াসকলৰ মাতৃপ্ৰধান জাতিৰেই পৰ্ব্বত আৰু ভৈয়ামে আগুৰা ৰাজ্যক্ষেত্ৰ আছিল সি প্ৰায় নিশ্চিত। আনহাতে ই চিৰকালে প্ৰাগ-জ্যোতিষ-কামৰূপৰ গাতে লগা এখন কৰতলীয়া ৰাজ্য আছিল। কালক্ৰমত কদলী ৰাজ্যৰ বহুতো কথাৰেই হয়তো সালসলনি হ'ল ; কিন্তু তেওঁলোকৰ মুখৰ অষ্ট্ৰো-এছিয়াটিক মূলীয় ভাষা আৰু কৃষ্টিৰ বহুতো কথাই সলনি নোহোৱাকৈ থাকিল। এক কথাত তেওঁলোক আজিৰ অসমৰ আৰ্য্য, 'তথাকথিত আৰ্য্য', তিব্বতবৰ্ম্মী আৰু শ্বানসকলৰ মাজত অষ্ট্ৰিকভাষী মানুহৰ এক চমৎকাৰ ঐতিহাসিক নিদৰ্শন। তেওঁলোক আজিৰ অসমীয়া জাতিৰ আদিপুৰুষ একালৰ বিস্তৃত অষ্ট্ৰিকসকলৰেই কদলীৰ গভীৰ অৰণ্যবেষ্টিত দুৰ্গম পাহাৰ-লানিৰ ভাজে ভাজে নিভৃতে, নীৰৱে লুকাই ৰোৱা হয়তো এটি ঠাল, এটি স্মৃতি ! যিয়েই নহওক, দুদিন আগৰ ছিলং পাহাৰ আৰু আজিৰ মেঘালয়ৰ খাছী আৰু জয়ন্তীয়াসকলেও যে অনাদি কালৰ পৰাই বিশাল প্ৰাগজ্যোতিষ-কামৰূপৰ অন্যান্যসকলৰ দৰেই নিজৰ ভাগ্যচক্ৰ প্ৰৱৰ্ত্তনৰ কাৰণে অনন্ত সংগ্ৰাম আৰু সন্ধিৰে ইতিহাসৰ সুদীৰ্ঘ আহুকলীয়া বাটছোৱা অতিক্ৰম কৰি আহি আছিল, সি নিশ্চিত।

খাছী-জয়ন্তীয়াসকলো বিশ্বৰ সকলো পৰ্ব্বতীয়া জাতিৰ দৰেই খেলবদ্ধ জাতি আছিল নিশ্চয়। পাহাৰৰ টিঙে টিঙে তেওঁলোকেও হয়তো পোনতে বিভিন্ন বিচ্ছিন্ন খেল কিছুমানত বিভক্ত আছিল। পৰস্পৰে সময়ত যুঁজ-বাগৰতো লিপ্ত হবলগীয়া হৈছিল। পাহাৰৰ



এই বিচ্ছিন্নতাই হয়তো বুৰঞ্জীয়ে ঢুকি নোপোৱা কোনো মুহূৰ্ত্ততেই তেওঁলোকক খাছী আৰু জয়ন্তীয়া ( চিনটেঙ্ ) বুলি দুটা বিভিন্ন ঠালত ভাগ কৰি দিছিল। এওঁলোকৰ খাছীসকলে পাহাৰৰ উত্তৰ-পূবলৈ আৰু জয়ন্তীয়াসকলে পাহাৰৰ দক্ষিণ-পশ্চিমলৈ থাকিবলৈ লৈছিল।

খাছী-জয়ন্তীয়াসকলৰ খেলসমূহৰ মূৰব্বীসকলক 'চিয়েম' বুলি জনা গৈছিল। ইতিহাসৰ বিভিন্ন সময়ত এই চিয়েমসকলৰেই এজনে আনজনৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ চেষ্টা কৰা দেখা গৈছিল। অসম বুৰঞ্জীয়ে ঢুকি পোৱা দিনৰ পৰাই কিন্তু খাছী পাহাৰৰ 'খৈৰাম'ৰ চিয়েমে এসময়ত প্ৰায় সমগ্ৰ খাছী লোকৰ ওপৰত নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হোৱা দেখা গৈছিল। অসম-বুৰঞ্জীৰ প্ৰসঙ্গত সেয়ে আমি বিভিন্ন সময়ত খাছীসকলৰ এই খৈৰাম ৰাজ্যৰেই অৱস্থিতিৰ সংবাদ পাওঁহঁক। আনকি আহোমসকলৰ সৈতেও এই খৈৰামৰ ৰজায়েই বিভিন্ন সময়ত বিভিন্ন সংঘাত বা সংঘৰ্ষত লিপ্ত হবলগীয়া হৈছিল। কোচ বীৰ চিলাৰায়ৰ দিগ্বিজয়ৰ সময়ত এই খৈৰাম ৰাজ্যৰেই ৰজা হেনো আছিল 'বীৰ্যৱন্ত' আৰু তেওঁ চিলাৰায়ৰ অতুলনীয় বীৰত্বৰ কথা শুনি বিনা যুদ্ধে সন্ধিৰ চৰ্ত্ত আগবঢ়াই বছৰি ৯০০ সোণৰ মুদ্ৰা, ১৫,০০০ ৰূপৰ মুদ্ৰা আৰু ৩০ টা হাতী, ৪০ টা ঘোঁৰা কৰ হিচাবে দিবলৈ গাত লৈ কোচৰজাৰ বশ্যতা স্বীকাৰ কৰিছিল।

জয়ন্তীয়াসকল কিন্তু খাছীসকলৰ তুলনাৰে আদিৰে পৰা অধিক সুসংগঠিত যেন বোধ হৈছিল আৰু নিচেই প্ৰাচীন কালতেই তেওঁলোকে জয়ন্তীয়া ৰাজ্যৰ ভেটি স্থাপন কৰিবলৈ সক্ষম হৈছিল। এওঁলোকে নিসন্দেহে কেবাগৰাকীও শক্তিশালী ৰজা-ৰাজন্যৰো জন্ম দিছিল। এওঁলোকৰ ভিতৰত পৰ্ব্বতৰাই, মাজু গোসাই, বুঢ়া পৰ্ব্বতৰাই, বৰগোসাই, যশমাণিক, সুন্দৰৰাই প্ৰভৃতি উল্লেখযোগ্য।

এওঁলোকৰ সুযোগ্য নেতৃত্বতেই জয়ন্তীয়া শক্তিয়ে সময়ত পৰ্ব্বতৰ চাৰিসীমা পাৰ হৈ দক্ষিণৰ শ্ৰীহট্টৰ সমভূমি অঞ্চললৈকো নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। আনকি আজিৰ বাংলা দেশৰ অন্তৰ্ভুক্ত জয়ন্তীয়া পৰগণাও একালত এওঁলোকৰেই ৰাজ্যক্ষেত্ৰ আছিল আৰু বাংলাদেশ, জয়ন্তীয়া পাহাৰৰ সীমান্তৱৰ্ত্তী 'জয়ন্তীয়াপুৰ' আছিল এওঁলোকৰ অনেক কালজোৰা অবিসম্বাদী ৰাজধানী।

যিয়েই নহওক, শেহলৈ কিন্তু লুইতৰ পাৰৰ চুটিয়া কছাৰী-সকলৰ দৰেই এওঁলোকো চুবুৰীয়া কোচ আৰু আহোম শক্তিৰ সৈতে সংঘৰ্ষত লিপ্ত হবলগীয়াত পৰিছিল। কোচ শক্তিৰ অভ্যুদয়ৰ সময়ত খাছীসকলৰ দৰে এওঁলোকো বীৰ চিলাৰায়ৰ দিগ্বিজয়ৰ বলি হোৱাৰ পিছতেই, আহোম ৰজা ৰুদ্ৰসিংহৰ দিনতো এওঁলোকৰ ৰজা ৰামসিংহই আহোমৰ সৈতে সংঘৰ্ষত লিপ্ত হৈ আহোম শক্তিৰ বশ্যতা স্বীকাৰ কৰিবলগীয়াত পৰিছিল। অৱশেষত অসমলৈ ইংৰাজসকল অহাৰ পিছত ১৮৩৫ খ্ৰীষ্টাব্দত, এওঁলোকৰ শেষৰজা ৰাজেন্দ্ৰ সিঙৰ দিনত, দেশৰ অন্যান্যসকলৰ লগতে এওঁলোকো চতুৰ ইংৰাজ কোম্পানীৰ ছলনাৰ বলি হ'ল।

কদলী ৰাজ্যৰ খাছী-জয়ন্তীয়াসকলৰ এই চমু ইতিহাসৰ গতি-ধাৰা লক্ষ্য কৰিলে দেখা পোৱা যায় যে আপাত দৃষ্টিত তেওঁলোকে ভৈয়ামৰ মূল প্ৰৱাহৰ পৰা আতৰি থাকিলেও, তেনেই প্ৰাচীন কালৰে পৰা তেওঁলোকেও ভৈয়ামৰ লুইতৰ পাৰৰ ধৰ্ম্ম-সংস্কৃতিক একেবাৰে আওকাণ কৰি চলিব পৰা নাছিল। কিয়নো তেনেই প্ৰাচীন কালতেই তেওঁলোকৰ ৰজা-ৰাজন্যসকলে হিন্দু নাম-ধাম গ্ৰহণ কৰি বৈদিক তথা ব্ৰাহ্মণ্য ধৰ্ম্ম-সংস্কৃতিৰ প্ৰতি নিজৰ আনুগত্য প্ৰকাশ কৰিছিল। আনকি তেওঁলোকৰ এজনা ৰজা যশমাণিকে কোচৰজা লক্ষ্মীনাৰায়ণৰ জীয়ৰী এগৰাকীক বিয়া কৰাই কোচ ৰাজ্যৰ পৰা 'জয়ন্তেশ্বৰী'ৰ প্ৰতিমা আনি নিজ ৰাজধানী জয়ন্তীয়াপুৰত মহা-



সমাৰোহেৰে প্ৰতিষ্ঠা কৰিছিল আৰু দেৱী-ধৰ্ম্মক খাছী-জয়ন্তীয়াৰ ধৰ্ম্মলৈ ৰূপান্তৰিত কৰিবৰ প্ৰয়াস কৰিছিল হয়তো! কিন্তু এনে সময়তেই ইংৰাজ বণিকৰ লগত 'সাত সাগৰ, তেৰ নদীৰ সিপাৰ'ৰ পৰা দেশত উপস্থিত হ'লহি কূটদৰ্শী, সুচতুৰ শাসকৰ সুসংগঠিত, সুশৃঙ্খল 'খ্ৰীষ্টধৰ্ম্ম'। ফলত ব্ৰাহ্মণ্য-সংস্কৃতিৰ এনাজৰীৰে পৰ্ব্বত-ভৈয়াম বান্ধ খাই আহিবৰ উপক্ৰম কৰাৰ শুভ মুহূৰ্ত্ততেই অজানিতভাৱেই সিঁচি দিয়া হ'ল, দেশৰ অদূৰ ভৱিষ্যতৰ সকলো অনৰ্থ আৰু অসূয়াৰ বীজ, বিচ্ছিন্নতা-বিভাজনৰ বীজ, সাত সাগৰ তেৰ নদীৰ সিপাৰৰ নতুন ধৰ্ম্ম আৰু সংস্কৃতিৰ বীজ।

## মাওলুঙৰ শ্যান আৰু কোঁৱৰ চুকাফা

মধ্যযুগৰ কামৰূপৰ এই বিচ্ছিন্ন বিক্ষিপ্ত পটভূমিত, দেশৰ বাহিৰৰ ব্ৰহ্মদেশ আৰু চীন সীমান্তৰ পৰ্ব্বতীয়া এলেকাৰ ক্ষুদ্ৰ পৰ্ব্বতীয়া ৰাজ্য 'মাওলুঙ'ৰ শ্যান বা টাইবংশীয় ৰাজকোঁৱৰ 'চুকাফা'ৰ নাটকীয়ভাৱে এই দেশত পদাৰ্পণ, নিসন্দেহে এই যুগৰ এটি উল্লেখযোগ্য ঘটনা।

"একে চুঙত দুটা বাঘ নাথাকে। একে শালত দুটা হাতী নাথাকে। একে পাটত দুটা ৰজা নাথাকে। আকে জানি মই নামনি ৰাজ্যলৈ যাওঁ। তুমি আতে ৰজা হুই থাকা।"

'চুখ্ৰান্‌ফা' নামে ককায়েকৰে সৈতে পিতৃ-ৰাজ্য মাওলুঙৰ সিংহাসনৰ উত্তৰাধিকাৰিত্বলৈ প্ৰশ্ন উঠাত ৰাজকোঁৱৰ চুকাফাই হেনো এনেদৰে কৈছিল। তাৰ পিছত আহোম মতে 'লাক্‌লি কাতৰাও' শক আৰু হিন্দু মতে ১১৩৭ শকত, চুখ্ৰান্‌ফা মাওলুঙৰ ৰাজপাটত উঠাত (১২১১ খ্ৰীষ্টাব্দত), চুকাফাই সেই বছৰতে নামনি ৰাজ্যৰ সন্ধানত পাল তৰি দিলে।

'চুখ্ৰান্‌ফা বোলে—"বাৰু ভাই, মোক বছৰি ধন দি থাকিবি"। এই

বুলি ৩৬০ মানুহ দিলে। ডাঙৰীয়াবোৰৰো ল'ৰা, শাস্ত্ৰকো, পণ্ডিতো দি, ৰাজ-অলঙ্কাৰ কাণ্ডধনু, ফৰ, হাতী, মাউত, ফমপিম, ঘোঁৰা ৩০ টা। পাচে চুখ্রান্ফাত আৰে আনায়েকে ৰাজ-অলঙ্কাৰো দিলে আৰু একে চানেকিঁৰে শিল থৈ 'চেঙ্গচোম' দিলে। চোমদেৱৰ মহিমা-ৰাজসম্পত্তি নুগুচে, লক্ষ্মী-ঈশ্বৰ তাত আপুনি থাকে। আনো মহিমা অনেক আছে। আকে লৈ সকলকো মাতি বুলি আহিল। চুখ্রান্ফা ৰজাও চাৰি দণ্ডমানৰ বাট আগবঢ়াই বোলে—"ভাই যা, মোক নাপাহৰিবি"—এই বুলি উলটি আহিল।'

এয়েই আছিল চুকাফাৰ নামনি ৰাজ্যলৈ যাত্ৰাৰ উদ্যোগ। তেতিয়াৰে পৰা প্ৰায় তেৰ বছৰকাল ৰাজ্যৰ সন্ধানত ব্ৰহ্মদেশৰ পাটকাই পৰ্ব্বত অঞ্চলত ঘূৰিপকি কটাই অৱশেষত ১২২৮ খ্ৰীষ্টাব্দৰ সময়ছোৱাত হেনো উপস্থিত হৈছিলহি অসম ব্ৰহ্মদেশ সীমান্তৰ 'খামজাঙ্গ'ত। সীমান্তত প্ৰথমেই নগাসকলৰ পৰা চুকাফাই প্ৰতি-বন্ধকতা পাইছিল। কিন্তু 'পাচে চুকাফা ৰাজা আহি অনেক ঠাই ফুৰি বিস্তৰ নগাৰ গাওঁ মাৰি বশকৈ মোৰাই ললে'; আৰু 'খাম-জাঙ্গত কঙ্গচুঙ্গমুঙ্গ বৰুৱাক থৈ আহিল'।

'বাটত আহোতে কতো এক, কতো দুই, কতো পাঞ্চ-সাত-দশ-বাৰকৈ মানুহ পাই আহে। তাকো হাতকৈ লৈ মোৰাই আছে। কতো চুটিয়া, মৰাণ, কছাৰী, বৰাহী এনে মানুহ বিস্তৰ হ'ল। ........তাৰ পৰা আহি কছাৰী এমখা পালেহি। ........এই বুলি তাকো লগত লৈ তিপাম, নামৰূপ, উত্তৰ দক্ষিণ ৰাজ চাই ফুৰি যাৰ যেনে ভাব তেনে নাও থয়।' 'যি চুটিয়া, কছাৰী, মৰাণ পাই লগত ললে, তাৰো কাৰ্য্য অনুৰূপে নাম থৈ গল। নামি অহাতকৈ হৰা-পোৱা মানুহতহে আপাহ পায়। সেই বেলাৰ পৰা মানুহ মিহলি হল। তাৰে জীয়তি-পুতি মিত্ৰ কৰিলে। পূৰ্ব্বে আনোতে তিৰুতা অহা নাই। এতিয়াহে তিৰুতা হল।'



এইক্ৰমে আহি আহি অৱশেষত ভৈয়ামৰ তিপাম পালেহি। তিপামৰ পৰা দিহিঙেৰে ভটিয়াই আহি দিখৌমুখ পাই আকৌ উজাই দিলিহমুখ পালে। পাচে সিঠাইত বৰাহী মৰাণৰ ৰাজ্য পাই মানুহ পঠাই বোলে—"আমিয়েৰে দেখা দেখি হওঁ আহোঁক। আমি উজনি ৰাজ্যৰ পৰা আহিছো। সিবোৰ হৈছে স্থানগিৰি, আমি আলহি। আমাক গাওঁ-ভুইখানৰো পৰিচয় কৰাব লাগে।" লগতে প্ৰচাৰ কৰি দিলে - 'স্বৰ্গদেৱৰ (ইন্দ্ৰৰ) নাতি, ৰাজ্যত ৰজা নাই দেখি সোণ-ৰূপৰ জখলাৰে নমাই পঠাইছে। তাতেহে ৰাজ্য চাই ফুৰিছে।'

গতিকেই 'বৰাহী-মৰাণহঁতে অপূৰ্ব্ব শুনি ভাৰ-ভেটি লৈ চাবলৈ আহিল'। ৰজাদেৱেও 'হাতী-ঘোঁৰা জাঙ্গকৈ সিহঁতক চপাই আনি কথা-বাৰ্ত্তা সুধিলে'।

এইদৰেই আৰম্ভ হ'ল দেশৰ উজনি খণ্ডৰ সহজ সৰল বৰাহী-মৰাণ জাতিৰ মাজত সুচতুৰ দূৰদৰ্শী শ্যান কোঁৱৰ চুকাফা আৰু তেওঁৰ অনুগামীসকলৰ এই দেশৰ মানুহৰ হৃদয় ৰাজ্যত পোনপ্ৰথম খোপনি পোতাৰ সাধুকথা সদৃশ সুমধুৰ কাহিনীৰ পাতনি; আৰু দুদিন পিছতেই বৰাহী মৰাণৰ অধিকাৰ 'থামিথুমা'ৰ 'দেওঘৰ'ৰ ওচৰৰ সৰু পৰ্ব্বতখনিতেই থাকিবলৈ লৈ বৰাহী মৰাণৰ কুঁৱৰী চাৰি গৰাকীকো বিয়া কৰাই আৰু বৰাহীকেই চাংমাই হিচাবেও লৈ আৰম্ভ কৰিলে কামৰূপ প্ৰান্তত শ্যান কোঁৱৰৰ দিগ্বিজয়ৰ নতুন ইতিহাস তথা 'বুৰঞ্জী'। ইয়াৰ পিছত আমি দেখিম খ্ৰীষ্টিয় ১২২৮ ৰ পৰা ১৮১৯ লৈকে সুদীৰ্ঘ প্ৰায় ছ শ বছৰ কাল এই শ্যানসকল বা চুকাফাৰ বংশধৰসকলেই অৱশেষত প্ৰকৃতপক্ষে এই দেশৰ ভাগ্য নিয়ন্ত্ৰণৰ দায়িত্ব লবলৈ আগবাঢ়ে আৰু দেশখনক নতুন ৰূপ, নতুন ৰহণত সজাই-পৰাই তোলে। অধিক কি আজিৰ আধুনিক 'অসম' স্বৰূপাৰ্থত এই শ্যানসকলৰেই সৃষ্টি আৰু দেশখনৰ নতুন নাম 'কামৰূপ'ৰ বিপৰীতে 'অসম', পণ্ডিতসকলৰ মতে এওঁলোকৰ নামেৰেই সম্ভৱ হ'ল।

‘আনৰ বঙহ নহয়। দেও-মানুহ বুলি কলেহি, স্বৰূপে হয়। ই আহম। আক আনৰে সম নহয়।’

‘আনৰে সম নহয়’ বা আনৰ সমপৰ্য্যায়ৰ নহয়, আৰু মনুষ্যৰ বংশ নহয় দেৱতাৰহে বংশ, গতিকে ‘আহম’— এই বুলি বৰাহী মৰাণসকলেই পোনপ্ৰথমে শ্যান কোঁৱৰ চুকাফা আৰু তেওঁৰ অনুগামী সকলক অভিহিত কৰিছিল হেনো। তেতিয়াৰে পৰা ধীৰে ধীৰে দেশৰ এই ন ‘আলহি’ শ্যান বা টাই জাতীয় লোকসকল ‘থানগিৰি’ বা থলুৱা সমূহ ৰজা-প্ৰজাৰ ওচৰত ‘আহম’ বা ‘আহোম’ নামেৰেই পৰিচিত হবলৈ উপক্ৰম কৰিলে ; আৰু দেশৰ উজনি খণ্ডৰ এছোৱাত দিখৌ-দিলিহৰ মুখত এওঁলোকেই অৱশেষত আহোম ৰাজ্যৰ ভেটি প্ৰতিষ্ঠা কৰিলে।

এওঁলোকৰ প্ৰথমজনা ৰজা চুকাফা নিসন্দেহে এগৰাকী দূৰদৰ্শী আৰু সুচতুৰ শাসনকৰ্ত্তা আছিল। এৱেঁই নতুনকৈ পতা এখন ৰাজ্যত সুকলমে প্ৰায় ছকুৰি বছৰ ধৰি ( ১২২৯—১২৬৭ ) ৰাজত্ব কৰি দেশত এটি নতুন ৰাজবংশৰ- ‘আহোম ৰাজবংশৰ’ প্ৰতিষ্ঠা কৰি যাব পৰা কথাটোৱেই নিশ্চয় আমাক এই কথা সকিয়াই দিয়ে। আহোমসকলে এওঁৰ পিছতো একেৰাহে কেবা শতাব্দীও জুৰি কেবা গৰাকীও সুযোগ্য শাসক-প্ৰশাসকৰ জন্ম দি দেশৰ এই নতুন ৰাজ্যৰ ভাগ্যাকাশ ক্ৰমাৎ উজ্জ্বল কৰি নিয়াৰ গৌৰৱ অধিকাৰ কৰিব পাৰিছিল। এওঁলোকৰ ভিতৰত যথাক্ৰমে চুডাংফা বা বামুণী কোঁৱৰ (১৩৯৮—১৪০৭), চুহুংমুং বা স্বৰ্গনাৰায়ণ (১৪৯৭—১৫৩৯) চুচেংফা বা প্ৰতাপসিংহ (১৬০৩—১৬৪১), চুহুংমুং বা চক্ৰধ্বজসিংহ (১৬৬৩—১৬৭০) চুপাংফা বা গদাধৰসিংহ (১৬৮১—১৬৯৫) আৰু চুখংফা বা ৰুদ্ৰসিংহ (১৬৯৫—১৭১৪) প্ৰভৃতিয়েই প্ৰধান।



আহোমসকলে এই দেশত সোমাবৰে পৰা দেশৰ ভিতৰৰ নগা, চুটিয়া, কছাৰীসকলৰ সৈতে সততে সংঘৰ্ষত লিপ্ত হবলগীয়া হৈ আহিছিল। প্ৰথম ছোৱাত দূৰদৰ্শী চুকাফাই ছল-চক্ৰান্তৰে বৰাহী মৰাণক বশ মনাই ললেও পিছলৈ কিন্তু তেওঁৰ উত্তৰাধিকাৰীসকলে চুটিয়া কছাৰী প্ৰভৃতি ৰাজশক্তিসমূহৰ সৈতে সমুখ সমৰত লিপ্ত হবলগীয়া হৈছিল। এই সমৰ বা সংঘৰ্ষই কিন্তু আহোমসকলৰ ভাগ্যাকাশ ক্ৰমাৎ অধিকভাৱে মুকলি কৰি দিবলৈহে আৰম্ভ কৰিলে। আমি আগতেই কৈ আহিছো যে আহোমসকল বৰাহী মৰাণ কছাৰী প্ৰভৃতি থলুৱা শক্তিবোৰৰ তুলনাৰে যথেষ্ট সুসংগঠিত আৰু শৃঙ্খলাবদ্ধ আছিল। গতিকেই অচিৰেই তেওঁলোকে মধ্যযুগৰ কামৰূপৰ বিচ্ছিন্ন বিক্ষিপ্ত পটভূমিত আহোম ৰাজ্যৰ পৰিসৰ ক্ৰমাৎ বহলাই নিবলৈ সক্ষম হ'ল। যিয়েই নহওক আহোমসকলৰ ৰজা চুহুংমুং বা স্বৰ্গনাৰায়ণৰ দিনতেই দেশৰ চুটিয়া আৰু কছাৰীসকলে আহোম শক্তিৰ আগত পৰাজয় স্বীকাৰ কৰিবলগীয়া হৈছিল। এওঁৰ দিনতেই চুটিয়া ৰাজ্য সমূলঞ্চে আহোম ৰাজ্যৰ অন্তৰ্গত হোৱাৰ উপৰিও কছাৰী-সকলৰো কলং কপিলীলৈকে বিস্তৃত ভৈয়ামৰ ৰাজ্যক্ষেত্ৰ আহোম-সকলৰ হাতলৈ আহিছিল। কামৰূপত আহোম ৰাজ্যৰ সম্প্ৰসাৰণৰ ইতিহাসৰ এয়েই পাতনি আছিল বুলি আমি এক কথাত কব পাৰোঁহঁক ; আৰু সেয়ে হলে তেওঁলোকৰ এই প্ৰাথমিক বিজয় বা বীৰত্বৰ কাহিনী আহোম শক্তিৰ সম্প্ৰসাৰণৰ বুৰঞ্জীত নিশ্চয় কম উল্লেখযোগ্য নাছিল ; কিয়নো ই একালৰ দিখৌ-দিলিহ মুখৰ আহোম ৰাজ্যৰ দিগন্ত একে কোবেই দিহং-দিবঙৰ পৰা কলং-কপিলীলৈকে বিস্তৃত কৰি দিছিল।

ৰজা চুহুংমুং বা স্বৰ্গনাৰায়ণৰ দিনতেই আহোম শক্তি পোন প্ৰথমবাৰৰ বাবে গৌড়ৰ মুছলমান শক্তিৰ বিৰুদ্ধেও থিয় হবলগীয়া হৈছিল। এওঁৰ দিনতেই হেনো গৌড়ৰ মুছলমান শক্তিয়ে খ্ৰীষ্টিয়

১৫২৭—১৫৩২ চনৰ ভিতৰৰ সময়ছোৱাত একাধিকবাৰ আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিছিল। আহোম ৰাজ্য আক্ৰমণ কৰা তুৰ্ব্বক নামৰ তুৰুক বীৰজনাও হেনো আছিল এই সময়ৰেই। আহোমসকলৰ সৈতে গৌড়ৰ মুছলমান শক্তিৰ এই যুঁজবোৰ আহোম ৰাজ্যৰ সেই সময়ৰ পশ্চিম সীমা নগাওঁ দৰঙৰ বিভিন্ন ৰণথলীত সংঘটিত হৈছিল। মুছলমানসকলে প্ৰথম ডোখৰত তেওঁলোকৰ সৰ্ব্বশক্তি বিনিয়োগ কৰি কামৰূপৰ পূব প্ৰান্তত নতুনকৈ প্ৰতিষ্ঠা লাভ কৰা আহোম শক্তিক ওফৰাই পেলাবৰ চেষ্টা কৰিছিল যদিও নিৰ্ভীক স্বাধীনচেতা আহোমসকলক কিন্তু অলপো সেও মনাব পৰা নাছিল; বৰঞ্চ আহোম আৰু মুছলমান শক্তিৰ অগ্নি পৰীক্ষাৰ এই প্ৰাথমিক স্তৰতেই আহোমসকলে মুছলমানসকলৰ কঁকাল বাৰুকৈয়ে ভাঙি পেলাবলৈ সক্ষম হৈছিল হেনো। আনকি তুৰ্ব্বকৰ নিচিনা তুৰুক বীৰো এই যুঁজত ধৰাশায়ী হবলগীয়াত পৰিছিল। আহোম-সকলে মুছলমানসকলক একেবাৰে 'কৰতীয়া-গঙ্গা' পৰ্য্যন্ত খেদি নি কৰতীয়া-গঙ্গাত 'খাণ্ডা পখালি' তেওঁলোকৰ বিজয়ৰ কীৰ্ত্তিচিন স্বৰূপে সিঠাইত পুখুৰী খান্দি, দৌল-দেৱালয় সাজি, আলি-পদূলি সজাই, আনকি পুখুৰী পাৰত শিলৰ খুটাত এই বিজয়ৰ বচন লিপিবদ্ধ কৰিহে উভতি আহিছিল। ৰজা চুহুংমুঙৰ এই 'কৰতীয়া বিজয়'ৰ প্ৰসঙ্গক বুৰঞ্জীয়ে ধৰি ৰাখিছিল এনেদৰে:

'হাজোৰ পৰা গৰিয়াক মাৰি খেদি নি কতোদিনে ঘোৰাঘাট পায়। তাতে বৰ ডাঙৰ যুদ্ধ হল। সাতদিন সাতৰাতি। পাচে বঙ্গাল ভাগি গল। কৰতীয়া নৈত খাণ্ডা পখালিলে।'

"তাতে কতোদিন থাকি......পুখুৰী খানি তাতে এক দৌল বান্ধি আহোম নিয়মে গৰু, মহ কাটি স্বৰ্গদেৱলৈ উছৰ্গি আহি কামৰূপলৈকে আলি বান্ধিলে। কৰতীয়া-গঙ্গাৰ কোথত পুখুৰী পাৰত খুটা পুতি সোণৰ পানা চৰাই খুটাত লিখা-পত্ৰ কৰিলে, বোলে,—'অনায়ুদ্ধে যি



ৰাজ্য লব তাৰ পিতৃ-পিতামহ নৰকত পৰিব, হাৰিয়ে ঝাটেৰে কোবাব, তিৰুতাৰ মেখেলা পিন্ধিব।' এই নিবন্ধ কৰি আহিল। ৰজাত (গৌড় ৰজাক) কৈ আহিল ই কাকত।"

এইক্ৰমেই আৰম্ভ হৈছিল কামৰূপ প্ৰান্তত খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকৰ কালছোৱাত মাওলুঙৰ শ্যান বা আহোমসকলৰ দিগ্বিজয়ৰ কাহিনী। বিভিন্ন ৰজাৰ অধীনত তেওঁলোকে ধীৰে ধীৰে চুটিয়া-কছাৰীৰ উপৰিও কামতা-কোচ, খাছী-জয়ন্তীয়া সকলোৰে ওপৰত প্ৰভূত্ব বিস্তাৰ কৰি আহোম ৰাজ্যৰ পৰিসৰ ক্ৰমাং বহলাই নিবলৈ সক্ষম হৈছিল। আনকি পিছলৈ তেওঁলোকে চুবুৰীয়া মণিপুৰ ত্ৰিপুৰালৈকো নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। এইদৰেই চাওঁতে চাওঁতে আহোমসকল ভাৰতৰ পূব প্ৰান্তত সৰ্ব্বশক্তিমান শক্তি হিচাবে থিয় দিবলৈ সক্ষম হৈছিল আৰু মধ্যযুগৰ ভাৰতৰ ৰাজনৈতিক মানচিত্ৰত সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ উজ্জ্বল ছবিখনি মচ খাই যাবৰ উপক্ৰম কৰাৰ মুহূৰ্ত্ততেই এই আহোমসকলেই পুনৰায় এই প্ৰান্তত 'অচম' বা 'অসম' নামৰ এখন সুকীয়া ৰাজ্যৰ ছবি অত্যুজ্জ্বল ৰূপত দাঙি ধৰিবলৈ সক্ষম হৈছিল। ফলত একালৰ কামৰূপ মধ্য-যুগৰ ঐতিহাসিক বা বুৰঞ্জী লেখকৰ বাবে হৈ পৰিছিল অচম বা অসম।

সেয়েই আধুনিক অসম প্ৰকৃতাৰ্থত আহোমসকলৰে অৱদান। তেওঁলোকে অসমৰ বুকুত খোপনি পুতি অসমৰেই অধিবাসী 'জীয়তি-পুততিৰে' সৈতে মিত্ৰতা স্থাপন কৰি, অসমৰে 'তিৰুতা' গ্ৰহণ কৰি, আনকি অসমৰ ভাষা-সংস্কৃতিকো নিজৰ বুলি গ্ৰহণ কৰি অসমৰ ভাগ্য আৰু স্বাৰ্থৰ সৈতেই নিজৰ ভাগ্য আৰু স্বাৰ্থকো জড়িত কৰি দিছিল। সেয়ে আহোমসকলৰ বিভিন্ন বুৰঞ্জীৰ পাত তেওঁলোকৰ বিভিন্ন ৰজা, পাত্ৰমন্ত্ৰী আৰু ডা-ডাঙৰীয়াৰ দেশপ্ৰেমৰ তথা অসম প্ৰেমৰ আপ্ত বাক্যৰে আজি ভৰপূৰ। অইনহে নালাগে অসম বুৰঞ্জীৰ গৌৰৱ

স্বৰূপ সুপ্ৰসিদ্ধ শৰাইঘাটৰ যুদ্ধৰ প্ৰসঙ্গত দিল্লীৰ প্ৰৱল প্ৰতাপী সম্ৰাট আওৰঙ্গজেৱৰ মোগল শক্তি আৰু তেওঁৰ সেনাপতি ৰাজপুত ৰামসিংহৰ সম্মিলিত বাহিনীক বিনা বাক্যব্যয়ে প্ৰত্যাহ্বান জনোৱা বীৰ ৰজা চক্ৰধ্বজসিংহই গৰজি উঠি কৈছিল "বঙ্গালৰ অধীন হুই থাকিবতো মৰনেসে শ্ৰেয়।" একেজনা বীৰ স্বৰ্গদেৱৰ বিচক্ষণ মন্ত্ৰী আতন বাঁহগৰীয়া বুঢ়াগোহাঁয়ে ৰজাৰ উক্ত উক্তিৰ সমৰ্থনত মাত লগাই কৈছিল "সদায় স্বতন্ত্ৰ ৰজা আমি, বঙ্গালৰ আইচতি সহিব নোৱাৰোঁ।— স্বৰ্গদেৱতাই উত্তমহে বুলিছে। পাৰিতপক্ষে আজিয়েই যেন বঙ্গালক ধৰিম।" অৱশেষত এই শৰাইঘাটৰ যুঁজৰেই প্ৰস্তুতিকল্পে 'দেৱৰো দুৰ্গম গড়' সাজিবলৈ যাওঁতে আগিয়াঠুটিৰ গড়ত কামত লেহেম কৰাৰ অপৰাধত 'মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি নিজৰ মোমায়েককে খাপৰ পৰা সাউতকৰে তৰোৱাল উলিয়াই শৰাইঘাটৰ যুদ্ধৰ বীৰ সেনাপতি লাচিত বৰফুকনে কাটি দুডোখৰ কৰিছিল। আনহাতে এওঁলোকৰেই প্ৰসিদ্ধ ৰজা স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত আহোম ৰাজত্বৰ স্বৰ্ণ যুগত, ৰজাই গৌড় দেশ লবলৈ উদ্যম কৰাত (মঞ্জি ঢকা সীমাকৈ ৰঙ্গাগঢ়াৰ পৰা এই ৰাজ্য খানি মাৰিবলৈ মন কৰো। তোমালোকে কি কোৱা?), কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁয়ে মহাৰজাৰ কথাতে ভৰ দি কৈ উঠিছিল: "স্বৰ্গদেৱে উত্তমহে সুধিছে। কৰতীয়া-গঙ্গা সীমা কৰি আমাৰেসে ৰাজ্য। আমি মন-কাণ নোদিবৰ দ্বাৰাইহে শত্ৰুয়ে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি আপুনাৰ সীমানা ৰাখি ৰাজা লৱনেসে যোগ্য।" ........ইত্যাদি।

এয়েই আছিল মধ্যযুগৰ কামৰূপৰ আহোম শক্তি; আৰু পূবে কুণ্ডিল-প্ৰান্তৰ পৰা পশ্চিমে কৰতীয়া-গঙ্গালৈকে 'আপুনাৰ সীমানা' বুলি বিশ্বাস কৰা তেওঁলোকৰ আহোম ৰাজ্য বা অসম দেশ। এই ৰাজ্যৰেই ইতিহাসৰ সোণালী অধ্যায় তেওঁলোকে নিজেই নিজৰ 'বুৰঞ্জী'ত লিপিবদ্ধ কৰি থৈ গৈছিল। কিন্তু হায়! এনেহেন



পৰাক্ৰম আৰু প্ৰতিপত্তিৰ ইতিহাসতো এদিন ঘূণে ধৰিছিল; আৰু অৱশেষত তেওঁলোকৰেই সৃষ্ট অসমত আহোম-শক্তিৰো 'বেলিমাৰৰ বুৰঞ্জী' অইনে ৰচনা কৰিবলগীয়া হৈছিল।

## কামৰূপৰ কামতাৰ খবৰ

খ্ৰীষ্টিয় ত্ৰয়োদশ শতিকাৰ সময়ছোৱাত কামৰূপৰ পূব মূৰত অহোমসকলে তেওঁলোকৰ ৰাজ্য হিচাবে অচম বা অসমৰ জন্ম দিবৰ উপক্ৰম কৰাৰ মুহূৰ্ত্তত কামৰূপ ৰাজ সন্ধিয়ায়ো প্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ ধ্বংসোন্মুখ ৰাজধানীখন দেশৰ পশ্চিম সীমান্তৰ আজিৰ কোচবিহাৰ জিলাৰ মাজেদি বৈ যোৱা চৰ্লা নদীৰ পশ্চিম পাৰলৈ তুলি নিয়াৰ কথা আমি আগতেই উল্লেখ কৰি আহিছো। ৰজা সন্ধিয়াই ৰাজধানীখনৰ লগতে দেশৰ অধিষ্ঠাত্ৰী দেৱী কামাখ্যা বা কামদাকো এই নতুন ৰাজধানীলৈ আনি ইয়াতেই প্ৰতিষ্ঠা কৰিছিল বাবে হয়তো ৰাজধানীৰ নামো কামদা বা কামতাপুৰ সম্ভৱ হৈছিল। শেহলৈ কিন্তু এই কামতাই পূৰ্ব্বৰ সকলো শৌৰ্য্য-বীৰ্য্য পৰিহাৰ কৰি এফালে চুটিয়া বা আহোম আৰু আনকালে গৌড় বঙ্গৰ মধ্যবৰ্ত্তী এখন প্ৰান্তীয় ৰাজ্য হিচাবেহে বুৰঞ্জীত ঠাই পোৱা দেখা যায়। উদাহৰণ স্বৰূপে চুটিয়া ৰজা ৰত্নধ্বজপালৰ প্ৰতিষ্ঠাৰ সময়ত (১২২৪—১৩০৩) চুটিয়া শক্তিয়ে এই কামতাকো প্ৰভাৱিত কৰিছিল আৰু কামতাৰাজে নিজ কন্যা এটিক ৰত্নধ্বজলৈ বুলি আগবঢ়াইহে তেওঁৰে সৈতে মিত্ৰতা স্থাপন কৰিছিল। আনকি আহোমসকলৰ ৰজা চুখাংফায়ো (১২৯৩—১৩৩২) কামতা ৰাজ্য আক্ৰমণ কৰি কামতাৰাজৰ 'ৰাজনী-ভাজনী' নামৰ দুই কন্যাক বিয়া কৰাই মিত্ৰতা স্থাপন কৰিছিল।

কামতা ৰাজ্যৰ প্ৰাৰম্ভিক কালৰ উক্ত বুৰঞ্জীয়ে আমাক নিসন্দেহে এই ৰাজ্যৰ জন্মৰে পৰা হোৱা পঁঞা লগা অৱস্থাৰেই সন্ধান দিয়ে।

আনহাতে এই ৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা সন্ধিয়াৰ পিছত এই ৰাজ্যৰ সিংহাসননো কাৰ কাৰ হাতলৈ যায়, তাৰো বিতং খবৰ পোৱা টান। পণ্ডিত কনকলাল বৰুৱাই আনকি পালৰজা জয়পালৰ মৃত্যুৰ পিছৰ পৰা কামতাত বিশ্বসিংহৰ অভ্যুদয়ৰ কাললৈকে প্ৰায় তিনিশ বছৰৰ কামৰূপৰ বুৰঞ্জী বৰ আন্ধাৰ বুলি কৈছে। যিয়েই নহওক, সন্ধিয়াৰ পিছত হয়তো সিন্ধুৰায়, ৰূপ, সিংহধ্বজ, প্ৰতাপধ্বজ প্ৰভৃতি ৰজাসকল এই সময়ছোৱাত কামতাৰ সিংহাসনলৈ আহে।

এওঁলোকৰ পিছতেই কিন্তু আমি কামৰূপী তথা অসমীয়া লিখিত সাহিত্যৰ জন্মযুগৰ পৃষ্ঠপোষক কামতাৰ প্ৰাতঃস্মৰণীয় ৰজা ধৰ্ম্মনাৰায়ণ, দুৰ্ল্লভনাৰায়ণ, ইন্দ্ৰনাৰায়ণ প্ৰভৃতি ৰজাসকলৰ নাম পাওঁহঁক। এওঁলোকৰ পৃষ্ঠপোষকতাতেই শঙ্কৰ-পূৰ্ব্ব কবি হেমসৰস্বতী আৰু হৰিবৰ বিপ্ৰই সিকালৰ চৰ্লা নদীৰ তীৰত কামৰূপী ভাষা-সাহিত্যৰ চৰ্চ্চা আৰু তাৰে কাব্য-প্ৰয়াসৰ পাতনি মেলিছিল। হেমসৰস্বতীয়ে হয়তো প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপৰ গৌৰৱ সুঁৱৰিয়েই পুৰাণ মহাকাব্যৰ পাতৰ পৰা বুটলি লৈছিল লুইতৰ পাৰৰ আদিমতম বিপ্লৱী বৈষ্ণৱ পুৰুষ 'প্ৰহ্লাদ'ৰ চৰিত্ৰ। আৰু এই 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনি তৰিবলৈ গৈ তেওঁ প্ৰথমেই তেওঁৰ পৃষ্ঠপোষক কমতামণ্ডলৰ মহান ৰজাজনলৈ কৃতজ্ঞতা আগবঢ়াইছিল এইবুলি ঃ

"কমতামণ্ডল দুৰ্ল্লভ নাৰায়ণ
নৃপবৰ অনুপম।
তাহান ৰাজ্যত ৰুদ্ৰ সৰোচতি
দেবজানি কন্যা নাম॥
তাহান তনয় হেম সৰোচতি
ধ্ৰুবৰ অনুজ ভাই।" ——ইত্যাদি।

হৰিবৰ বিপ্ৰয়ো এই একেজন ৰজাৰেই পৃষ্ঠপোষকতা লাভ কৰিছিল। কিয়নো তেৱোঁ তেওঁৰ মহাভাৰতৰ জৈমিনীয় অশ্বমেধ



পৰ্ব্বৰ ভাঙনি কৰিবলৈ গৈ একেই লুইতৰ পাৰৰে অন্য এজন পুৰাণ প্ৰসিদ্ধ বীৰ বভ্ৰুবাহনক বিচাৰি লৈ 'বভ্ৰুবাহনৰ যুদ্ধ' ৰচনা কৰি ভণিতাত একেজন দুৰ্ল্লভনাৰায়ণকেই সুঁৱৰিছিল ঃ

"জয় জয় নৃপবৰ দুৰ্ল্লভ নাৰায়ণ ৰাজা
কমতাপুৰে ভৈল বীৰবৰ।"

প্ৰসঙ্গক্ৰমে এইখিনিতেই উল্লেখ কৰিব পাৰি যে কামৰূপী সাহিত্যৰ জন্মযুগৰ এই কবি দুগৰাকীয়ে কামৰূপ-কামতাৰ ইতিহাসৰ এই দুৰ্য্যোগ বা সন্ধিক্ষণৰ মুহূৰ্ত্ততো তেওঁলোকৰ কাব্যচৰ্চ্চাৰ প্ৰেৰণাৰ উৎস হিচাবে কামৰূপীয় চৰিত্ৰকেইটিকহে পুৰাণ ইতিহাসৰ পাতৰ পৰা বাচি-বিচাৰি লৈছিল আৰু তাক নতুন ৰূপত জীৱন্ত কৰি দেশ-বাসীৰ আগত তেওঁলোকৰ বোধগম্য ভাষাত দাঙি ধৰিবৰ প্ৰয়াস কৰিছিল। এই দৃষ্টান্তই নিসন্দেহে সেই সময়ৰ ৰজা-প্ৰজা তথা বুদ্ধিজীৱিৰ অন্তৰৰ গোপন কক্ষত ভাৰতৰ পূব প্ৰান্তৰ তেওঁলোকৰ এই স্বদেশখনৰ প্ৰতি তেওঁলোকৰ আনুগত্য আৰু প্ৰেম অব্যাহত থকাটোকেই দেখুৱাইছিল।

যিয়েই নহওক, দুৰ্ল্লভনাৰায়ণ আৰু তেওঁৰ বংশধৰসকলে হয়তো কামতাত ত্ৰয়োদশ শতাব্দীৰ শেষ ভাগত ৰাজত্ব কৰিছিল। এওঁলোকৰ পিছতে কামতাৰ ভাগ্যাকাশলৈ আহিছিল খেনবংশ। এওঁলোকৰো নীলধ্বজ, চক্ৰধ্বজ প্ৰভৃতি ৰজাৰ পিছত কামতাৰ সিংহাসনলৈ আহিছিল ইতিহাস-প্ৰখ্যাত ৰজা নীলাম্বৰ। নীলাম্বৰ নিসন্দেহে কামতাৰ এগৰাকী ক্ষমতাশালী ৰজা আছিল। ৰাজপাটত উঠিয়েই পূব-পশ্চিমলৈ দিগ্বিজয় যাত্ৰা কৰি এওঁ কামতা ৰাজ্যৰ পৰিসৰ বৃদ্ধি কৰিছিল। এওঁ প্ৰজাহিতকৰ কামো অনেক কৰিছিল। ৰাজ্যৰ চাৰিওফালে আলি বন্ধাই, পুখুৰী খন্দাই, ঠায়ে ঠায়ে আলহী ঘৰ আদিও সজাই দিছিল। এওঁ সজা ৰাজআলিৰ এক অংশ আজিকালিও পশ্চিমবঙ্গৰ "দীনহাতা মেখেলীগঞ্জ কোচবিহাৰ

"কাকিনা ৰোড" নামেৰে হেনো বিখ্যাত হৈ আছে। নীলাম্বৰেই গৌড় ৰাজৰ কন্যা এটিও বিয়া কৰাইছিল আৰু এই কন্যা-জড়িত কথাই হেনো কামতাৰাজ নীলাম্বৰৰ কাল হৈছিল। কথিত আছে যে গৌড়-ৰাজ্যৰ এই কন্যাৰ কোনো কেলেঙ্কাৰীৰ সূত্ৰ লৈ গৌড়েশ্বৰে কামতা ৰাজ্য আক্ৰমণ কৰে আৰু ছলনা কৰি সৰলমতি নীলাম্বৰক দুৰ্গৰ ভিতৰতে বন্দী কৰি মৃত্যুৰ মুখত পেলায়।

অৱশ্যে এই গৌড়েশ্বৰনো কোন আছিল, সেই লৈ পণ্ডিতসকলৰ মতানৈক্য আছে। অনেকৰ মতে এওঁ আছিল পঞ্চদশ শতিকাৰ শেষভাগৰ গৌড়ৰ নবাব ৰাজ্যলিপ্সু হুছেইন চাহ। সেয়ে হলে, এৱেঁই ১৪৯৮ খ্ৰীষ্টাব্দত কামতা ৰাজ্য আক্ৰমণ কৰিছিল আৰু কামতাৰ পৰাক্ৰমী নীলাম্বৰক বলেৰে নোৱাৰি ছলনাৰে বশ কৰিছিল। নীলাম্বৰৰ মৃত্যুৰ পিছত কিন্তু কামতা ৰাজ্যৰ ভাগ্যাকাশ আকৌ অন্ধকাৰ হয়। সম্ভৱ এই সময়তেই কামৰূপ-কামতাৰ অ'ত ত'ত ভূঞা-সকল প্ৰতাপশালী হৈ উঠে আৰু দেশত একপ্ৰকাৰ 'মাৎস্যন্যায়' অৱস্থাৰ সৃষ্টি কৰে। অৱশেষত কামৰূপ-কামতাৰ এই অন্ধকাৰ অৱস্থাৰ ওৰ পেলোৱাৰ মানসেৰেই হয়তো আগবাঢ়ি আহিল আজিৰ গোৱালপাৰা জিলাৰ 'চিক্‌নাঝাৰ'ৰ প্ৰখ্যাত হাড়িয়ামণ্ডলৰ পুত্ৰ 'বিশু' বা বিশ্বসিংহ।

## কামতাত কোচৰাজবংশ

বিশ্বসিংহই আনুমানিক ১৫১৫ খ্ৰীষ্টাব্দত কামতাৰ অধীশ্বৰ বুলি নিজকে ঘোষণা কৰে। সেই সময়ত আমি আগতেই উল্লেখ কৰি অহাৰ দৰে গৌড়ৰ নবাব হুছেইন চাহৰ আক্ৰমণত ৰাজ্যৰ ৰাজধানী কামতানগৰী ইতিমধ্যেই ধ্বংসস্তূপত পৰিণত হৈছিল। আনহাতে ভূঞাসকলৰ প্ৰতিপত্তি লাভৰ বাসনাৰ যুঁজবাগৰত দেশৰ 'মাৎস্যন্যায়' অৱস্থা। গতিকেই বিশ্বসিংহই নিসন্দেহে ভগা ৰাজ্য নতুনকৈ জোৰা-



টাপলিৰে সজাই তোলাৰ কামত ব্ৰতী হবলগীয়া হৈছিল। বিশ্বসিংহই হেনো প্ৰথমতে তেওঁৰ পিতৃভূমি 'চিক্‌নাঝাৰক'ই তেওঁৰ ৰাজধানী হিচাবে ব্যৱহাৰ কৰিছিল। কিন্তু পিছলৈ সমগ্ৰ কামতাপুৰতেই তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হোৱাত তেওঁৰ ৰাজধানীখনো দেশৰ প্ৰাচীন ৰাজধানী ধ্বংসপ্ৰাপ্ত কামতানগৰীৰ ওচৰলৈ তুলি নি ধৰ্লানদীৰ ইটো পাৰত কোচৰ বিহাৰ 'কোচবিহাৰ' নগৰী নিৰ্ম্মাণ কৰিলে। ইয়াৰ পিছত ৰজা বিশ্বসিংহ লাগি গ'ল ৰাজ্যৰ পুনৰ নিৰ্ম্মাণত। এই সময়তেই তেওঁ কামৰূপৰ নীলাচল পাহাৰত ইতিমধ্যে সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ ধ্বংসস্তূপৰ মাজত হেৰাই যাবৰ উপক্ৰম কৰা কামাখ্যাদেৱীৰ সন্ধান পায় হেনো।

"কথিত আছে যে ৰাজ্য বিস্তাৰৰ সময়ত বিশ্বসিংহ আৰু ভাতৃ শিৱসিংহই নৈশ অভিযান কৰি শত্ৰুৰ ওপৰত জপিয়াই পৰে আৰু শত্ৰুক পৰাস্ত কৰে। এনে এটা নৈশ অভিযানৰ সময়তে দুয়ো ভায়েক-ককায়েকে এদিন নিশাৰ গভীৰ অন্ধকাৰত নিজ সৈন্যদলৰ পৰা বিচ্ছিন্ন হৈ বাট-পথ হেৰুৱায় আৰু অন্ধকাৰত ঘূৰি ঘূৰি দুয়ো নীলাচল পাহাৰৰ যোনীগৰ্ত্তত উপস্থিত হয়। তাতে এজনী বুঢ়ীৰ পৰা যোনীগৰ্ত্তৰ অধিষ্ঠাত্ৰী দেৱী কামাখ্যাদেৱীৰ মাহাত্ম্যৰ কথা শুনিবলৈ পায় আৰু নিজ সৈন্যদলৰ লগত লগলগাই দিবলৈ কামাখ্যাদেৱীৰ ওচৰত সকাতৰে 'মানত' কৰে যে মনোবাঞ্ছা পূৰ্ণ হলে কামাখ্যাদেৱীৰ কাৰণে এটি সোণৰ মন্দিৰ সাজি দিব। আচৰিত কথা যে নিশা ভালদৰে নৌপুৱাওঁতেই নিজ সৈন্যদলক লগ পায় আৰু সেই তীৰ্থস্থানৰ মাহাত্ম্যত বৰকৈ আকৃষ্ট হয়। অৱশেষত নিজ প্ৰতিশ্ৰুতিমতে প্ৰতিখণ্ড ইটাত এক ৰতিকৈ সোণ দি এটি মন্দিৰ সাজি দিয়ে আৰু কান্যকুব্জৰ ব্ৰাহ্মণ বাসুদেৱ আচাৰ্য্যৰ পুতেক বল্লভাচাৰ্য্যক শ্ৰীক্ষেত্ৰৰ পৰা আনি কামাখ্যাদেৱীৰ সেৱা-পূজাৰ কাৰণে ব্ৰহ্মোত্তৰ মাটি দি নিযুক্ত কৰে।"

এইদৰেই চিক্‌নাঝাৰৰ হাড়িয়ামণ্ডলৰ পুত্র বিশু বা বিশ্বসিংহই অৱশেষত কামতাত কোচৰাজ্যৰ প্ৰতিষ্ঠা কৰি কামতাৰ ভাগ্যলক্ষ্মীক কোচ ৰাজবংশৰ হাতত তুলি লয়। বিশ্বসিংহ আহোম ৰজা চুহুংমুং বা দিহিঙীয়া ৰজাৰ সমসাময়িক আছিল আৰু উভয়ৰে বেছ মিত্রতাও আছিল। আনুমানিক ১৫৩৩ খ্রীষ্টাব্দত বসন্ত ৰোগত আক্রান্ত হৈ কোচ ৰাজবংশৰ প্ৰতিষ্ঠাতা বিশ্বসিংহই পৰলোক গমন কৰে।

এওঁৰ পিছতেই এই নব প্ৰতিষ্ঠিত কোচৰাজ্যৰ ভাগ্যাকাশলৈ আহে কোচবিহাৰ তথা অসমৰেই গৌৰৱ স্বৰূপ 'কামৰূপৰ বিক্ৰমাদিত্য' মহাৰাজ নৰনাৰায়ন (১৫৩৪ খ্রীষ্টাব্দত)। নৰনাৰায়ণ নিসন্দেহে এই কালৰ এজন গুণী, যশস্বী আৰু ক্ষমতাশালী ৰজা আছিল। এওঁৰ ৰাজত্বৰ অন্য এটি আকৰ্ষণ আছিল এওঁৰ বীৰ ভাতৃ যুৱৰাজ চিলাৰায়ৰ চিল্লাৰ দৰে ইখনৰ পিছত সিখনকৈ সমগ্ৰ অসম আৰু গৌড়-বঙ্গ বিজয়ৰ সাধুকথা সদৃশ কাহিনী। চিলাৰায়ে ককায়েক নৰনাৰায়ণক (যাক শৌৰ্য্য আৰু পৰাক্রমৰ বাবে মল্লদেৱ বুলিও জনা গৈছিল) ভাৰতৰ পূব প্ৰান্তৰ একছত্ৰী সম্রাট হিচাবে প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে চুবুৰীয়া আহোম, কছাৰী, মণিপুৰ, জয়ন্তীয়া, শ্ৰীহট্ট, খাছী, ডিমৰুৱা প্ৰভৃতি সমূহ ৰাজ্যকে বশ মনায় আৰু অৱশেষত তলৰ গৌড়ৰ মুছলমান শক্তিৰ প্ৰতিও চকু দিয়ে। কিন্তু ইমানদিনে একেৰাহে অসমৰ পৰ্ব্বত-ভৈয়ামৰ বিস্তৃত এলেকাৰ বিভিন্ন ৰণথলীত ৰণ কৰি কৰি ভাগৰি পৰা কোচসৈন্যই প্ৰথমডোখৰত গৌড়শক্তিৰ সমুখত তিষ্ঠিবলৈ টান পালে। ফলত গৌড়ৰ ৰণত কোচশক্তি হাৰিল আৰু চিলাৰায় নিজে বন্দী হ'ল। কিন্তু 'ইতিমধ্যে গৌড় ৰজাৰ মাতৃক সৰ্পই দংশন কৰে আৰু চিলাৰায়ে চিকিৎসা কৰি ৰাজমাতৃক মৃত্যুৰ হাতৰ পৰা ৰক্ষা কৰে। প্ৰতিদান হিচাবে ৰাজমাতাই শুক্লধ্বজক (চিলাৰায়ক শুক্লধ্বজ বুলিও জানিছিল) ধৰ্ম্ম-পুত্র হিচাবে গ্ৰহণ কৰে আৰু গৌড়ৰাজ্যৰ অভিজাত বংশৰ চাৰিজনী



হিন্দু কন্যাক শুক্লধ্বজৰ লগত বিয়া দি সসম্মানে মুক্তি দিয়ে। মতান্তৰে কৰতোয়া নদীকে সীমা কৰি তাৰে পূৰ্ব্বাঞ্চল শুক্লধ্বজক যৌতুক স্বৰূপে দিয়ে।'

কিন্তু ইয়াৰ কিছুদিন পিছতেই মহাৰাজ নৰনাৰায়ণৰ বন্ধু দিল্লীশ্বৰ মহামতি আকবৰৰ আমন্ত্ৰণক্রমে কোচৰজাই আকৌ দ্বিতীয়বাৰ গৌড়ৰাজ্য আক্রমণ কৰিবলগীয়াত পৰে। এই যুঁজত গৌড়শক্তিৰ পৰাজয় ঘটে আৰু গঙ্গা নদীকে সীমা কৰি সমগ্র গৌড়ৰাজ্য কোচ আৰু মোগলে সমানে ভুভাগ কৰি ভগাই লয়। দুৰ্ভাগ্যক্রমে এই গৌড় অভিযানতেই ১৫৭১ খ্রীষ্টাব্দৰ চ'ত মাহত গঙ্গাৰ পাৰত বসন্ত ৰোগত পৰি বীৰ চিলাৰায়ৰ মৃত্যু হয়। লগে লগে ৰজা নৰনাৰায়ণৰো বাহুবল আৰু মনোবল—উভয়তেই ভাঙোন আৰম্ভ হয়।

নৰনাৰায়ণ-চিলাৰায়ৰ মৃত্যুৰ পিছত কোচৰাজ্যৰ ভাগ্যলক্ষ্মী কিন্তু এনেদৰে গৌৰৱ আৰু সমৃদ্ধিৰ উচ্চ চূড়াত অৱস্থিত হৈ থাকিব নোৱাৰিলে। চিলাৰায়ৰ মৃত্যুৰ পিছত ৰজা নৰনাৰায়ণৰ জীৱিত কালতেই চিলাৰায়-পুত্ৰ ৰঘুদেৱৰ আঁকোৰগোঁজালিত কোচৰাজ্য ৰঘুদেৱ আৰু নৰনাৰায়ণৰ মাজত দুভাগ হৈ 'কোচ-হাজো' (সোণ-কোষকে সীমা কৰি গোৱালপাৰা, কামৰূপ, মঙ্গলদৈ, গাৰোপাহাৰ আৰু মৈমনসিংহ জিলাৰ উত্তৰ খণ্ড সাঙুৰি) আৰু 'কোচবিহাৰ'ত (সোণকোষৰ পৰা কৰতোয়ালৈকে কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি আৰু ডিনাজপুৰ পৰ্য্যন্ত বিস্তৃত অঞ্চল) পৰিণত হ'ল। লগে লগেই আৰম্ভ হ'ল গৃহ-কন্দল আৰু খোৱা-কামোৰাৰ দুৰ্ভগীয়া বুৰঞ্জী। ফলত ইয়াৰ পিছত কোচৰাজ্য ক্রমে এফালে আহোম আৰু আনফালে মোগল সাম্রাজ্যৰ বহতীয়া খণ্ডৰাজ্য দুখনত বিভক্ত হৈ পৰিল আৰু পৰিণতিত 'কোচ-হাজো' শেহলৈ অসম বা আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হ'লেও, 'কোচবিহাৰ' কিন্তু চিৰদিনলৈ অসম বা অসমীয়া জাতিয়ে হেৰুৱাই পেলায়।

অথচ এই কোচবিহাৰ একালত অসমীয়া জাতিৰ প্ৰাণ-চৈতন্যৰ প্ৰৱাহৰ লগত কেনে ঘনিষ্ঠভাৱে যে সাঙোৰ খাই আছিল, আজি যেন তাৰ স্মৃতি-কণা ৰোমন্থন কৰিলেও, প্ৰতি অসমীয়াৰ হৃদয়তন্ত্ৰী আৰু মগজু মুহূৰ্ত্তৰ বাবে হলেও জিকাৰ খাই নুঠাকৈ নাথাকে।

ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ কালছোৱাত কামৰূপী তথা অসমীয়া সাহিত্যৰ জন্মযুগৰ মুহূৰ্ত্তত কামতাৰ ৰজা দুৰ্ল্লভনাৰায়ণ, ইন্দ্ৰনাৰায়ণ প্ৰভৃতিৰ পৃষ্ঠপোষকতাত এই ভাষা-সাহিত্যই এখোজ-দুখোজকৈ বাট বুলিবৰ প্ৰয়াস কৰাৰ কথা আমি উন্নুকিয়াই আহিছো। গতিকেই স্বাভাৱিকভাৱেই কোচৰজাসকলেও এই ক্ষেত্ৰত তেওঁলোকৰ মহান দায়িত্বৰ কথা অনুভৱ কৰিছিল। নহলেনো অসমীয়া সাহিত্যৰ 'বেদব্যাস' ৰামসৰস্বতীক কোচৰজা নৰনাৰায়ণে ধন-বস্ত্ৰ, অলঙ্কাৰ, দাস-দাসী দি ভাৰতৰ (মহাভাৰতৰ) পদ কৰিবলৈ আজ্ঞা দিব কিয়?

'আমাক কৰিলা আজ্ঞা পৰম সাদৰে।
ভাৰতৰ পদ তুমি কৰিয়োক সাৰে॥'

আনহাতে দেশৰ সৰ্ব্বজনৰ ভাষা-সাহিত্য-প্ৰেমী সিকালৰ বিদ্যোৎসাহী কোচৰজাজনৰ ভাষা-সাহিত্যৰ পৃষ্ঠপোষকতাৰ কি উজ্জ্বল নিদৰ্শন!

'আমাৰ গৃহত আছে টীকা-ভাষ্য যত।
নিয়োক আপোন গৃহে দিলোঁ হো সমস্ত॥
এহি বুলি ৰাজা সৱে বলধি জোৰাই।
পঠাইলা পুস্তক সৱ আমাসাৰ ঠাই॥
ধন-বস্ত্ৰ অলঙ্কাৰ দিলা বহুতৰ।
দাস-দাসী দিয়া মন বঢ়াইলা আমাৰ॥
........ ........ ........ ........
আমাসাক ধন-ৰত্ন দিলা মহাশয়।
সপ্তম পুৰুষমানে খাইবাক জোৰয়॥'



আনহাতে ৰজা নিজেই আছিল 'সৰ্ব্বশাস্ত্ৰ পৰায়ণ', 'কিন্তু শ্ৰেষ্ঠ ভাৰত-শ্ৰৱণে'। এনেকুৱা এজনা ৰজাৰ সঙ্গতেই সোণত সুৱগাৰ দৰে লগ লাগিছিল আহি বৰদোৱা-বাউসীৰ শ্ৰীমন্ত শঙ্কৰ। তাৰ পিছত 'জয় জয় মল্লনৃপতি ৰসজান, জাকেৰি গুণ গান নাহিকে সমান'– ৰজা নৰনাৰায়ণ, তেওঁৰ বীৰ ভাতৃ মহাপুৰুষ গুৰুজনাৰেই বংশৰ ৰামৰায়ৰ দুহিতা 'কমলা প্ৰিয়া আপি'ৰ স্বামী নুনু (চিলাৰায়) আৰু 'মধুদানৱ দাৰণ দেৱ বৰম'ৰ প্ৰৱক্তা জনাৰ মহামিলনৰ পৰ্ব্ব——কামৰূপ-কামতা তথা অসমৰ ইতিহাসৰ কি যে এক সুমধুৰ ইতিহাস! ৰোমাঞ্চকৰ অধ্যায়!!

কোচবিহাৰ হেনো পিল অসমৰ তিনিওজনা বৈষ্ণৱ গুৰু শঙ্কৰ, মাধৱ আৰু দামোদৰৰ আশ্ৰয়স্থলীত পৰিণত হৈছিলগৈ। এই কোচৰাজ্যতেই মহাপুৰুষ গুৰুজনা শ্ৰীমন্ত শঙ্কৰৰ মহাপ্ৰয়াণৰ পিছত মাধৱদেৱেও কোচবিহাৰৰ ——

'মধুপুৰে সত্ৰ পাতি তথাতে থাকিয়া।
বৈকুণ্ঠক চলি গৈলা নৰদেহক এৰিয়া॥'

কোচৰাজ্যত মাধৱদেৱে নৰদেহ এৰা সময়ত ৰজা আছিল মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণদেৱ। এই লক্ষ্মীনাৰায়ণেই মাধৱদেৱৰ অন্ত্যেষ্টিক্ৰিয়াৰ যথাযথ ব্যৱস্থা কৰি গঙ্গাত অস্থি বিসৰ্জ্জন দি——

'ৰাজা বোলে সবলোকে মোহোৰ ৰাজ্যত।
আজি হন্তে প্ৰৱৰ্ত্তোক মত মাধৱৰ॥
আগৰ মতক মানে সব দূৰ কৰ।
জানিলঞ মহাশুদ্ধ মত মাধৱৰ॥'— বুলি

মাধৱৰ ধৰ্ম্মমতক কোচবিহাৰৰ ৰাজধৰ্ম্ম হিচাবে ঘোষণা কৰিছিল। অৱশেষত এইখন কোচবিহাৰৰ এইজনা ৰজাৰেই আশ্ৰয় লৈছিল হেনো শ্ৰীমন্ত শঙ্কৰৰ ব্ৰাহ্মণ অনুগামী দামোদৰদেৱেও আৰু ৰজাই—

'পৰম আনন্দে ৰাজা নানা অৰ্চ্চা কৰি।
বৈকুণ্ঠপুৰত থান দিলন্ত সাদৰি ॥'

ইয়াৰ উপৰিও নীলাচলৰ কামাখ্যাৰ মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱৰ মন্দিৰো নৰনাৰায়ণ-চিলাৰায়ে পুনৰ নতুনকৈ সজাই-পৰাই তুলিছিল আৰু উক্ত মন্দিৰ দুটাৰ কাম–কাজ নিয়াৰিকৈ চলোৱাৰ উদ্দেশ্যে বৃহৎ পৰিমাণৰ ভূ-সম্পত্তি দান হিচাবে আগবঢ়াইছিল। কামাখ্যা মন্দিৰৰ এই পুনৰ্নিৰ্ম্মাণ কাৰ্য্য হেনো ১৫৬৫ খ্ৰীষ্টাব্দত শেষ হৈছিল। সেই চনতে এই মন্দিৰৰ দ্বাৰ উন্মোচন কৰা হৈছিল। সেই উদ্দেশ্যে মহাৰাজ নৰনাৰায়ণে নিজে তেওঁ আৰু তেওঁৰ ভাতৃৰ পত্নীসৱেৰে সৈতে তাহানিৰ নীলাচল পাহাৰত উপস্থিত হৈছিলহি। কথিত আছে যে এই সময়তেই এদিন হেনো ৰজা নৰনাৰায়ণে মন্দিৰৰ পূজাৰী কেন্দুকলাই ব্ৰাহ্মণৰ সহায়ত প্ৰতি সন্ধিয়াৰ আৰতিৰ সময়ত নগ্ন হৈ নৃত্য কৰা দেৱী কামাখ্যাৰ নৃত্য গোপনে দৰ্শন কৰিছিল। ফলত দেৱী কামাখ্যা অত্যন্ত ক্ৰোধান্বিতা হৈ ব্ৰাহ্মণ কেন্দুকলাইক শাও দি মাৰি পেলোৱাৰ উপৰিও, কোচৰজাসকলৰ কামাখ্যা দৰ্শন সেই মুহূৰ্ত্তৰে পৰা নিষিদ্ধ কৰি দিছিল। সেয়ে আজি পৰ্য্যন্ত কোচৰাজবংশৰ কোনো মানুহে হেনো কামাখ্যা দৰ্শন নকৰে। আনকি নীলাচল পাহাৰৰ ওচৰেদি গাড়ী-ঘোঁৰাত অতিক্ৰম কৰিবলগীয়া হলেও তেওঁলোকে সেই সময়ত চকু-মুখ ঢাকি ৰাখিহে অতিক্ৰম কৰে।

এয়েই আছিল কামৰূপৰ কামতাৰ কোচৰাজবংশ আৰু তেওঁলোকৰ একালৰ বাৰে-বৰণীয়া ঐতিহাসিক কাহিনী। আনহাতে তেওঁলোকৰ কোচবিহাৰ ৰাজ্যৰ অন্তৰ্গত 'জলপাইগুৰি, ৰংপুৰ, কোচবিহাৰৰ অধিবাসীসকল প্ৰায় ১৫০০ বছৰ (দৰাচলতে ততোধিক কাল ৰামায়ণ-মহাভাৰতৰ যুগৰে পৰা) কামৰূপী আছিল। ৰংপুৰ, মৈমনসিংহ, জলপাইগুৰি আৰু কোচবিহাৰৰ কলিতাবিলাক বঙ্গালী কায়স্থ হোৱা বেছি দিন হোৱা নাই।' 'আজি প্ৰায় ১৫০ বছৰৰ আগেয়ে ডক্টৰ বুকাননে এইবিলাক জিলাত বিস্তৰ কলিতা (কোচৰাজবংশী ?) মানুহ দেখিছিল। সেই কলিতাবিলাকৰ তিৰোতাই মেখেলা পিন্ধিছিল আৰু তেওঁলোক তাঁত বোৱাত পটু আছিল।' আনকি আজিও কোচ-ৰাজবংশী জাতিৰ 'তিৰোতাবিলাকে নিজৰ নিজৰ বিয়াৰ কাপোৰ আৰু বিয়াৰ পিছত স্বামীৰ ঘৰত গৈ যাতে ন-স্বামীৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত পিন্ধা-উৰা কাপোৰৰ কাৰণে নিৰ্ভৰশীলা হৈ থাকিব নালাগে, তাৰ কাৰণে বাপ-মাওৰ ঘৰতে কাপোৰ বই লয়।'

আনহাতে তেওঁলোকৰ ভাষা আছিল, তাহানিৰ বৃহত্তৰ কামৰূপীৰে ভাটী অঞ্চলৰ উপভাষা 'ৰাজবংশী'। এই ৰাজবংশীৰ বিষয়ে ভাষাবিদ ইংৰাজ পণ্ডিত গ্ৰীয়াৰ্ছন চাহাবে তেওঁৰ ভাৰতৰ ভাষা বিষয়ক 'জৰীপ-গ্ৰন্থ'ত লিখি থৈ গৈছিল এইবুলি যে 'ঢাকাৰ ফালৰ পৰা আহি থাকি ব্ৰহ্মপুত্ৰ নদী পাৰ হোৱাৰ পিছতেই ৰংপুৰ জিলাত এটি সম্পূৰ্ণ স্বকীয়া ভাষাৰ অৱস্থিতিৰ আভাস পোৱা গৈছিল আৰু এই ভাষায়েই ইয়াৰ (ৰংপুৰৰ) উত্তৰ আৰু পূবৰ জিলাকেখনলৈকো (কোচবিহাৰ, জলপাইগুৰি আৰু মৈমনসিংহ প্ৰভৃতি জিলা) বিয়পি আছিল। আনহাতে ই পশ্চিম আৰু দক্ষিণ-পশ্চিম গোৱালপাৰা জিলাৰো ভাষা আছিল।' খুব সম্ভৱ, এই ৰাজবংশীতেই অসমীয়া সাহিত্যৰ প্ৰাচীনতম 'বেলাড' বা মালিতা এই অঞ্চলৰেই একালৰ প্ৰখ্যাত ৰজা শঙ্কলাদিবৰ স্মৃতি-বিজড়িত 'মণি কোঁৱৰৰ গীত', 'ফুল কোঁৱৰৰ গীত' ৰচিত হৈছিল; আৰু সম্ভৱ হৈছিল উক্ত অঞ্চলৰেই আন এগৰাকী যশস্বী ৰজা মাণিকচন্দ্ৰৰ পত্নী 'ময়নামতী' আৰু পুত্ৰ 'গোপীচন্দ্ৰ'ৰ মুখৰ মৌখিক গীতমালাও। অৱশেষত এই ভাষাৰেই বৌদ্ধসিদ্ধ বা যোগীৰ মুখত হয়তো জন্ম পালে কামৰূপী বা অসমীয়া ভাষাৰ পোনপ্ৰথম সাহিত্যিক নিদৰ্শন 'চৰ্য্যাপদ' বা বৌদ্ধগান আৰু দোহাসমূহো।

এনেহেন কামতা, তাৰ কোচৰাজবংশ আৰু তেওঁলোকৰ কোচবিহাৰ ৰাজ্য—হায়, কালৰ কুটিল গতিত অসম আৰু অসমীয়াৰ দুৰ্ভাগ্য গুণে আজি অসমীয়াৰ হাতত নাই। ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ মৃত্যুৰ পিছৰ পৰাই হয়তো ই চপৰা চপৰে খহি বিদেশীৰ (মোগলৰ) হস্তগত হবলৈ আৰম্ভ কৰে আৰু অৱশেষত ইংৰাজ সকলৰ আগমনৰ পিছত, মোগল ৰাজ্যৰ হস্তান্তৰৰ ফলস্বৰূপে ই নৱ-গঠিত বঙ্গপ্ৰদেশৰ অন্তৰ্ভুক্ত হয়। ফলত একালৰ কামতা বা কোচৰাজ্যৰ অংশবিশেষ ৰংপুৰ, জলপাইগুৰি, মৈমনসিংহ প্ৰভৃতি আজিৰ পৰা মাত্ৰ ডেৰশ দুশ বছৰ আগতে বঙ্গৰ নৱ-জাগ্ৰত ভাষা আৰু সংস্কৃতিৰ গৰাহত পৰে আৰু পৰাধীনতাৰ লৌহ-শৃঙ্খলৰ গধুৰ হেঁচাত অৱদমিত হৈ থকা কালতেই কব নোৱাৰাকৈয়ে পৰ-সংস্কৃতিৰ বুকুত জাহ যায়। একমাত্ৰ কোচবিহাৰ জিলাখনহে ইংৰাজৰ অধীনত থকা দিনকেইটাত 'দুই নাৱত দুই ভৰি দি' অসমীয়া আৰু বঙ্গ-সংস্কৃতিৰ টনা-আজোৰাত দোদুল্যমান হৈ দিন কটাইছিল। কিন্তু অৱশেষত সাম্প্ৰতিক কালৰ অসম আৰু অসমীয়া জাতিৰ চৰম দুৰ্ব্বলতা, অসমীয়াৰ ভাষা-সংস্কৃতিৰ শোচনীয় বিপৰ্য্যয় আৰু সৰ্ব্বশেষত অসমীয়া নেতৃত্বৰ ক্ষীণ দুৰ্ব্বল কণ্ঠস্বৰৰ সুযোগ লৈ উচ্চাকাঙ্ক্ষী সুচতুৰ দূৰদৰ্শী বঙালী নেতৃবৃন্দই কোচবিহাৰৰ থলুৱা কোচ-ৰাজবংশী জমিদাৰ আৰু তাৰ পিছপৰা খিলঞ্জীয়া অধিবাসীসকলৰ অসমৰ লগত চামিল হোৱাৰ প্ৰবল আশা-আকাঙ্ক্ষাক ভৰিৰে মোহাৰি (আজিৰ কাছাৰ জিলাত যিটো ঘটিছে), পশ্চিমবঙ্গ প্ৰদেশৰ লগত চামিল কৰাই লয়। লগে লগে শেষ হৈ যায় কৌটিকলীয়া কামৰূপৰ কামতা তথা কোচৰাজ্যৰ শ শ বছৰৰ কেন্দ্ৰভূমিখনৰ মূলভূমিৰ পৰা ক্ৰমাৎ আঁতৰি যোৱাৰ, বিচ্ছিন্ন হৈ যোৱাৰ করুণতম ঐতিহাসিক অধ্যায়; যাৰ তুলনা—কামতা কোচবিহাৰৰ সদৃশ একোটা জাতীয় গোটৰ 'আত্ম-বিস্মৃতি'ৰ তুলনা হয়তো পৃথিবীৰ ইতিহাসতেই পাবলৈ টান।





ইমানপৰে আমি খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকৰ কামৰূপৰ আপাতদৃষ্টিত বিচ্ছিন্ন, ভিন্নমুখী প্ৰতিভাৰ ৰাজনৈতিক পটভূমিৰ ইতিহাসৰ গতিধাৰা অনুধাৱন কৰিবলৈ চেষ্টা কৰিলোঁ। দেখিলোঁ কিদৰে সুপ্ৰাচীন বিধ্বস্ত কামৰূপ-সাম্ৰাজ্যৰ ধ্বংসস্তুপত অৱশেষত ধীৰে ধীৰে অসমৰ সৃষ্টি সম্ভৱ হ'ল। আনহাতে এই অসমৰ সৃষ্টিৰ ক্ষেত্ৰত প্ৰথম দৃষ্টিত আমি যদিও আহোমসকলৰ অৱদানৰ কথা উল্লেখ কৰি আহিছোঁ, দৰাচলতে কিন্তু অসমৰ সৃষ্টি সম্ভৱ কৰি তুলিছে আন এটি অদৃশ্য শক্তিৰ যাদুকৰী হাতৰ পৰশ আৰু হাতবুলনিয়েহে। সি হ'ল, অসমৰ বুকুৰেদি তিব্বতৰ চাম্পো নৈ বৈ গৈ অসমতো লুইতৰ বিশাল উপত্যকা অঞ্চল গঢ়ি তোলাৰ সদৃশ, লুইতৰ পাৰে পাৰে পৰ্ব্বত-ভৈয়াম জুৰি বৈ যোৱা বৈদিক আৰ্য্য-ভাষাৰ জীয়ৰী কামৰূপী বা অসমীয়া ভাষাৰ অদৃশ্য বান্ধোনৰ এনাজৰী। এই এনাজৰীয়েই অনন্তকালৰ পৰা এই অঞ্চলত, কুণ্ডিলৰ পৰা কামতালৈকে বিস্তৃত অঞ্চলত বিচিত্ৰজনক বিভিন্ন ক্ষণত, এটি মাথোন পৰিয়ালৰ দৰে মৰমৰ বান্ধোনেৰে বান্ধি আহিছে; এক মন্ত্ৰত দীক্ষিত কৰিবৰ প্ৰয়াস কৰি আহিছে; কৰি আহিছে সাধনা। লুইতৰ দুপাৰজুৰি অসমীয়া ভাষা আৰু সাহিত্যৰ এই অন্তহীন অতুলনীয় ক্ষমতা দেখি ইংৰাজসকলৰ ৰাজত্বৰ সময়ছোৱাত অইনহে নালাগে স্বয়ং ইংৰাজ চাহাব ছাৰ জৰ্জ্জ আব্ৰাহাম গ্ৰীয়াৰ্ছনেই তেওঁৰ সুবিখ্যাত ভাৰতীয় ভাষাসমূহৰ জৰীপ-গ্ৰন্থত আশ্চৰ্য্য প্ৰকাশ কৰি কৈছিল: 'অসমীয়া জাতিয়ে অসমীয়া সাহিত্য (ভাষাও নিশ্চয়) গঢ়িলে নে অসমীয়া সাহিত্যই (আৰু ভাষাই) অসমীয়া জাতি গঢ়িলে, মই কব নোৱাৰো'। স্বৰূপাৰ্থত ভাৰতৰ অন্যান্য বহু জাতীয় গোটৰ দৰে অসমীয়া জাতিয়ে অসমীয়া ভাষা-সাহিত্য গঢ়া নাই; বৰং অসমীয়া ভাষা আৰু সাহিত্যৰ যাদুকৰী শক্তিয়েহে অসমীয়া জাতি গঢ়িছিল বা গঢ় দিছিল। গতিকেই

অসমীয়া জাতিৰ ক্ষেত্ৰত ভাষা-সাহিত্যৰ এই মোহিনী শক্তিয়েই হব লাগিব অসমীয়া জাতিৰ বৰ্ত্তমান আৰু ভবিষ্যতৰ গন্তব্য পথৰো ধ্ৰুৱতৰা, পাথেয়; আনকি পথৰ মন্ত্ৰ।

এনেহেন যাদুকৰী চিৰচেনেহী আমাৰ ভাষা-জননীৰ জন্ম যে ইতিহাসৰ কোন সুপ্ৰাচীন ক্ষণত সম্ভৱ হ'ল, তাৰ লেখ পাবলৈ আজি আৰু আমাৰ হাতত কোনো সমল নাই। আধুনিক ভাৰতীয় ভাষা যেনে— অসমীয়া, বঙালী, উড়িয়া, হিন্দী প্ৰভৃতিৰ জন্ম-মুহূৰ্ত্ত বিচাৰিবলৈ গৈ ভাষাবিদ পণ্ডিতসকলে খ্ৰীষ্টিয় প্ৰথম সহস্ৰকৰ সামৰণি আৰু দ্বিতীয় সহস্ৰকৰ আৰম্ভণিৰ মুহূৰ্ত্তটোকেই, অৰ্থাৎ দশম–একাদশ শতিকাতেই থিৰাং কৰিছে। তেওঁলোকৰ মতে ভাষাৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত তাৰ ঠিক পূৰ্ব্বমুহূৰ্ত্তটো—অৰ্থাৎ খ্ৰীষ্টিয় ৬০০–১,০০০ ৰ সময় ছোৱা হ'ল ভাষাৰ 'প্ৰাকৃত' আৰু 'অপভ্ৰংশ' স্তৰ; বৈদিক আৰ্য্যৰ ভাষা সংস্কৃতৰ গৰ্ভত অসমীয়া, বঙালী, উড়িয়া, হিন্দী আদি জীয়ৰী সকলৰ 'চন্দ্ৰ-কলাবং' বৰ্দ্ধিত হোৱা আৰু ভৰি-হাত লৰাই অঙ্গ সঞ্চালন কৰাৰ কাল।

এই সময়ছোৱাতেই সপ্তম শতিকাৰ আগ ভাগত মহাৰাজ ভাস্কৰবৰ্ম্মণৰ ৰাজত্ব কালত (খ্ৰীষ্টিয় ৬৭৩ চনত) কামৰূপত এমাহ কাল কটাই যোৱা চীনা-ভিক্ষু হিউৱেনচাঙে কামৰূপৰ বাটে-পথে নিশ্চয় মধ্যভাৰতৰ ভাষাতকৈ 'কিছু পৃথক' 'কামৰূপী-প্ৰাকৃতৰে'ই প্ৰাদুৰ্ভাব দেখিবলৈ পাইছিল। সম্ভৱ, এই প্ৰাকৃততেই সপ্তম-অষ্টম শতিকাৰ 'লেহীডিঙৰা ডাকৰ গাওঁ'ৰ ডাক-পুৰুষে তেওঁৰ যুগজয়ী বচনসমূহ ব্যক্ত কৰিছিল। গণ-ইতিহাসৰ এই অন্ধকাৰ যুগতেই, বাহিৰত দেৱ-ভাষা তথা সংস্কৃত ভাষাৰ ৰাজকীয় আৰু সামাজিক প্ৰতিপত্তি থকা কালতেই, দেশৰ প্ৰাকৃত জনসাধাৰণৰ কোনো স্বভাৱ-কবিয়ে হয়তো ৰচনা কৰিবলৈ লৈছিল অসমীয়া সাহিত্যৰ প্ৰাচীনতম প্ৰখ্যাত বেলাডসমূহ। এইক্ৰমেই ধীৰে ধীৰে আৰম্ভ হৈছিল বিশাল কামৰূপ



সাম্ৰাজ্যৰ অ'ত ত'ত কামৰূপৰ প্ৰাকৃত-জনসাধাৰণৰ মুখৰ ভাষা কামৰূপীৰ অন্তহীন জয়যাত্ৰা। ইয়াৰ উপৰিও মানুহৰ সামাজিক আৰু ব্যক্তিগত উছৱ-অনুষ্ঠান, উলহ-মালহৰ মুহূৰ্ত্তৰ আবেগ-উছাহ প্ৰকাশৰ গীত-মাতবোৰতো আছেই।

'ডাকে বোলে বাপু শুনা উপায়।
বাণিজ্যৰ ফল কৃষিত পায়॥
সোণা-ৰূপা কিবা কৰি।
ভাত নাখালে ভোকত মৰি॥'

'ৰজাক চিনিবা দানত।
ঘোঁৰাক চিনিবা কাণত॥
খুৰক চিনিবা শানত।
তিৰিক চিনিবা স্নানত॥'

আকৌ,

'পকা তেতেলি বুঢ়া বৰালি।
বিস্তৰ কৰি দিবাহা জালি॥
কাঢ়ি থৈ দিবা টেঙা জোল।
খাবৰ বেলা মুণ্ড নোতোল॥'

এইক্ৰমেই ডাক-পুৰুষৰ বচন আদিৰে হয়তো এদিন আৰম্ভ হৈছিল কামৰূপ-ক্ষেত্ৰত জন-গণৰ মুখৰ মৌখিক সাহিত্যৰ মৌ-কোঁহ। তাৰ পিছত কৰবাত ইতিহাসৰ কোনো সুপ্ৰাচীন মুহূৰ্ত্তত জনগণৰ প্ৰিয় ৰজা 'শঙ্কলাদিৱ' নামৰ ৰাজ-ৰাজেশ্বৰৰ (পণ্ডিত সকলৰ মতে এওঁ প্ৰাচীন কামতা অঞ্চলৰ সপ্তম শতিকামানৰ শক্তিশালী ৰজা যিয়ে পাৰস্য দেশৰ ভাৰত-বিজয়ী সম্ৰাট আফ্ৰচিয়াবৰে সৈতে ৰংপুৰৰ ঘোঁৰাঘাট নামৰ ঠাইত যুঁজ দি অৱশেষত মৃত্যু বৰণ কৰিব লগীয়া হৈছিল) মৰমৰ পুত্ৰ মণিকোঁৱৰৰ গা ধুবলৈ যাওঁতে পানীত পৰি

মৃত্যু ঘটিল। ফলত ছয়মহীয়া গৰ্ভৱতী তিৰোতা 'কাঁচন কুঁৱৰীৰো' অকাল বৈধব্য উপস্থিত হ'ল। সেয়েহে সহজ-সৰল চহা স্বভাৱ কবিয়ে শোকাভিভূত অন্তৰেৰে গাই উঠিল :

'শঙ্কলদেউ ৰজাৰে পুতেক মণিকোঁৱৰ, কোলাতে খতিখুন নাই।
এবেলি কোলাতে, এবেলি ঘোঁৰাতে, এবেলি খেৰি খেলায়॥
খেৰি খেলায়ে, ৰঙকে নাপালে, নৈত গা ধুবলৈ যায়।
ছতঁৰা লিগিৰি, দি যায় পানী তুলি, নুজুৰায় কোঁৱৰৰ গাই'॥

আৰু সদায় ছতঁৰা লিগিৰিয়ে তুলি দিয়া পানীৰে গা ধুই হেপাহ নপলোৱাত নিজে বৰনৈৰ পানীত নামি হেপাহ পলুৱাই গা ধুই থাকোঁতে হঠাতে জলকোঁৱৰে মণিকোঁৱৰক হৰি নিয়াত গৰ্ভৱতী কাঁচন কুঁৱৰীৰ দুখত এইবাৰ আকৌ একেজনা কবিয়ে হিয়াধুনি কান্দিলে :

'শঙ্কলদেউ ৰজাৰে পুতেক মণিকোঁৱৰ হেৰাল পানীতে পৰি।
শঙ্কলদেউ ৰজাৰ কাঁচন বোৱাৰী থাকিল গলত জৰী॥
উজনি-নামনিত মণিকোঁৱৰক বিচাৰি নাপালে পাৰ।
শঙ্কলদেউ ৰজাৰ কাঁচন বোৱাৰীৰ বল ছমহীয়া ভাৰ॥'

অৱশেষত চাৰি মাহ পিছত 'মঙ্গলবাৰৰ দিনা, মাজনিশাখন' কেনেকৈ 'স্বৰ্গদেৱৰ নাতি' ফুলকোঁৱৰৰ উপজিল, স্বৰ্গদেৱে মৰমতে নাতিয়েকক কিদৰে কাঠৰ পখী-ঘোঁৰা সাজি দিলে আৰু নাতিয়েকেও কিদৰে কাঠৰ পখী-ঘোঁৰাত 'চাবুকৰ ছাট মাৰি' 'ছমাহৰ বাট একেদিনে' গৈ মালিনীৰ বাৰীত পৰিল—ইত্যাদি স্বৰ্গ-মৰ্ত্ত্য একেলগ কৰিব পৰা চহা কবিৰ কল্পনাৰ ঘোঁৰাকো চাবুকৰ ছাট মাৰি এৰি দিছিল হয়তো। এওঁলোকৰে কিছু পিছৰ কালৰ প্ৰাচীন কামতা অঞ্চলৰেই ৰজা হয়তো আছিল কোনো মাণিকচন্দ্ৰ। এই মাণিকচন্দ্ৰ তেওঁৰ পত্নী ময়নামতী আৰু পুত্ৰ গোপীচন্দ্ৰৰ জীৱনৰ করুণ শোকাবহ অধ্যায়কেই লৈ ৰচিত হৈছিল 'মাণিকচন্দ্ৰ-ময়নামতী গোপীচন্দ্ৰৰ' গান। সহজ কথাত



কৰলৈ সমসাময়িক ভাৰতবৰ্ষৰ প্ৰথিতযশা কবিসকলৰ ক্লাচিক সংস্কৃত কাব্যৰ আহিত এইবোৰ যেন প্ৰাচীন কামৰূপ কামতাৰ চহা অথচ সৰস্বতীৰ আশীৰ্ব্বাদ পোৱা আনহাতে যশস্যা-সুখ্যাতিৰ নাম-গোন্ধকো নিবিচৰা কোনো ৰাজভক্ত কবিৰ চকুলোৰে লেখি থৈ যোৱা বুৰঞ্জীহে!

এইবোৰৰ লগে লগেই আকৌ গঢ় লবলৈ আৰম্ভ কৰিছিল গণ-জীৱনৰ বিয়া-বাৰু, পূজা-পাৰ্ব্বণ আদিৰ সতে জড়িত বিভিন্ন গীত-মাতবোৰ। প্ৰাচীন কালৰ ব্ৰাহ্মণ্য সংস্কৃতিৰে পৰিপুষ্ট ভাৰতীয় গ্ৰাম্য সমাজৰ আদৰ্শ স্বামী-স্ত্ৰী আছিল হৰ-গৌৰী, কৃষ্ণ-ৰুক্মিণী, ৰাম-সীতা আদি। গতিকে দৰা-কইনাক বিয়াৰ দিনাৰ মুহূৰ্ত্তটোত হৰ-গৌৰী বা ৰাম-সীতাৰ কোনো এযোৰা পাতি জাউৰিয়ে জাউৰিয়ে গীত ৰচিছিল প্ৰত্যুৎপন্নমতি কোনো গাৱঁলীয়া তিৰোতাই ; আনহাতে এই বিবাহ অনুষ্ঠানবোৰৰ প্ৰতিটো অৱস্থাৰ লগত ৰজিতা খুৱাই ৰচি যোৱা এই গীতবোৰো প্ৰথিতযশা যি কোনো কবিৰ কাব্য তথা নাটকতকৈও কোনো গুণে কম নাছিল। আকৌ প্ৰাচীন-কালৰ ভাৰতবৰ্ষৰ বৈজ্ঞানিক চিন্তা চৰ্চা বা বিজ্ঞানৰ বতৰা বিবৰ্জ্জিত গ্ৰাম্য-সমাজত ভূত-প্ৰেত, দাইনী-যখিনী বা আই-অপেশ্বৰীৰ প্ৰাদুৰ্ভাব জানো কমখিনি আছিল! গতিকেই মাতৃসৱে, অসমীয়া গাৱঁলীয়া মাতৃয়ে তেওঁলোকৰ পেটৰ পো-পোৱালীক এই সৱৰ কুদৃষ্টি বা খং-ৰাগৰ পৰা ৰক্ষা কৰিবৰ অভিপ্ৰায়ে মাজে মাজে পূজা-সবাহৰ অনুষ্ঠান পাতিছিল। বিভিন্ন আনুষ্ঠানিকতাৰে আই-মাতৃসকলে একত্ৰ হৈ নাম প্ৰসঙ্গ কৰিছিল আৰু আই গোসানীসকলক কত মিঠা মিঠা সম্বোধন-সম্ভাষণেৰে যে তুষ্ট কৰিবলৈ নিবিচাৰিছিল! উদাহৰণ স্বৰূপে, একালৰ অসমীয়া তথা ভাৰতীয় জীৱনৰ অভিশাপ সদৃশ মহামাৰী বসন্ত ৰোগৰ প্ৰাদুৰ্ভাৱৰ সময়ত দেশৰ বিভিন্নজনৰ ঘৰে ঘৰে 'আইৰ

আনহাতে এই ৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা সন্ধিয়াৰ পিছত এই ৰাজ্যৰ সিংহাসনলো কাৰ কাৰ হাতলৈ যায়, তাৰো বিতং খবৰ পোৱা টান। পণ্ডিত কনকলাল বৰুৱাই আনকি পালৰজা জয়পালৰ মৃত্যুৰ পিছৰ পৰা কামতাত বিশ্বসিংহৰ অভ্যুদয়ৰ কাললৈকে প্ৰায় তিনিশ বছৰৰ কামৰূপৰ বুৰঞ্জী বৰ আন্ধাৰ বুলি কৈছে। যিয়েই নহওক, সন্ধিয়াৰ পিছত হয়তো সিন্ধুৰায়, ৰূপ, সিংহধ্বজ, প্ৰতাপধ্বজ প্ৰভৃতি ৰজাসকল এই সময়ছোৱাত কামতাৰ সিংহাসনলৈ আহে।

এওঁলোকৰ পিছতেই কিন্তু আমি কামৰূপী তথা অসমীয়া লিখিত সাহিত্যৰ জন্মযুগৰ পৃষ্ঠপোষক কামতাৰ প্ৰাতঃস্মৰণীয় ৰজা ধৰ্ম্মনাৰায়ণ, দুৰ্লভনাৰায়ণ, ইন্দ্ৰনাৰায়ণ প্ৰভৃতি ৰজাসকলৰ নাম পাওঁহঁক। এওঁলোকৰ পৃষ্ঠপোষকতাতেই *শঙ্কৰ-পূৰ্ব্ব* কবি হেমসৰস্বতী আৰু হৰিবৰ *বিপ্ৰই* সিকালৰ চৰ্লা নদীৰ তীৰত কামৰূপী ভাষা-সাহিত্যৰ চৰ্চ্চা আৰু তাৰে কাব্য-প্ৰয়াসৰ পাতনি মেলিছিল। হেমসৰস্বতীয়ে হয়তো প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপৰ গৌৰৱ সুঁৱৰিয়েই পুৰাণ মহাকাব্যৰ পাতৰ পৰা বুটলি লৈছিল লুইতৰ পাৰৰ আদিমতম বিপ্লৱী বৈষ্ণৱ পুৰুষ 'প্ৰহ্লাদ'ৰ চৰিত্ৰ। আৰু এই 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনি তৰিবলৈ গৈ তেওঁ প্ৰথমেই তেওঁৰ পৃষ্ঠপোষক কমতামণ্ডলৰ মহান ৰজাজনলৈ কৃতজ্ঞতা আগবঢ়াইছিল এইবুলি ঃ

"কমতামণ্ডল দুৰ্লভ নাৰায়ন
নৃপবৰ অনুপম।
তাহান ৰাজ্যত ৰুদ্ৰ সৰোচতি
দেবজানি কন্যা নাম॥
তাহান তনয় হেম সৰোচতি
ধ্ৰুবৰ অনুজ ভাই।" ——ইত্যাদি।

হৰিবৰ বিপ্ৰয়ো এই একেজন ৰজাৰেই পৃষ্ঠপোষকতা লাভ কৰিছিল। কিয়নো তেৰেঁা তেওঁৰ মহাভাৰতৰ জৈমিনীয় অশ্বমেধ



পৰ্ব্বৰ ভাঙনি কৰিবলৈ গৈ একেই লুইতৰ পাৰৰে অন্য এজন পুৰাণ প্ৰসিদ্ধ বীৰ বভ্ৰুবাহনক বিচাৰি লৈ 'বভ্ৰুবাহনৰ যুদ্ধ' ৰচনা কৰি ভণিতাত একেজন দুৰ্লভনাৰায়ণকেই সুঁৱৰিছিল ঃ

"জয় জয় নৃপবৰ দুৰ্লভ নাৰায়ন ৰাজা
কমতাপুৰে ভৈল বীৰবৰ।"

প্ৰসঙ্গক্ৰমে এইখিনিতেই উল্লেখ কৰিব পাৰি যে কামৰূপী সাহিত্যৰ জন্মযুগৰ এই কবি দুগৰাকীয়ে কামৰূপ-কামতাৰ ইতিহাসৰ এই দুৰ্য্যোগ বা সন্ধিক্ষণৰ মুহূৰ্ত্ততো তেওঁলোকৰ কাব্যচৰ্চ্চাৰ প্ৰেৰণাৰ উৎস হিচাবে কামৰূপীয় চৰিত্ৰকেইটিকহে পুৰাণ ইতিহাসৰ পাতৰ পৰা বাচি-বিচাৰি লৈছিল আৰু তাক নতুন ৰূপত জীৱন্ত কৰি দেশ-বাসীৰ আগত তেওঁলোকৰ বোধগম্য ভাষাত দাঙি ধৰিবৰ প্ৰয়াস কৰিছিল। এই দৃষ্টান্তই নিসন্দেহে সেই সময়ৰ ৰজা-প্ৰজা তথা বুদ্ধিজীৱিৰ অন্তৰৰ গোপন কক্ষত ভাৰতৰ পূব প্ৰান্তৰ তেওঁলোকৰ এই স্বদেশখনৰ প্ৰতি তেওঁলোকৰ আনুগত্য আৰু প্ৰেম অব্যাহত থকাটোকেই দেখুৱাইছিল।

যিয়েই নহওক, দুৰ্লভনাৰায়ন আৰু তেওঁৰ বংশধৰসকলে হয়তো কামতাত ত্ৰয়োদশ শতাব্দীৰ শেষ ভাগত ৰাজত্ব কৰিছিল। এওঁলোকৰ পিছতে কামতাৰ ভাগ্যাকাশলৈ আহিছিল খেনবংশ। এওঁলোকৰো নীলধ্বজ, চক্ৰধ্বজ প্ৰভৃতি ৰজাৰ পিছত কামতাৰ সিংহাসনলৈ আহিছিল ইতিহাস-প্ৰখ্যাত ৰজা নীলাম্বৰ। নীলাম্বৰ নিসন্দেহে কামতাৰ এগৰাকী ক্ষমতাশালী ৰজা আছিল। ৰাজপাটত উঠিয়েই পূব-পশ্চিমলৈ দিগ্বিজয় যাত্ৰা কৰি এওঁ কামতা ৰাজ্যৰ পৰিসৰ বৃদ্ধি কৰিছিল। এওঁ প্ৰজাহিতকৰ কামো অনেক কৰিছিল। ৰাজ্যৰ চাৰিওফালে আলি বন্ধাই, পুখুৰী খন্দাই, ঠায়ে ঠায়ে আলহী ঘৰ আদিও সজাই দিছিল। এওঁ সজা ৰাজআলিৰ এক অংশ আজিকালিও পশ্চিমবঙ্গৰ "দীনহাতা মেখেলীগঞ্জ কোচবিহাৰ

কাকিনা ৰোড' নামেৰে হেনো বিখ্যাত হৈ আছে। নীলাম্বৰেই গৌড় ৰাজৰ কন্যা এটিও বিয়া কৰাইছিল আৰু এই কন্যা-জড়িত কথাই হেনো কামতাৰাজ নীলাম্বৰৰ কাল হৈছিল। কথিত আছে যে গৌড়-ৰাজ্যৰ এই কন্যাৰ কোনো কেলেঙ্কাৰীৰ সূত্ৰ লৈ গৌড়েশ্বৰে কামতা ৰাজ্য আক্ৰমণ কৰে আৰু ছলনা কৰি সৰলমতি নীলাম্বৰক দুৰ্গৰ ভিতৰতে বন্দী কৰি মৃত্যুৰ মুখত পেলায়।

অৱশ্যে এই গৌড়েশ্বৰনো কোন আছিল, সেই লৈ পণ্ডিতসকলৰ মতানৈক্য আছে। অনেকৰ মতে এওঁ আছিল পঞ্চদশ শতিকাৰ শেষভাগৰ গৌড়ৰ নবাব ৰাজ্যলিপ্সু হুছেইন চাহ। সেয়ে হলে, এৱেঁই ১৪৯৮ খ্ৰীষ্টাব্দত কামতা ৰাজ্য আক্ৰমণ কৰিছিল আৰু কামতাৰ পৰাক্ৰমী নীলাম্বৰক বলেৰে নোৱাৰি ছলনাৰে বশ কৰিছিল। নীলাম্বৰৰ মৃত্যুৰ পিছত কিন্তু কামতা ৰাজ্যৰ ভাগ্যাকাশ আকৌ অন্ধকাৰ হয়। সম্ভৱ এই সময়তেই কামৰূপ-কামতাৰ অ'ত ত'ত ভূঞা-সকল প্ৰতাপশালী হৈ উঠে আৰু দেশত একপ্ৰকাৰ 'মাৎস্যন্যায়' অৱস্থাৰ সৃষ্টি কৰে। অৱশেষত কামৰূপ-কামতাৰ এই অন্ধকাৰ অৱস্থাৰ ওৰ পেলোৱাৰ মানসেৰেই হয়তো আগবাঢ়ি আহিল আজিৰ গোৱালপাৰা জিলাৰ 'চিক্‌নাঝাৰ'ৰ প্ৰখ্যাত হাড়িয়ামণ্ডলৰ পুত্ৰ 'বিশু' বা বিশ্বসিংহ।

## কামতাত কোচৰাজবংশ

বিশ্বসিংহই আনুমানিক ১৫১৫ খ্ৰীষ্টাব্দত কামতাৰ অধীশ্বৰ বুলি নিজকে ঘোষণা কৰে। সেই সময়ত আমি আগতেই উল্লেখ কৰি অহাৰ দৰে গৌড়ৰ নবাব হুছেইন চাহৰ আক্ৰমণত ৰাজ্যৰ ৰাজধানী কামতানগৰী ইতিমধ্যেই ধ্বংসস্তূপত পৰিণত হৈছিল। আনহাতে ভূঞাসকলৰ প্ৰতিপত্তি লাভৰ বাসনাৰ যুঁজবাগৰত দেশৰ 'মাৎস্যন্যায়' অৱস্থা। গতিকেই বিশ্বসিংহই নিসন্দেহে ভগা ৰাজ্য নতুনকৈ জোৰা-



টাপলিৰে সজাই তোলাৰ কামত ব্ৰতী হবলগীয়া হৈছিল। বিশ্বসিংহই হেনো প্ৰথমতে তেওঁৰ পিতৃভূমি 'চিক্‌নাঝাৰকে'ই তেওঁৰ ৰাজধানী হিচাবে ব্যৱহাৰ কৰিছিল। কিন্তু পিছলৈ সমগ্ৰ কামতাপুৰতেই তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হোৱাত তেওঁৰ ৰাজধানীখনো দেশৰ প্ৰাচীন ৰাজধানী ধ্বংসপ্ৰাপ্ত কামতানগৰীৰ ওচৰলৈ তুলি নি ঢৰ্লানদীৰ ইটো পাৰত কোচৰ বিহাৰ 'কোচবিহাৰ' নগৰী নিৰ্ম্মাণ কৰিলে। ইয়াৰ পিছত ৰজা বিশ্বসিংহ লাগি গ'ল ৰাজ্যৰ পুনৰ নিৰ্ম্মাণত। এই সময়তেই তেওঁ কামৰূপৰ নীলাচল পাহাৰত ইতিমধ্যে সুপ্ৰাচীন কামৰূপ সাম্ৰাজ্যৰ ধ্বংসস্তূপৰ মাজত হেৰাই যাবৰ উপক্ৰম কৰা কামাখ্যাদেৱীৰ সন্ধান পায় হেনো।

"কথিত আছে যে ৰাজ্য বিস্তাৰৰ সময়ত বিশ্বসিংহ আৰু ভাতৃ শিৱসিংহই নৈশ অভিযান কৰি শত্ৰুৰ ওপৰত জপিয়াই পৰে আৰু শত্ৰুক পৰাস্ত কৰে। এনে এটা নৈশ অভিযানৰ সময়তে দুয়ো ভায়েক-ককায়েকে এদিন নিশাৰ গভীৰ অন্ধকাৰত নিজ সৈন্যদলৰ পৰা বিচ্ছিন্ন হৈ বাট-পথ হেৰুৱায় আৰু অন্ধকাৰত ঘূৰি ঘূৰি দুয়ো নীলাচল পাহাৰৰ যোনীগৰ্ত্তত উপস্থিত হয়। তাতে এজনী বুঢ়ীৰ পৰা যোনীগৰ্ত্তৰ অধিষ্ঠাত্ৰী দেৱী কামাখ্যাদেৱীৰ মাহাত্ম্যৰ কথা শুনিবলৈ পায় আৰু নিজ সৈন্যদলৰ লগত লগলগাই দিবলৈ কামাখ্যাদেৱীৰ ওচৰত সকাতৰে 'মানত' কৰে যে মনোবাঞ্ছা পূৰ্ণ হলে কামাখ্যাদেৱীৰ কাৰণে এটি সোণৰ মন্দিৰ সাজি দিব। আচৰিত কথা যে নিশা ভালদৰে নৌপুৱাওঁতেই নিজ সৈন্যদলক লগ পায় আৰু সেই তীৰ্থস্থানৰ মাহাত্ম্যত বৰকৈ আকৃষ্ট হয়। অৱশেষত নিজ প্ৰতিশ্ৰুতিমতে প্ৰতিখণ্ড ইটাত এক ৰতিকৈ সোণ দি এটি মন্দিৰ সাজি দিয়ে আৰু কান্যকুব্জৰ ব্ৰাহ্মণ বাসুদেৱ আচাৰ্য্যৰ পুতেক বল্লভাচাৰ্য্যক শ্ৰীক্ষেত্ৰৰ পৰা আনি কামাখ্যাদেৱীৰ সেৱা-পূজাৰ কাৰণে ব্ৰহ্মোত্তৰ মাটি দি নিযুক্ত কৰে।"

এইদৰেই চিক্‌নাঝাৰৰ হাড়িয়ামণ্ডলৰ পুত্ৰ বিশু বা বিশ্বসিংহই অৱশেষত কামতাত কোচৰাজ্যৰ প্ৰতিষ্ঠা কৰি কামতাৰ ভাগ্যলক্ষ্মীক কোচ ৰাজবংশৰ হাতত তুলি লয়। বিশ্বসিংহ আহোম ৰজা চুহুংমুং বা দিহিঙীয়া ৰজাৰ সমসাময়িক আছিল আৰু উভয়ৰে বেছ মিত্ৰতাও আছিল। আনুমানিক ১৫৩৩ খ্ৰীষ্টাব্দত বসন্ত ৰোগত আক্ৰান্ত হৈ কোচ ৰাজবংশৰ প্ৰতিষ্ঠাতা বিশ্বসিংহই পৰলোক গমন কৰে।

এওঁৰ পিছতেই এই নব প্ৰতিষ্ঠিত কোচৰাজ্যৰ ভাগ্যাকাশলৈ আহে কোচবিহাৰ তথা অসমৰেই গৌৰৱ স্বৰূপ 'কামৰূপৰ বিক্ৰমাদিত্য' মহাৰাজ নৰনাৰায়ণ (১৫৩৪ খ্ৰীষ্টাব্দত)। নৰনাৰায়ণ নিসন্দেহে এই কালৰ এজন গুণী, যশস্বী আৰু ক্ষমতাশালী ৰজা আছিল। এওঁৰ ৰাজত্বৰ অন্য এটি আকৰ্ষণ আছিল এওঁৰ বীৰ ভাতৃ যুৱৰাজ চিলাৰায়ৰ চিল্লাৰ দৰে ইখনৰ পিছত সিখনকৈ সমগ্ৰ অসম আৰু গৌড়-বঙ্গ বিজয়ৰ সাধুকথা সদৃশ কাহিনী। চিলাৰায়ে ককায়েক নৰনাৰায়ণক (যাক শৌৰ্য্য আৰু পৰাক্ৰমৰ বাবে মল্লদেৱ বুলিও জনা গৈছিল) ভাৰতৰ পূব প্ৰান্তৰ একছত্ৰী সম্ৰাট হিচাবে প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে চুবুৰীয়া আহোম, কছাৰী, মণিপুৰ, জয়ন্তীয়া, শ্ৰীহট্ট, খাছী, ডিমৰুৱা প্ৰভৃতি সমূহ ৰাজ্যকে বশ মনায় আৰু অৱশেষত তলৰ গৌড়ৰ মুছলমান শক্তিৰ প্ৰতিও চকু দিয়ে। কিন্তু ইমানদিনে একেৰাহে অসমৰ পৰ্ব্বত-ভৈয়ামৰ বিস্তৃত এলেকাৰ বিভিন্ন ৰণথলীত ৰণ কৰি কৰি ভাগৰি পৰা কোচসৈন্যই প্ৰথমডোখৰত গৌড়শক্তিৰ সমুখত তিষ্ঠিবলৈ টান পালে। ফলত গৌড়ৰ ৰণত কোচশক্তি হাৰিল আৰু চিলাৰায় নিজে বন্দী হ'ল। কিন্তু 'ইতিমধ্যে গৌড় ৰজাৰ মাতৃক সৰ্পই দংশন কৰে আৰু চিলাৰায়ে চিকিৎসা কৰি ৰাজমাতৃক মৃত্যুৰ হাতৰ পৰা ৰক্ষা কৰে। প্ৰতিদান হিচাবে ৰাজমাতাই শুক্লধ্বজক (চিলাৰায়ক শুক্লধ্বজ বুলিও জানিছিল) ধৰ্ম্ম-পুত্ৰ হিচাবে গ্ৰহণ কৰে আৰু গৌড়ৰাজ্যৰ অভিজাত বংশৰ চাৰিজনী



হিন্দু কন্যাক শুক্লধ্বজৰ লগত বিয়া দি সসন্মানে মুক্তি দিয়ে। মতান্তৰে কৰতোয়া নদীকে সীমা কৰি তাৰে পূৰ্ব্বাঞ্চল শুক্লধ্বজক যৌতুক স্বৰূপে দিয়ে।'

কিন্তু ইয়াৰ কিছুদিন পিছতেই মহাৰাজ নৰনাৰায়ণৰ বন্ধু দিল্লীশ্বৰ মহামতি আকবৰৰ আমন্ত্ৰণক্ৰমে কোচৰজাই আকৌ দ্বিতীয়বাৰ গৌড়ৰাজ্য আক্ৰমণ কৰিবলগীয়াত পৰে। এই যুঁজত গৌড়শক্তিৰ পৰাজয় ঘটে আৰু গঙ্গা নদীকে সীমা কৰি সমগ্ৰ গৌড়ৰাজ্য কোচ আৰু মোগলে সমানে দুভাগ কৰি ভগাই লয়। দুৰ্ভাগ্যক্ৰমে এই গৌড় অভিযানতেই ১৫৭১ খ্ৰীষ্টাব্দৰ চ'ত মাহত গঙ্গাৰ পাৰত বসন্ত ৰোগত পৰি বীৰ চিলাৰায়ৰ মৃত্যু হয়। লগে লগে ৰজা নৰনাৰায়ণৰো বাহুবল আৰু মনোবল—উভয়তেই ভাঙোন আৰম্ভ হয়।

নৰনাৰায়ণ-চিলাৰায়ৰ মৃত্যুৰ পিছত কোচৰাজ্যৰ ভাগ্যলক্ষ্মী কিন্তু এনেদৰে গৌৰৱ আৰু সমৃদ্ধিৰ উচ্চ চূড়াত অৱস্থিত হৈ থাকিব নোৱাৰিলে। চিলাৰায়ৰ মৃত্যুৰ পিছত ৰজা নৰনাৰায়ণৰ জীৱিত কালতেই চিলাৰায়-পুত্ৰ ৰঘুদেৱৰ আঁকোৰগোঁজালিত কোচৰাজ্য ৰঘুদেৱ আৰু নৰনাৰায়ণৰ মাজত দুভাগ হৈ 'কোচ-হাজো' (সোণ-কোষকে সীমা কৰি গোৱালপাৰা, কামৰূপ, মঙ্গলদৈ, গাৰোপাহাৰ আৰু মৈমনসিংহ জিলাৰ উত্তৰ খণ্ড সাঙুৰি) আৰু 'কোচবিহাৰ'ত (সোণকোষৰ পৰা কৰতোয়ালৈকে কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি আৰু ডিনাজপুৰ পৰ্য্যন্ত বিস্তৃত অঞ্চল) পৰিণত হ'ল। লগে লগেই আৰম্ভ হ'ল গৃহ-কন্দল আৰু খোৱা-কামোৰাৰ দুৰ্ভগীয়া বুৰঞ্জী। ফলত ইয়াৰ পিছত কোচৰাজ্য ক্ৰমে এফালে আহোম আৰু আনফালে মোগল সাম্ৰাজ্যৰ বহতীয়া খণ্ডৰাজ্য দুখনত বিভক্ত হৈ পৰিল আৰু পৰিণতিত 'কোচ-হাজো' শেহলৈ অসম বা আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হলেও, 'কোচবিহাৰ' কিন্তু চিৰদিনলৈ অসম বা অসমীয়া জাতিয়ে হেৰুৱাই পেলায়।

অথচ এই কোচবিহাৰ একালত অসমীয়া জাতিৰ প্ৰাণ-চৈতন্যৰ প্ৰৱাহৰ লগত কেনে ঘনিষ্ঠভাৱে যে সাঙোৰ খাই আছিল, আজি যেন তাৰ স্মৃতি-কণা ৰোমন্থন কাৰলেও, প্ৰতি অসমীয়াৰ হৃদয়তন্ত্ৰী আৰু মগজু মুহূৰ্ত্তৰ বাবে হলেও জিকাৰ খাই নুঠাকৈ নাথাকে।

ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ কালছোৱাত কামৰূপী তথা অসমীয়া সাহিত্যৰ জন্মযুগৰ মুহূৰ্ত্তত কামতাৰ ৰজা দুৰ্ল্লভনাৰায়ণ, ইন্দ্ৰনাৰায়ণ প্ৰভৃতিৰ পৃষ্ঠপোষকতাত এই ভাষা-সাহিত্যই এখোজ-দুখোজকৈ বাট বুলিবৰ প্ৰয়াস কৰাৰ কথা আমি উনুকিয়াই আহিছো। গতিকেই স্বাভাৱিকভাৱেই কোচৰজাসকলেও এই ক্ষেত্ৰত তেওঁলোকৰ মহান দায়িত্বৰ কথা অনুভৱ কৰিছিল। নহলেনো অসমীয়া সাহিত্যৰ 'বেদব্যাস' ৰামসৰস্বতীক কোচৰজা নৰনাৰায়ণে ধন-বস্তু, অলঙ্কাৰ, দাস-দাসী দি ভাৰতৰ (মহাভাৰতৰ) পদ কৰিবলৈ আজ্ঞা দিব কিয় ?

'আমাক কৰিলা আজ্ঞা পৰম সাদৰে।
ভাৰতৰ পদ তুমি কৰিয়োক সাৰে ॥'

আনহাতে দেশৰ সৰ্ব্বজনৰ ভাষা-সাহিত্য-প্ৰেমী সিকালৰ বিদ্যোৎ-সাহী কোচৰজাজনৰ ভাষা-সাহিত্যৰ পৃষ্ঠপোষকতাৰ কি উজ্জ্বল নিদৰ্শন !

'আমাৰ গৃহত আছে টীকা-ভাষ্য যত।
নিয়োক আপোন গৃহে দিলোঁহো সমস্ত ॥
এহি বুলি ৰাজা সৱে বলধি জোৰাই।
পঠাইলা পুস্তক সৱ আমাসাৰ ঠাই ॥
ধন-বস্তু অলঙ্কাৰ দিলা বহুতৰ।
দাস-দাসী দিয়া মন বঢ়াইলা আমাৰ ॥
........ ........ ........ ........
আমাসাক ধন-ৰত্ন দিলা মহাশয়।
সপ্তম পুৰুষমানে খাইবাক জোৰয় ॥'



আনহাতে ৰজা নিজেই আছিল 'সৰ্ব্বশাস্ত্ৰ পৰায়ণ', 'কিন্তু শ্ৰেষ্ঠ ভাৰত-শ্ৰৱণে'। এনেকুৱা এজনা ৰজাৰ সঙ্গতেই সোণত সুৱগাৰ দৰে লগ লাগিছিল আহি বৰদোৱা-বাউসীৰ শ্ৰীমন্ত শঙ্কৰ। তাৰ পিছত 'জয় জয় মল্লনৃপতি ৰসজান, জাকেৰি গুণ গান নাহিকে সমান'-ৰজা নৰনাৰায়ণ, তেওঁৰ বীৰ ভাতৃ মহাপুৰুষ গুৰুজনাৰেই বংশৰ ৰামৰায়ৰ ছুহিতা 'কমলা প্ৰিয়া আপি'ৰ স্বামী নুনু (চিলাৰায়) আৰু 'মধুদানৱ দাৰণ দেৱ বৰম'ৰ প্ৰৱক্তা জনাৰ মহামিলনৰ পৰ্ব্ব——কামৰূপ-কামতা তথা অসমৰ ইতিহাসৰ কি যে এক সুমধুৰ ইতিহাস! ৰোমাঞ্চকৰ অধ্যায় !!

কোচবিহাৰ হেনো পি ল অসমৰ তিনিওজনা বৈষ্ণৱ গুৰু শঙ্কৰ, মাধৱ আৰু দামোদৰৰ আশ্ৰয়স্থলীত পৰিণত হৈছিলগৈ। এই কোচৰাজ্যতেই মহাপুৰুষ গুৰুজনা শ্ৰীমন্ত শঙ্কৰৰ মহাপ্ৰয়াণৰ পিছত মাধৱদেৱেও কোচবিহাৰৰ ——

'মধুপুৰে সত্ৰ পাতি তথাতে থাকিয়া।
বৈকুণ্ঠক চলি গৈলা নৰদেহক এৰিয়া ॥'

কোচৰাজ্যত মাধৱদেৱে নৰদেহ এৰা সময়ত ৰজা আছিল মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণদেৱ। এই লক্ষ্মীনাৰায়ণেই মাধৱদেৱৰ অন্ত্যেষ্টিক্ৰিয়াৰ যথাযথ ব্যৱস্থা কৰি গঙ্গাত অস্থি বিসৰ্জ্জন দি——

'ৰাজা বোলে সবলোকে মোহোৰ ৰাজ্যত।
আজি হন্তে প্ৰৱৰ্ত্তোক মত মাধৱৰ ॥
আগৰ মতক মানে সব দূৰ কৰ।
জানিলঞ মহাশুদ্ধ মত মাধৱৰ ॥'— বুলি

মাধৱৰ ধৰ্ম্মমতক কোচবিহাৰৰ ৰাজধৰ্ম্ম হিচাবে ঘোষণা কৰিছিল। অৱশেষত এইখন কোচবিহাৰৰ এইজনা ৰজাৰেই আশ্ৰয় লৈছিল হেনো শ্ৰীমন্ত শঙ্কৰৰ ব্ৰাহ্মণ অনুগামী দামোদৰদেৱেও আৰু বজাই—

'পৰম আনন্দে ৰাজা নানা অৰ্চ্চা কৰি।
বৈকুণ্ঠপুৰত থান দিলন্ত সাদৰি ॥'

ইয়াৰ উপৰিও নীলাচলৰ কামাখ্যাৰ মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱৰ মন্দিৰো নৰনাৰায়ণ-চিলাৰায়ে পুনৰ নতুনকৈ সজাই-পৰাই তুলিছিল আৰু উক্ত মন্দিৰ দুটাৰ কাম-কাজ নিয়াৰিকৈ চলোৱাৰ উদ্দেশ্যে বৃহৎ পৰিমাণৰ ভূ-সম্পত্তি দান হিচাবে আগবঢ়াইছিল। কামাখ্যা মন্দিৰৰ এই পুনৰ্নিৰ্ম্মাণ কাৰ্য্য হেনো ১৫৬৫ খ্ৰীষ্টাব্দত শেষ হৈছিল। সেই চনতে এই মন্দিৰৰ দ্বাৰ উন্মোচন কৰা হৈছিল। সেই উদ্দেশ্যে মহাৰাজ নৰনাৰায়ণে নিজে তেওঁ আৰু তেওঁৰ ভাতৃৰ পত্নীসৱেৰে সৈতে তাহানিৰ নীলাচল পাহাৰত উপস্থিত হৈছিলহি। কথিত আছে যে এই সময়তেই এদিন হেনো ৰজা নৰনাৰায়ণে মন্দিৰৰ পূজাৰী কেন্দুকলাই ব্ৰাহ্মণৰ সহায়ত প্ৰতি সন্ধিয়াৰ আৰতিৰ সময়ত নগ্ন হৈ নৃত্য কৰা দেৱী কামাখ্যাৰ নৃত্য গোপনে দৰ্শন কৰিছিল। ফলত দেৱী কামাখ্যা অত্যন্ত ক্ৰোধান্বিতা হৈ ব্ৰাহ্মণ কেন্দুকলাইক শাও দি মাৰি পেলোৱাৰ উপৰিও, কোচৰজাসকলৰ কামাখ্যা দৰ্শন সেই মুহূৰ্ত্তৰে পৰা নিষিদ্ধ কৰি দিছিল। সেয়ে আজি পৰ্য্যন্ত কোচৰাজবংশৰ কোনো মানুহে হেনো কামাখ্যা দৰ্শন নকৰে। আনকি নীলাচল পাহাৰৰ ওচৰেদি গাড়ী-ঘোঁৰাত অতিক্ৰম কৰিবলগীয়া হলেও তেওঁলোকে সেই সময়ত চকু-মুখ ঢাকি ৰাখিহে অতিক্ৰম কৰে।

এয়েই আছিল কামৰূপৰ কামতাৰ কোচৰাজবংশ আৰু তেওঁ-লোকৰ একালৰ বাৰে-বৰণীয়া ঐতিহাসিক কাহিনী। আনহাতে তেওঁলোকৰ কোচবিহাৰ ৰাজ্যৰ অন্তৰ্গত 'জলপাইগুৰি, ৰংপুৰ, কোচবিহাৰৰ অধিবাসীসকল প্ৰায় ১৫০০ বছৰ (দৰাচলতে ততোধিক কাল ৰামায়ণ-মহাভাৰতৰ যুগৰে পৰা) কামৰূপী আছিল। ৰংপুৰ, মৈমনসিংহ, জলপাইগুৰি আৰু কোচবিহাৰৰ কলিতাবিলাক বঙ্গালী



কায়স্থ হোৱা বেছি দিন হোৱা নাই।' 'আজি প্ৰায় ১৫০ বছৰৰ আগেয়ে ডক্টৰ বুকাননে এইবিলাক জিলাত বিস্তৰ কলিতা (কোচৰাজবংশী ?) মানুহ দেখিছিল। সেই কলিতাবিলাকৰ তিৰোতাই মেখেলা পিন্ধিছিল আৰু তেওঁলোক তাঁত বোৱাত পটু আছিল।' আনকি আজিও কোচ-ৰাজবংশী জাতিৰ 'তিৰোতাবিলাকে নিজৰ নিজৰ বিয়াৰ কাপোৰ আৰু বিয়াৰ পিছত স্বামীৰ ঘৰত গৈ যাতে ন-স্বামীৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত পিন্ধা-উৰা কাপোৰৰ কাৰণে নিৰ্ভৰশীলা হৈ থাকিব নালাগে, তাৰ কাৰণে বাপ-মাওৰ ঘৰতে কাপোৰ বই লয়।'

আনহাতে তেওঁলোকৰ ভাষা আছিল, তাহানিৰ বৃহত্তৰ কামৰূপীৰে ভাটী অঞ্চলৰ উপভাষা 'ৰাজবংশী'। এই ৰাজবংশীৰ বিষয়ে ভাষাবিদ ইংৰাজ পণ্ডিত গ্ৰীয়াৰ্ছন চাহাবে তেওঁৰ ভাৰতৰ ভাষা বিষয়ক 'জৰীপ-গ্ৰন্থ'ত লিখি থৈ গৈছিল এইবুলি যে 'ঢাকাৰ ফালৰ পৰা আহি থাকি ব্ৰহ্মপুত্ৰ নদী পাৰ হোৱাৰ পিছতেই ৰংপুৰ জিলাত এটি সম্পূৰ্ণ স্বকীয়া ভাষাৰ অৱস্থিতিৰ আভাস পোৱা গৈছিল আৰু এই ভাষায়েই ইয়াৰ (ৰংপুৰৰ) উত্তৰ আৰু পূবৰ জিলাকেখনলৈকো ( কোচবিহাৰ, জলপাইগুৰি আৰু মৈমনসিংহ প্ৰভৃতি জিলা ) বিয়পি আছিল। আনহাতে ই পশ্চিম আৰু দক্ষিণ-পশ্চিম গোৱালপাৰা জিলাৰো ভাষা আছিল।' খুব সম্ভৱ, এই ৰাজবংশীতেই অসমীয়া সাহিত্যৰ প্ৰাচীনতম 'বেলাড' বা মালিতা এই অঞ্চলৰেই একালৰ প্ৰখ্যাত ৰজা শঙ্কলাদিৱৰ স্মৃতি-বিজড়িত 'মণি কোঁৱৰৰ গীত', 'ফুল কোঁৱৰৰ গীত' ৰচিত হৈছিল ; আৰু সম্ভৱ হৈছিল উক্ত অঞ্চলৰেই আন এগৰাকী যশস্বী ৰজা মাণিকচন্দ্ৰৰ পত্নী 'ময়নামতী' আৰু পুত্ৰ 'গোপীচন্দ্ৰ'ৰ মুখৰ মৌখিক গীতমালাও। অৱশেষত এই ভাষাৰেই বৌদ্ধসিদ্ধ বা যোগীৰ মুখত হয়তো জন্ম পালে কামৰূপী বা অসমীয়া ভাষাৰ পোনপ্ৰথম সাহিত্যিক নিদৰ্শন 'চৰ্য্যাপদ' বা বৌদ্ধগান আৰু দোহাসমূহো।

এনেহেন কামতা, তাৰ কোচৰাজবংশ আৰু তেওঁলোকৰ কোচ-বিহাৰ ৰাজ্য—হায়, কালৰ কুটিল গতিত অসম আৰু অসমীয়াৰ দুৰ্ভাগ্য গুণে আজি অসমীয়াৰ হাতত নাই। ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ মৃত্যুৰ পিছৰ পৰাই হয়তো ই চপৰা চপৰে খহি বিদেশীৰ (মোগলৰ) হস্তগত হবলৈ আৰম্ভ কৰে আৰু অৱশেষত ইংৰাজ সকলৰ আগমনৰ পিছত, মোগল ৰাজাৰ হস্তান্তৰৰ ফলস্বৰূপে ই নৱ-গঠিত বঙ্গপ্ৰদেশৰ অন্তৰ্ভুক্ত হয়। ফলত একালৰ কামতা বা কোচৰাজ্যৰ অংশবিশেষ ৰংপুৰ, জলপাইগুৰি, মৈমনসিংহ প্ৰভৃতি আজিৰ পৰা মাত্ৰ ডেৰশ দুশ বছৰ আগতে বঙ্গৰ নৱ-জাগ্ৰত ভাষা আৰু সংস্কৃতিৰ গৰাহত পৰে আৰু পৰাধীনতাৰ লৌহ-শৃঙ্খলৰ গধুৰ হেচাত অৱদমিত হৈ থকা কালতেই কব নোৱাৰাকৈয়ে পৰ-সংস্কৃতিৰ বুকুত জাহ যায়। একমাত্ৰ কোচবিহাৰ জিলাখনহে ইংৰাজৰ অধীনত থকা দিনকেইটাত 'দুই নাৱত দুই ভৰি দি' অসমীয়া আৰু বঙ্গ-সংস্কৃতিৰ টনা-আজোৰাত দোদুল্যমান হৈ দিন কটাইছিল। কিন্তু অৱশেষত সাম্প্ৰতিক কালৰ অসম আৰু অসমীয়া জাতিৰ চৰম দুৰ্ব্বলতা, অসমীয়াৰ ভাষা-সংস্কৃতিৰ শোচনীয় বিপৰ্য্যয় আৰু সৰ্ব্বশেষত অসমীয়া নেতৃত্বৰ ক্ষীণ দুৰ্ব্বল কণ্ঠস্বৰৰ সুযোগ লৈ উচ্চা-কাঙ্খী সুচতুৰ দূৰদৰ্শী বঙালী নেতৃবৃন্দই কোচবিহাৰৰ থলুৱা কোচ-ৰাজবংশী জমিদাৰ আৰু তাৰ পিছপৰা খিলঞ্জীয়া অধিবাসীসকলৰ অসমৰ লগত চামিল হোৱাৰ প্ৰবল আশা-আকাঙ্ক্ষাক ভৰিৰে মোহাৰি (আজিৰ কাছাৰ জিলাত যিটো ঘটিছে), পশ্চিমবঙ্গ প্ৰদেশৰ লগত চামিল কৰাই লয়। লগে লগে শেষ হৈ যায় কৌটিকলীয়া কামৰূপৰ কামতা তথা কোচৰাজ্যৰ শ শ বছৰৰ কেন্দ্ৰভূমিখনৰ মূলভূমিৰ পৰা ক্ৰমাং আঁতৰি যোৱাৰ, বিচ্ছিন্ন হৈ যোৱাৰ কৰুণতম ঐতিহাসিক অধ্যায়; যাৰ তুলনা—কামতা কোচবিহাৰৰ সদৃশ একোটা জাতীয় গোটৰ 'আত্ম-বিস্মৃতি'ৰ তুলনা হয়তো পৃথিবীৰ ইতিহাসতেই পাবলৈ টান।



## ভাষা আৰু সাহিত্যৰ বোৱঁতী সুঁতিটো

ইমানপৰে আমি খ্ৰীষ্টিয় দ্বিতীয় সহস্ৰকৰ কামৰূপৰ আপাতদৃষ্টিত বিচ্ছিন্ন, ভিন্নমুখী প্ৰতিভাৰ ৰাজনৈতিক পটভূমিৰ ইতিহাসৰ গতিধাৰা অনুধাৱন কৰিবলৈ চেষ্টা কৰিলোঁ। দেখিলোঁ কিদৰে সুপ্ৰাচীন বিধ্বস্ত কামৰূপ-সাম্ৰাজ্যৰ ধ্বংসস্তুপত অৱশেষত ধীৰে ধীৰে অসমৰ সৃষ্টি সম্ভৱ হ'ল। আনহাতে এই অসমৰ সৃষ্টিৰ ক্ষেত্ৰত প্ৰথম দৃষ্টিত আমি যদিও আহোমসকলৰ অৱদানৰ কথা উল্লেখ কৰি আহিছোঁ, দৰাচলতে কিন্তু অসমৰ সৃষ্টি সম্ভৱ কৰি তুলিছে আন এটি অদৃশ্য শক্তিৰ যাদুকৰী হাতৰ পৰশ আৰু হাতবুলনিয়েহে। সি হ'ল, অসমৰ বুকুৰেদি তিব্বতৰ চাম্পো নৈ বৈ গৈ অসমতো লুইতৰ বিশাল উপত্যকা অঞ্চল গঢ়ি তোলাৰ সদৃশ, লুইতৰ পাৰে পাৰে পৰ্ব্বত-ভৈয়াম জুৰি বৈ যোৱা বৈদিক আৰ্য্য-ভাষাৰ জীয়ৰী কামৰূপী বা অসমীয়া ভাষাৰ অদৃশ্য বান্ধোনৰ এনাজৰী। এই এনাজৰীয়েই অনন্তকালৰ পৰা এই অঞ্চলত, কুণ্ডিলৰ পৰা কামতালৈকে বিস্তৃত অঞ্চলত বিচিত্ৰজনক বিভিন্ন ক্ষণত, এটি মাথোন পৰিয়ালৰ দৰে মৰমৰ বান্ধোনেৰে বান্ধি আহিছে; এক মন্ত্ৰত দীক্ষিত কৰিবৰ প্ৰয়াস কৰি আহিছে; কৰি আহিছে সাধনা। লুইতৰ দুপাৰজুৰি অসমীয়া ভাষা আৰু সাহিত্যৰ এই অন্তহীন অতুলনীয় ক্ষমতা দেখি ইংৰাজসকলৰ ৰাজত্বৰ সময়ছোৱাত অইনহে নালাগে স্বয়ং ইংৰাজ চাহাব ছাৰ জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্চনেই তেওঁৰ সুবিখ্যাত ভাৰতীয় ভাষাসমূহৰ জৰীপ-গ্ৰন্থত আশ্চৰ্য্য প্ৰকাশ কৰি কৈছিল: 'অসমীয়া জাতিয়ে অসমীয়া সাহিত্য (ভাষাও নিশ্চয়) গঢ়িলে নে অসমীয়া সাহিত্যই (আৰু ভাষাই) অসমীয়া জাতি গঢ়িলে, মই কব নোৱাৰো'। স্বৰূপাৰ্থত ভাৰতৰ অন্যান্য বহু জাতীয় গোটৰ দৰে অসমীয়া জাতিয়ে অসমীয়া ভাষা-সাহিত্য গঢ়া নাই; বৰং অসমীয়া ভাষা আৰু সাহিত্যৰ যাদুকৰী শক্তিয়েহে অসমীয়া জাতি গঢ়িছিল বা গঢ় দিছিল। গতিকেই

অসমীয়া জাতিৰ ক্ষেত্ৰত ভাষা-সাহিত্যৰ এই মোহিনী শক্তিয়েই হব লাগিব অসমীয়া জাতিৰ বৰ্ত্তমান আৰু ভবিষ্যতৰ গন্তব্য পথৰো ধ্ৰুৱতৰা, পাথেয়; আনকি পথৰ মন্ত্ৰ।

এনেহেন যাদুকৰী চিৰচেনেহী আমাৰ ভাষা-জননীৰ জন্ম যে ইতিহাসৰ কোন সুপ্ৰাচীন ক্ষণত সম্ভৱ হ'ল, তাৰ লেখ পাবলৈ আজি আৰু আমাৰ হাতত কোনো সমল নাই। আধুনিক ভাৰতীয় ভাষা যেনে— অসমীয়া, বঙালী, উড়িয়া, হিন্দী প্ৰভৃতিৰ জন্ম-মুহূৰ্ত্ত বিচাৰিবলৈ গৈ ভাষাবিদ পণ্ডিতসকলে খ্ৰীষ্টিয় প্ৰথম সহস্ৰকৰ সামৰণি আৰু দ্বিতীয় সহস্ৰকৰ আৰম্ভণিৰ মুহূৰ্ত্তটোকেই, অৰ্থাৎ দশম–একাদশ শতিকাতেই থিৰাং কৰিছে। তেওঁলোকৰ মতে ভাষাৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত তাৰ ঠিক পূৰ্ব্বমুহূৰ্ত্তটো—অৰ্থাৎ খ্ৰীষ্টিয় ৬০০–১,০০০ ৰ সময় ছোৱা হ'ল ভাষাৰ 'প্ৰাকৃত' আৰু 'অপভ্ৰংশ' স্তৰ; বৈদিক আৰ্য্যৰ ভাষা সংস্কৃতৰ গৰ্ভত অসমীয়া, বঙালী, উড়িয়া, হিন্দী আদি জীয়ৰী সকলৰ 'চন্দ্ৰ-কলাবৎ' বৰ্দ্ধিত হোৱা আৰু ভৰি-হাত লৰাই অঙ্গ সঞ্চালন কৰাৰ কাল।

এই সময়ছোৱাতেই সপ্তম শতিকাৰ আগ ভাগত মহাৰাজ ভাস্কৰবৰ্ম্মণৰ ৰাজত্ব কালত (খ্ৰীষ্টিয় ৬৪৩ চনত) কামৰূপত এমাহ কাল কটাই যোৱা চীনা-ভিক্ষু হিউৱেনচাঙে কামৰূপৰ বাটে-পথে নিশ্চয় মধ্যভাৰতৰ ভাষাতকৈ 'কিছু পৃথক' 'কামৰূপী-প্ৰাকৃতৰে'ই প্ৰাদুৰ্ভাব দেখিবলৈ পাইছিল। সম্ভৱ, এই প্ৰাকৃততেই সপ্তম-অষ্টম শতিকাৰ 'লেহীডিঙৰা ডাকৰ গাওঁ'ৰ ডাক-পুৰুষে তেওঁৰ যুগজয়ী বচনসমূহ ব্যক্ত কৰিছিল। গণ-ইতিহাসৰ এই অন্ধকাৰ যুগতেই, বাহিৰত দেৱ-ভাষা তথা সংস্কৃত ভাষাৰ ৰাজকীয় আৰু সামাজিক প্ৰতিপত্তি থকা কালতেই, দেশৰ প্ৰাকৃত জনসাধাৰণৰ কোনো স্বভাৱ-কবিয়ে হয়তো ৰচনা কৰিবলৈ লৈছিল অসমীয়া সাহিত্যৰ প্ৰাচীনতম প্ৰখ্যাত বেলাডসমূহ। এইক্ৰমেই ধীৰে ধীৰে আৰম্ভ হৈছিল বিশাল কামৰূপ



সাম্ৰাজ্যৰ অ'ত ত'ত কামৰূপৰ প্ৰাকৃত-জনসাধাৰণৰ মুখৰ ভাষা কামৰূপীৰ অন্তহীন জয়যাত্ৰা। ইয়াৰ উপৰিও মানুহৰ সামাজিক আৰু ব্যক্তিগত উছৱ-অনুষ্ঠান, উলহ-মালহৰ মুহূৰ্ত্তৰ আবেগ-উছাহ প্ৰকাশৰ গীত-মাতবোৰতো আছেই।

'ডাকে বোলে বাপু শুনা উপায়।
বাণিজ্যৰ ফল কৃষিত পায়॥
সোণা-ৰূপা কিবা কৰি।
ভাত নাখালে ভোকত মৰি॥'

'ৰজাক চিনিবা দানত।
ঘোঁৰাক চিনিবা কাণত॥
খুৰক চিনিবা শানত।
তিৰিক চিনিবা স্নানত॥'

আকৌ,

'পকা তেতেলি বুঢ়া বৰালি।
বিস্তৰ কৰি দিবাহা জালি॥
কাঢ়ি থৈ দিবা টেঙা জোল।
খাবৰ বেলা মুণ্ড নোতোল॥'

এইক্ৰমেই ডাক-পুৰুষৰ বচন আদিৰে হয়তো এদিন আৰম্ভ হৈছিল কামৰূপ-ক্ষেত্ৰত জন-গণৰ মুখৰ মৌখিক সাহিত্যৰ মৌ-কোঁহ। তাৰ পিছত কৰবাত ইতিহাসৰ কোনো সুপ্ৰাচীন মুহূৰ্ত্তত জনগণৰ প্ৰিয় ৰজা 'শঙ্কলাদিৱ' নামৰ ৰাজ-ৰাজেশ্বৰৰ (পণ্ডিত সকলৰ মতে এওঁ প্ৰাচীন কামতা অঞ্চলৰ সপ্তম শতিকামানৰ শক্তিশালী ৰজা যিয়ে পাৰস্য দেশৰ ভাৰত-বিজয়ী সম্ৰাট আফ্ৰচিয়াবৰে সৈতে ৰংপুৰৰ ঘোঁৰাঘাট নামৰ ঠাইত যুঁজ দি অৱশেষত মৃত্যু বৰণ কৰিব লগীয়া হৈছিল) মৰমৰ পুত্ৰ মণিকোঁৱৰৰ গা ধুবলৈ যাওঁতে পানীত পৰি

মৃত্যু ঘটিল। ফলত ছয়মহীয়া গৰ্ভৱতী তিৰোতা 'কাঁচন কুঁৱৰীৰো' অকাল বৈধব্য উপস্থিত হ'ল। সেয়েহে সহজ-সৰল চহা স্বভাৱ কবিয়ে শোকাভিভূত অন্তৰেৰে গাই উঠিল:

'শঙ্কলদেউ ৰজাৰে পুতেক মণিকোঁৱৰ, কোলাতে খতিখুন নাই।
এবেলি কোলাতে, এবেলি ঘোঁৰাতে, এবেলি খেৰি খেলায়॥
খেৰি খেলায়ে, ৰঙকে নাপালে, নৈত গা ধুবলৈ যায়।
ছআঁৰা লিগিৰি, দি যায় পানী তুলি, মুজুৰায় কোঁৱৰৰ গাই'॥

আৰু সদায় ছআঁৰা লিগিৰিয়ে তুলি দিয়া পানীৰে গা ধুই হেপাহ নপলোৱাত নিজে বৰনৈৰ পানীত নামি হেপাহ পলুৱাই গা ধুই থাকোঁতে হঠাতে জলকোঁৱৰে মণিকোঁৱৰক হৰি নিয়াত গৰ্ভৱতী কাঁচন কুঁৱৰীৰ দুখত এইবাৰ আকৌ একেজনা কবিয়ে হিয়াধুনি কান্দিলে:

'শঙ্কলদেউ ৰজাৰে পুতেক মণিকোঁৱৰ হেৰাল পানীতে পৰি।
শঙ্কলদেউ ৰজাৰ কাঁচন বোৱাৰী থাকিল গলত জৰী॥
উজনি-নামনিত মণিকোঁৱৰক বিচাৰি নাপালে পাৰ।
শঙ্কলদেউ ৰজাৰ কাঁচন বোৱাৰীৰ ৰল ছমহীয়া ভাৰ॥'

অৱশেষত চাৰি মাহ পিছত 'মঙ্গলবাৰৰ দিনা, মাজনিশাখন' কেনেকৈ 'স্বৰ্গদেৱৰ নাতি' ফুলকোঁৱৰ উপজিল, স্বৰ্গদেৱে মৰমতে নাতিয়েকক কিদৰে কাঠৰ পখী-ঘোঁৰা সাজি দিলে আৰু নাতিয়েকেও কিদৰে কাঠৰ পখী-ঘোঁৰাত 'চাবুকৰ ছাট মাৰি' 'ছমাহৰ বাট একেদিনে' গৈ মালিনীৰ বাৰীত পৰিল—ইত্যাদি স্বৰ্গ-মৰ্ত্ত্য একেলগ কৰিব পৰা চহা কবিৰ কল্পনাৰ ঘোঁৰাকো চাবুকৰ ছাট মাৰি এৰি দিছিল হয়তো। এওঁলোকৰে কিছু পিছৰ কালৰ প্ৰাচীন কামতা অঞ্চলৰেই ৰজা হয়তো আছিল কোনো মাণিকচন্দ্ৰ। এই মাণিকচন্দ্ৰ তেওঁৰ পত্নী ময়নামতী আৰু পুত্ৰ গোপীচন্দ্ৰৰ জীৱনৰ করুণ শোকাবহ অধ্যায়কেই লৈ ৰচিত হৈছিল 'মাণিকচন্দ্ৰ-ময়নামতী গোপীচন্দ্ৰৰ' গান। সহজ কথাত



কৰলৈ সমসাময়িক ভাৰতবৰ্ষৰ প্ৰথিতযশা কবিসকলৰ ক্লাচিক সংস্কৃত কাব্যৰ আহিত এইবোৰ যেন প্ৰাচীন কামৰূপ কামতাৰ চহা অথচ সৰস্বতীৰ আশীৰ্ব্বাদ পোৱা আনহাতে যশস্যা-সুখ্যাতিৰ নাম-গোন্ধকো নিবিচৰা কোনো ৰাজভক্ত কবিৰ চকুলোৰে লেখি থৈ যোৱা বুৰঞ্জীহে!

এইবোৰৰ লগে লগেই আকৌ গঢ় লবলৈ আৰম্ভ কৰিছিল গণ-জীৱনৰ বিয়া-বাৰু, পূজা-পাৰ্ব্বণ আদিৰ সতে জড়িত বিভিন্ন গীত-মাতবোৰ। প্ৰাচীন কালৰ ব্ৰাহ্মণ্য সংস্কৃতিৰে পৰিপুষ্ট ভাৰতীয় গ্ৰাম্য সমাজৰ আদৰ্শ স্বামী-স্ত্ৰী আছিল হৰ-গৌৰী, কৃষ্ণ-ৰুক্মিণী, ৰাম-সীতা আদি। গতিকে দৰা-কইনাক বিয়াৰ দিনাৰ মুহূৰ্ত্তটোত হৰ-গৌৰী বা ৰাম-সীতাৰ কোনো এযোৰা পাতি জাউৰিয়ে জাউৰিয়ে গীত ৰচিছিল প্ৰত্যুৎপন্নমতি কোনো গাৱঁলীয়া তিৰোতাই; আনহাতে এই বিবাহ অনুষ্ঠানবোৰৰ প্ৰতিটো অৱস্থাৰ লগত ৰজিতা খুৱাই ৰচি যোৱা এই গীতবোৰো প্ৰথিতযশা যি কোনো কবিৰ কাব্য তথা নাটকতকৈও কোনো গুণে কম নাছিল। আকৌ প্ৰাচীন-কালৰ ভাৰতবৰ্ষৰ বৈজ্ঞানিক চিন্তা চৰ্চ্চা বা বিজ্ঞানৰ বতৰা বিবৰ্জিত গ্ৰাম্য-সমাজত ভূত-প্ৰেত, দাইনী-যখিনী বা আই-অপেশ্বৰীৰ প্ৰাদুৰ্ভাৱ জানো কমখিনি আছিল! গতিকেই মাতৃসৱে, অসমীয়া গাৱঁলীয়া মাতৃয়ে তেওঁলোকৰ পেটৰ পো-পোৱালীক এই সৱৰ কুদৃষ্টি বা খং-ৰাগৰ পৰা ৰক্ষা কৰিবৰ অভিপ্ৰায়ে মাজে মাজে পূজা-সবাহৰ অনুষ্ঠান পাতিছিল। বিভিন্ন আনুষ্ঠানিকতাৰে আই-মাতৃসকলে একত্ৰ হৈ নাম প্ৰসঙ্গ কৰিছিল আৰু আই গোসানীসকলক কত মিঠা মিঠা সম্বোধন-সম্ভাষণেৰে যে তুষ্ট কৰিবলৈ নিবিচাৰিছিল! উদাহৰণ স্বৰূপে, একালৰ অসমীয়া তথা ভাৰতীয় জীৱনৰ অভিশাপ সদৃশ মহামাৰী বসন্ত ৰোগৰ প্ৰাদুৰ্ভাৱৰ সময়ত দেশৰ বিভিন্ন জনৰ ঘৰে ঘৰে 'আইৰ

সাত ভনী'ৰ অনুষ্ঠান পাতি কেনেকৈ নাম গাইছিল চাওক :

'উজায়ে আহিলে আইৰ সাতে ভনী সাতালি পৰ্ব্বতে জুৰি।
তৃণ-তৰু-লতা সৱে মাথা দোঁৱায় আই আহিবৰে শুনি ॥
উজায়ে আহিলে আইৰ সাতে ভনী লুইতত মাৰিলে খেৱা।
ভয় নকৰিবা, ভয়াতুৰ নহবা, আয়ে কৰি যাব দয়া ॥'

প্ৰাচীন কালৰ অসমীয়া গ্ৰাম্য-সমাজখনৰ আইসকল বা মাতৃসকলৰ এই সুন্দৰ সংস্কৃত জীৱন-প্ৰৱাহৰ ফাঁকে ফাঁকে গাৱঁৰ গৰথীয়া তথা ডেকা-গাভৰুহঁতেও তেওঁলোকৰ জীৱন-যৌৱনৰ বিচিত্ৰ অৱস্থা অভিজ্ঞতা, আবেগ-অনুভূতিক লৈ 'কত কাব্য-কথাৰেই' যে একালৰ চহা জীৱনৰ ভাগ্যাকাশখন শুৱনি কৰি নাৰাখিছিল!

'তুলসীৰ তলে তলে মৃগ-পহু চৰে।
তাকে মাৰিবলৈ ৰামে যতন কৰে॥' ——এইষাৰ

কথাকে গাই গাই কামৰূপৰ গাঁৱে-ভূঁয়ে সৌ সিদিনালৈকে গাঁৱৰ 'গুৰ্খাচলি'হঁতে 'জাত জাত'কৈ (গুৰ্খা চলি নাম ধৰে জাত জাত জাত....) প্ৰতি বছৰৰ কাতি মাহৰ সন্ধিয়াবোৰত ঘৰে ঘৰে তুলসী তলত নাম গাই ফুৰিছিল। আনহাতে আকাশৰ চন্দ্ৰৰ পিঠিৰ তুলসী গছ এজুপিৰ তলত চৰি ফুৰা হৰিণ এজনীৰ গাত কাড় লগাবলৈ বুলি কোনোবা সুন্দৰীয়ে ঘূৰি ফুৰাটো হেনো চীনদেশীয় প্ৰাচীন বিশ্বাস বা গল্প! তেনেহলে একালৰ চীনদেশীয় অষ্ট্ৰিকসকলৰ লগতে এই দেশলৈও অহা এই চীনদেশীয় 'মৃগ-পহু' টোকে মাৰিবলৈ অৱশেষত 'মায়া-মৃগ' মাৰিবলৈ যতন কৰা ভাৰতীয় 'ৰামচন্দ্ৰ'টোৱে যতন কৰা নাইতো! ইয়াৰ উপৰিও, কামৰূপীয় 'মহ খেদা' উছৱৰ দৰে উছৱো সৌ সিদিনালৈকে চীনদেশৰো গাঁৱে-ভূঁয়ে অনুষ্ঠিত হৈ থকাৰ কথা প্ৰসঙ্গক্ৰমে এইখিনিতেই উল্লেখ কৰিব পাৰি। আৰু যে কত কি!

'এজনী আছিল কুঁজী বুঢ়ী। তাই সদায় পুৱা-গধূলি চোতাল সাৰিবলৈ আহোঁতে আকাশখনে সদায় তাইৰ কুঁজটোতে লাগি আমনি দিছিল। সেয়ে এদিন খঙৰ ভমকতে তাই আকাশখনৰ



গাত হাতৰ বাঢ়নী তাৰেৰে খোচ মাৰি দিছিল। ফলত আকাশখন হাতেৰে চুব নোৱাৰা দূৰৱলৈ আঁতৰি গ'ল।'

আকৌ, 'চাৰিও দিশত থকা চাৰিটা হাতী বা দিক্-গজে পৃথিৱীখন (সিও চেপেতা) কান্ধেৰে দাঙি লৈ আছিল। কেতিয়াবা সিহঁতৰ হয়তো ভাগৰ লাগিছিল; হয়তো কান্ধ সলাবলৈ বিচাৰিছিল। ফলত পৃথিৱী জুৰি ভূঁইকঁপ বা ভূমিকম্প হৈছিল।'

ইত্যাদি, এশ—এটা সহজ বিশ্বাস, নানা সমস্যাৰ সহজ সমাধান বা বিশ্ব-ৰহস্যৰ বুজিব নোৱাৰা সাঁথৰৰ আশু-ব্যাখ্যা লৈ সৃষ্টি হৈছিল বিশ্বৰ একালৰ গ্ৰাম্য চহা সমাজখনৰ বিচিত্ৰ কথা, বিচিত্ৰ গল্প; আৰু সিবোৰেই অনন্তকাল জুৰি প্ৰাচীন সমাজখনৰ ইমূৰৰ পৰা সিমূৰলৈ, ইটো পুৰুষৰ পৰা সিটো পুৰুষলৈ বিয়পি গৈছিল। সুপ্ৰাচীন অসমীয়া সমাজখনো নিশ্চয় এই বিশ্ব-প্ৰৱাহৰ পৰা আঁতৰত থাকিব পৰা নাছিল। গতিকেই সৃষ্টি হৈছিল প্ৰাচীন অসমীয়া সমাজখনৰ বিস্তৰ 'সাধুকথা'বোৰ। সৃষ্টি হৈছিল অসংখ্য দৈত্য-দানৱ, পশু-পক্ষী, সামন্ত যুগীয় ৰাজকোঁৱৰ-ৰাজকুঁৱৰীসৱক লৈ গঁথা অন্তহীন গল্প-মালা। যি গল্পৰ আঁত ধৰি ধৰি সমস্ত প্ৰাচীন যুগ জুৰি অসমী আইৰ লক্ষ লক্ষ সন্তানে সিকালত মাক-বাপেকক অযথা জুলুম কৰিবলৈ এৰি দি আইতা-ককাদেউতাৰ কোলাত নীৰৱে টোপনি গৈছিল, 'ঘুমটি' গৈছিল। ইয়াৰ উপৰিও মূল ভাৰতীয় জীৱনৰ সকলো প্ৰেৰণাৰ উৎসস্বৰূপ, ৰামায়ণ-মহাভাৰত আদিৰ ভিন্ন-সুৰীয়া আদৰ্শৰ গল্প-আখ্যানবোৰৰ অসমীয়া তাঙৰণবোৰতো আছিলেই।

## জাতীয় গৌৰৱ অসমীয়া সাহিত্য

যিশুখ্ৰীষ্টৰ জন্মৰো অনেকদিন আগৰ কথা। গ্ৰীক বীৰ আলেকজেণ্ডাৰে ইজিপ্তৰো এছোৱা অধিকাৰ কৰি থৈ ইউৰোপ আৰু এছিয়াত দিগ্বিজয়ৰ অভিযান চলাই, অৱশেষত অকালতে মৃত্যু-

বৰণ কৰিবলগীয়া হৈছিল। আলেকজেণ্ডাৰৰ মৃত্যুত, তেওঁৰে এজনা বিশ্বস্ত সেনাপতিয়ে ইজিপ্ত বা মিছৰৰ এই অধিকৃত অঞ্চলত আলেকজেণ্ড্ৰিয়া ৰাজ্য স্থাপন কৰি শাসন কৰিবলৈ লৈছিল। এওঁৱেই প্ৰতিষ্ঠা কৰিছিল আলেকজেণ্ড্ৰিয়াৰ বিশ্ববিখ্যাত সুপ্ৰাচীন গ্ৰন্থাগাৰ—যি গ্ৰন্থাগাৰত ক্ৰমে সুপ্ৰাচীন ইজিপ্ত, ৰোম আৰু গ্ৰীচৰ সকলো জ্ঞান-বিজ্ঞান তৰহে তৰহে সঞ্চিত কৰা হৈছিল। কিন্তু হায়! দুৰ্ভাগ্যক্ৰমে, এনেহেন এটি প্ৰাচীন আৰু বিখ্যাত গ্ৰন্থাগাৰ খ্ৰীষ্টপূৰ্ব্ব ৪৭ চনত ৰোমান বীৰ জুলিয়াচ চিজাৰৰ ইজিপ্ত আক্ৰমণৰ সময়ত ঘটনাক্ৰমে ভস্মীভূত হৈ যাবলগীয়া হৈছিল; যাৰ বাবে দুখ কৰি সেই সময়ৰ সমূহ ভূমধ্য সাগৰীয় সমাজখনিৰ বিদ্বৎ-মণ্ডলীয়ে চকুলো টোকাৰ লগতে, ইজিপ্তৰ চলনাময়ী ৰাণী ক্লিওপেট্ৰায়ো চকুলো টুকিছিল।

মধ্যযুগৰ ভাৰতবৰ্ষৰ ইতিহাসৰো এনে বহু ঘটনাৰ এটা, সিদিনাৰ সৌ বিহাৰৰ বুকুত সংঘটিত হৈছিল। আমি আগতেই উল্লেখ কৰি অহা তুৰুক বীৰ বখটিয়াৰ খিলিজিয়ে তেওঁৰ বিজয়ী ৰণৰ ঘোঁৰা চেকুৰাই চেকুৰাই বিনা বাধাই আহি উপস্থিত হৈছিলহি দক্ষিণ বিহাৰৰ কোনো এখনি ঠাইত। এনে সময়তেই তেওঁৰ চকুত পৰিছিল কেউফালে দুৰ্গেৰে আগুৰা এখনি নগৰ। গতিকেই বিনা-প্ৰশ্নে ৰণোন্মত্ত বখটিয়াৰ জপিয়াই পৰিছিল নগৰীৰ সমূহ অধিবাসীৰ ওপৰত আৰু মুহূৰ্ত্ততে সকলোকে খোলা তৰোৱালেৰে নিশ্চিহ্ন কৰি দিছিল। সকলোৰে মূৰ মধ্যযুগীয় বৰ্বৰৰ খোলা তৰোৱালৰ আগত দুডোখৰ হৈ মাটিত বাগৰি পৰাৰ পিছত সমগ্ৰ এলেকা জুৰি চাৰিওফালে সিচৰতি হৈ পৰি থকা অসংখ্য কিতাপৰ দ'ম ওলাই পৰাত জনা গ'ল যে সেই অৱৰুদ্ধ নগৰী দৰাচলতে এখন 'বিহাৰ' (এনে বিহাৰ সমূহৰ বাবেই পিছলৈ প্ৰদেশখনৰ নামো বিহাৰ হয়) বা মহাবিদ্যালয়হে আছিল আৰু তাৰ অধিবাসীসমূহ আছিল অসংখ্য পণ্ডিত ব্ৰাহ্মণ আৰু ছাত্ৰ-গৱেষকৰ দলহে।



বিশ্বৰ ইতিহাসত বৰ্ব্বৰ অত্যাচাৰীৰ হাতত নিৰীহ বা পণ্ডিত জনৰ এনে নিষ্পেষণ আৰু সিহঁতৰ খাম-খেয়ালিত বিশ্বৰ অফুৰন্ত জ্ঞানৰ ভাণ্ডাৰ গ্ৰন্থৰাজি বা সাহিত্য-কৰ্ম্মৰ এনে ধ্বংসৰ ক্ষতিৰ উদাহৰণ বহুতো পোৱা যায়। কিন্তু সেয়ে হলেও বৰ্ব্বৰ সদায়েই বৰ্ব্বৰ, অভিশপ্ত; জ্ঞান, প্ৰতিভা বা কবিত্ব সদায়েই অনিৰ্ব্বচনীয়, অনিৰুদ্ধ। সেয়েই সাম্প্ৰতিক বিশ্বৰ এগৰাকী প্ৰথিতযশা মনীষী কাৰ্লাইলে ইটালীৰ মহাকবি ডাণ্টে আৰু ইংলণ্ডৰ মহাকবি শ্বেক্সপীয়েৰৰ প্ৰসঙ্গত কৈছিল যে ইতিহাসৰ বুকুত ৰজা-মহাৰজা, ৰাজ্য-সাম্ৰাজ্য (বৃটিছ সাম্ৰাজ্য) আহিব আৰু যাব; কিন্তু ডাণ্টে বা শ্বেক্সপীয়েৰৰ সাম্ৰাজ্য কিন্তু নুটুটে, বাঢ়িবহে। আনহাতে ইংৰাজ জাতিৰ আজি জানো শ্বেক্সপীয়েৰ বা মিল্টন বা ইংৰাজী সাহিত্যৰ বাদে অইন কিবা পৰিচয় আছে?

অসমীয়া জাতিৰ ক্ষেত্ৰতো যুগে যুগে অসমীয়া সাহিত্যয়েই জাতিটোৰ এই পৰিচয় দি আহিছে। আনহাতে জাতিৰ জীৱনৰ কিমান যে সন্ধিক্ষণত আমি জাতিটোৰ সুদীৰ্ঘ জীৱন-কালৰ শঙ্কৰ-মাধৱ কন্দলিসকলৰ সাহিত্যকীৰ্ত্তিসমূহ মাথো হাতত লৈ বাচি নগৈছো! এনে এটা সন্ধিক্ষণৰ মুহূৰ্ত্তত অসমীয়া সাহিত্যৰ এই যাদুকৰী শক্তিটোক লক্ষ্য কৰিয়েই গ্ৰীয়াৰ্ছন চাহাবে মন্তব্য কৰিছিল: 'অসমীয়াই নিজ জাতীয় সাহিত্যৰ বাবে যথাৰ্থতে গৌৰৱ কৰিব পাৰে'। এনেহেন এটি জাতীয় গৌৰৱৰ সাহিত্যৰ জন্ম, জন্মলগ্ন আৰু তাৰ শ্ৰী-বৃদ্ধিৰ ইতিহাসো যে কি মধুৰ!

( ১ )

'কাআ তৰুবৰ পঞ্চ বি ডাল।
চঞ্চল চীএ পইঠো কাল॥
দিঢ় কৰিঅ মহাসুহ পৰিমাণ।
লুই ভণই গুৰু পুচ্ছিঅ জাণ॥'

(কায়া বৃক্ষ; পাচ ইন্দ্রিয় তাৰ ডাল। চঞ্চল চিত্তত কালে প্ৰবেশ কৰে। চিত্ত দৃঢ় কৰিলেহে মহাসুখ পাব পাৰি। লুয়ে কয়, গুৰুক সুধি ইয়াৰ উপায় জানি লোৱা।)

( ২ )

'মন তৰু পাঞ্চ ইন্দি তসু সাহা।
আসা বহল পাত ফলবাহা॥
বৰ গুৰু বঅণ কুঠাৰে চিজঅ।
কাহ্নু ভণই তৰু পুণ ন উইজঅ॥'

(মন তৰুৰ সদৃশ। পাচ ইন্দ্ৰিয় তাৰ শাখা, আশা বহল পাত, আৰু বাসনা ফল। কাহ্নুই কয়, বজ্ৰযানী গুৰুৰ বচন-স্বৰূপ কুঠাৰেৰে এই মন-ৰূপী তৰুক কাটা; যাতে সি পুনৰায় গজিব নোৱাৰে।) —ইত্যাদি।

খ্ৰীষ্টিয় দশম, একাদশ, দ্বাদশ শতিকাৰ সময়ছোৱাত, কামৰূপৰ পাল-ৰজাসকলৰ ৰাজত্ব কালত এফালে সংস্কৃত ভাষাৰ কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আৰু হৰ-গৌৰী-সংবাদ প্ৰভৃতি তান্ত্ৰিক প্ৰভাৱৰ বিস্তৃত গ্ৰন্থসমূহ ৰচনা হৈ থকাৰ কালতেই আনফালে কামৰূপৰ এমূৰত, খুব সম্ভব ভাটীৰ গোৱালপাৰা, কোচবিহাৰ, জলপাইগুৰি আৰু ৰংপুৰ অঞ্চলত বৌদ্ধ সাধক বা সিদ্ধসকলে দেশৰ জনসাধাৰণৰ মুখৰ ভাষাতেই আৰম্ভ কৰি দিছিল উপৰোক্ত ধৰণে তেওঁ-লোকৰ অধ্যাত্ম চৰ্চ্চা বা সাধনাৰ গীতমালাও। গীতসমূহ ৰচনা কৰিছিল মীননাথ, মৎস্যেন্দ্ৰনাথ, লুইপাদ, কাহ্নুপাদ, সৰহপাদ প্ৰভৃতি সিদ্ধাচাৰ্য্যসকলে। সাধাৰণতে পালি বা প্ৰাকৃত গ্ৰন্থৰ চৰ্চ্চা আলোচনাত ৰত এই আচাৰ্য্যসকলে দেশীয় ভাষাৰ মাধ্যমত তেওঁ-লোকৰ সাধাৰণ গীত-মালা ৰচনা কৰিবলৈ যাওঁতে ঠাইবিশেষে হয়তো গীতবোৰত পালি-প্ৰাকৃত ভাষাৰো ছাপ বা প্ৰভাৱ পৰাতো আচৰিত নহয়। যি নহলেও, তেওঁলোকেই যে জয়জয়তে দেশৰ



সৰ্ব্বসাধাৰণৰ মুখৰ ভাষাক সাহিত্য-চৰ্চ্চাৰ পৰ্য্যায়লৈ উন্নীত কৰিলে, সেই বিষয়ে আৰু এতিয়া সন্দেহৰ অৱকাশ নাই।

এই শুভ আন্তৰণিৰ মুহূৰ্ত্তৰ পৰাই আৰম্ভ হ'ল অসমৰ জাতীয় গৌৰৱ অসমীয়া সাহিত্যৰ বিজয় যাত্ৰা। এই সময়তেই এওঁলোকৰ আদৰ্শতেই হয়তো ৰচিত হ'ল তন্ত্ৰ-মন্ত্ৰৰ যুগৰ বিভিন্ন মন্ত্ৰ আৰু মন্ত্ৰ পুথিবোৰ। লগে লগে আহিল কামতাৰ গুণী-জ্ঞানী হিন্দু ৰজাসকলে পৃষ্ঠপোষকতা কৰা হেমসৰস্বতী, হৰিবৰবিপ্ৰ, কবিৰত্ন সৰস্বতী প্ৰমুখ্যে কবিসকল আৰু তেওঁলোকৰ প্ৰহ্লাদ চৰিত্ৰ, বভ্ৰুবাহনৰ যুদ্ধ প্ৰভৃতি লুইতপৰীয়া কাব্য সাহিত্য। কামতাৰ এই ৰজাসকলৰ ভাব-আদৰ্শক লক্ষ্য কৰিয়েই হয়তো ৰামায়ণৰ পদ কৰাবলৈ আগবাঢ়ি আহিল কপিলীপাৰৰ 'বাৰাহ ৰাজা শ্ৰীমহামাণিক্য'। ফলত চতুৰ্দ্দশ শতিকাৰ দৰে সুপ্ৰাচীন কালতেই ভাৰতৰ কোনো প্ৰান্তীয় ভাষাই ৰামায়ণৰ দৰে সুবৃহৎ কাব্য একোখনিৰ পদ কৰিবলৈ সাহস নৌ কৰোতেই কামৰূপ-কপিলীৰ প্ৰান্তীয় ভাষাত অপ্ৰমাদী কবি মাধৱ-কন্দলিৰ দ্বাৰা 'সাতকাণ্ড ৰামায়ণ পদবন্ধে নিৱন্ধা'ৰ কাম হেলাৰঙে সম্পন্ন হৈ গ'ল।

'সাতকাণ্ড ৰামায়ণ পদবন্ধে নিৱন্ধিলোঁ।
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিক্যৰ বোলে কাব্যৰস কিছু দিলোঁ।
দুগ্ধক মথিলে যেন ঘৃত॥'

আৰো, 'শ্লোক সংস্কৃতে আমি গঢ়িবাক পাৰিছয়
কৰিলোঁহো সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে
বাৰাহী-ৰাজাৰ অনুৰোধে॥'

'শ্লোক' অথবা 'সংস্কৃত' ৰচনাত পাৰ্গত হৈও, কবি মাধৱ কন্দলিয়ে সৰ্ব্বজন বোধ্য ভাষাত ৰামায়ণৰ পদ কৰিবলৈ আগবাঢ়োতে নিশ্চয়

সিকালৰ চতুৰ্দ্দশ শতিকাৰ অসমত আজিকালিৰ 'ইংৰাজী-বায়ু-গ্ৰস্ত' পণ্ডিতসকলৰ দৰে অলপ দোধোৰ-মোধোৰ অৱস্থাত পৰিব লগীয়া হৈছিল ; দ্বিধা বোধ কৰিছিল। তথাপি কিন্তু, দেশৰ সৰ্ব্বজনৰ ভাষাৰ ওজস্বিতাই, কামৰূপৰ সিকালৰ ভাষাৰ ঐশ্চৰ্য্যই কন্দলিৰ হাত সঠিক বাটে পোনাই লৈ গ'ল। অধিক কি, কন্দলি আৰু ৰামায়ণৰ মাজেদি ভাষাই যেন নিজকেহে প্ৰকাশ কৰিলে ; কৰিলে আত্মপ্ৰতিষ্ঠাৰ অঙ্গীকাৰ, জয়যাত্ৰাৰ অঙ্গীকাৰ ; যাৰ শ্ৰী আৰু সৌষ্ঠৱ দেখি আনকি পিছৰ কালৰ শ্ৰীমন্ত শঙ্কৰৰ দৰে কবিয়েও কবলগীয়া হ'ল এইবুলি :

'পূৰ্ব্ব কবি অপ্ৰমাদী মাধৱ কন্দলি আদি
বিৰচিলা পদে ৰাম-কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অবস্থা॥'

তেনেহলে এনে সময়তেই অসমীয়া সাহিত্যৰ বৰ-গছজুপিৰ পুলিটো ডাল-পাত মেলি লহ-পহকৈ বাঢ়ি আহিবৰ উপক্ৰম কৰাৰ মুহূৰ্ত্ততেই, অসমীয়া জাতিৰ কপালত পৰমপুৰুষৰ আশীৰ্ব্বাদৰ দৰেই আহি উপস্থিত হ'ল এই 'শশা যেন' শ্ৰীমন্ত শঙ্কৰদেৱ (খ্ৰীঃ ১৪৪৯—১৫৬৮) ; যিয়ে অৱশেষত হস্তীসদৃশ মাধৱকন্দলিকো চেৰ পেলাই অসমীয়া সাহিত্যৰ 'গহন বন'ত সিংহ-বিক্ৰমেৰে বিচৰণ কৰাৰ শৌৰ্য্য আৰু পৰাক্ৰমৰ অধিকাৰী হ'লগৈ। লগে লগেই আহিল অসমীয়া সাহিত্যত 'শঙ্কৰী যুগ' তথা 'বৈষ্ণৱ-যুগ' : গীত-পদ, নাট-কথাৰ যুগ ; কীৰ্ত্তন-দশম, নামঘোষা, গুণমালা, ভাগৱত, বৰগীত, ভটিমা, নাট, অঙ্ক, চৰিত পুথিৰ যুগ, তথা জোৱাৰ।

'কৰতল কমল কমলদল নয়ন।
ভৱদৱ দহন গহন ৱন শয়ন॥
নপৰ নপৰ পৰ শতৰত গময়।
সভয় নভয় ভয় সমহৰ সততয়॥



খৰ তত বৰ শৰ হত দশবদন।
খগচৰ নগধৰ ফণধৰ শয়ন॥
জগদঘমপহৱ ভৱভয় তৰণ।
পৰপদলয় কমলজ নয়ন॥' —বুলি হিন্দুৰ

ত্ৰিমূৰ্ত্তিৰ শ্ৰেষ্ঠজনক লৈ শঙ্কৰে হেনো স্বৰবৰ্ণৰ সৈতে পৰিচিত হোৱাৰ আগতেই ভক্তিমূলক কবিতা এটি ৰচিছিল। সেয়ে হলে এই কবিতাৰেই হয়তো আৰম্ভ হৈছিল অসমীয়া সাহিত্যত পিছৰ যুগৰ সমস্ত বৈষ্ণৱ সাহিত্যৰ পাতনি। তাৰ পিছত ক্ৰমে শ্ৰীমন্ত শঙ্কৰৰ হাততেই অসমীয়া সাহিত্যৰ কীৰ্ত্তন-গুণমালা গ্ৰন্থৰ ৰচনা হল, ভাগৱত ৰামায়ণৰ অনুবাদ হল, বৰগীত-ভটিমাৰ সৃষ্টি হ'ল ; সৃষ্টি হ'ল হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণীহৰণ, বলিছলন প্ৰভৃতি কাব্যৰ আৰু পত্নীপ্ৰসাদ, কালিদমন, কেলিগোপাল, ৰুক্মিণীহৰণ, ৰামবিজয় প্ৰভৃতি নাট-যাত্ৰাৰ। ইয়াৰ উপৰিও ভক্তি-প্ৰদীপ, নিমি-নৱসিদ্ধ-সংবাদ প্ৰভৃতি ভক্তি-তত্ত্ব প্ৰকাশক গ্ৰন্থতো আছেই। তেওঁৰ লগে লগে আহিল 'বৰাৰ পো' শ্ৰীমাধৱদেৱ আৰু তেওঁৰ,

'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত-মস্তক-মণি নিজ ভকতৰ বশ্য,
ভজো হেন দেৱ যদুপতি॥'

আৰু 'তেজৰে কমলাপতি পৰভাতে নিন্দ।
তেৰি চান্দমুখ পেখোঁ উঠৰে গোবিন্দ॥ —প্ৰভৃতি।

এই সময়তেই খুব সম্ভৱ অসমীয়া কাব্যৰ দৃষ্টিভংগী তথা কাব্য ৰুচিলৈও এটি দিক্-দৰ্শনৰ সৃষ্টি হ'ল। কিয়নো শ্ৰীমন্ত শঙ্কৰ মাধৱৰ আবিৰ্ভাৱ আৰু তেওঁলোকৰ সাহিত্য-সাধনাৰ অন্তৰালত অসমীয়া সাহিত্যৰ আন এটি শাখা পাঁচালী-সমূহে পত্ৰে-পুষ্পে সুশোভিত হৈ আগবাঢ়ি আহি আছিল। এই শাখাত মূলতঃ দুৰ্গাবৰ,

পীতাম্বৰ সুকবি নাৰায়ণদেৱ প্ৰভৃতি কৱিসকলে সেই সময়ৰ কামৰূপ কামতাৰ প্ৰসিদ্ধ অনুষ্ঠান 'ওজাপালি'ৰ চাহিদাৰ বাবে বেউলা-লক্ষীন্দাৰৰ কাহিনী, ৰামায়ণৰ কাহিনী আৰু মহাভাৰত-ভাগৱতৰ বিভিন্ন কাহিনীৰ আধাৰত পাঁচালী কাব্য ৰচনাত ব্ৰতী হৈ আছিছিল। কিন্তু পিছলৈ বৈষ্ণৱ-আন্দোলনৰ জোৱাৰৰ সোঁতে সাহিত্যৰ এই শাখাত কিছু প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল নিশ্চয়! কিয়নো, মহাপুৰুষ শঙ্কৰদেৱৰ সমসাময়িক পীতাম্বৰ কবিৰ 'দশম'ৰ পদ—

'বিলাপ কৰি কান্দে মাই ৰুকমিণী।
কোন অঙ্গে খুন দেখি নাইলা যদুমণি॥' —ৰ আবৃত্তি

শুনি হেনো, 'ধৰ্ম্ম ধৰিবাৰ সিটো নোহে যোগ্য লোক' বুলি মহাপুৰুষ গুৰুজনাই পীতাম্বৰৰ কাব্যক গৰিহণা দিছিল।

গতিকেই শঙ্কৰ-মাধৱৰ জীৱিত কাল আৰু তেৰাসকলৰ পিছত অসমীয়া সাহিত্যত একেবাহে বিষ্ণু-ভক্তিৰ ঢল; অথবা বিষ্ণুৰ প্ৰতিভূ-স্বৰূপ 'ৰাম-কৃষ্ণ'ৰ লীলা-মাহাত্ম্যৰ ঢল। ফলত অসমীয়া জাতিৰ সমাজ জীৱনত সৰলমতি শিশুৰ নিচুকনি গীত—

'ঘুমটি যাওৰে অৰে কানাই
হুৰে কাণখোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে॥'—ৰ পৰা আবাল-বৃদ্ধ-

বনিতাৰ ৰসৰ খোৰাক যোগোৱা 'বকাসুৰবধ', 'বঘাসুৰবধ'—প্ৰভৃতি বধকাব্যসমূহৰো সৃষ্টি সম্ভৱ হ'ল। লগে লগে সম্ভৱ হ'ল অসমীয়া সমাজৰ হ'জুৱা-কৃষক, চহা-বনুৱাৰ পৰা আৰম্ভ কৰি পণ্ডিত-ভক্ত ৰজা-ৰাজন্যলৈকে সকলোৰে হৃদয়-ৰাজ্য ভেদি অসমীয়া সাহিত্যৰ প্ৰবল ঢউৰ খলকনি, জোৱাৰৰ ছিটিকনি বাগৰি যোৱাটো। ফলত অসমীয়া সাহিত্য অচিৰেই হৈ পৰিল সৰ্ব্বজনৰ সাহিত্য, তথা জাতীয় সাহিত্য।



সেয়ে ধীৰে ধীৰে আমি দেখিবলৈ পাওঁ যে একালৰ কামৰূপ-কামতা বা কপিলীপাৰৰ সাহিত্যই শেহলৈ ডিমাপুৰ-কাছাৰৰ কছাৰী আৰু দিখৌ-দিলিহমুখৰ আহোমসকলৰো অন্তৰ চোঁৱাই তোলে আৰু তেওঁলোকেও নিজ নিজ দান-বৰঙণিৰে এই জাতীয়-সাহিত্যৰ শ্ৰী আৰু সৌষ্ঠৱ বৃদ্ধি কৰিবলৈ উঠি-পৰি লাগে। ফলত শঙ্কৰোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ দিগন্ত আৰু অধিক বিস্তৃত হৈ পৰে; আৰু ই হৈ পৰে বহুমুখী। এই যুগতেই সাহিত্যই ধৰ্ম্মীয় গণ্ডীৰ সীমা চেৰাই প্ৰাচীন সংস্কৃত সাহিত্যৰ দৰেই ব্যৱহাৰিক জীৱনকো সাঙুৰি লয় আৰু অসমীয়া সাহিত্যত হাতী-ঘোঁৰা আদিৰ চিকিৎসা পুথিও (হস্তীবিদ্যাৰ্ণৱ-সাৰসংগ্ৰহ, ঘোঁৰানিদান প্ৰভৃতি) লিখিবৰ প্ৰয়াস কৰা হয়। আনহাতে বৈষ্ণৱসকলৰ সত্ৰীয়া সমাজৰ তত্বাৱধানত এই সময়তেই ব্যাপক ভিত্তিত চৰিত সাহিত্য আৰু 'হস্তমুক্তাৱলী' 'বাদ্য প্ৰদীপ' প্ৰভৃতি সঙ্গীত-শাস্ত্ৰৰো ৰচনাৰ পাতনি তৰা হয়। কোচৰজাসকলৰ আমোলতো ইতিমধ্যেই 'জ্যোতিষ' 'গণিত' আদি শাস্ত্ৰৰো অসমীয়া ভাঙনি আৰম্ভ কৰা হৈছিল। আনকি কোচৰজা নৰনাৰায়ণে হেনো অসমীয়া সাহিত্যৰ সুপৰিকল্পিত বিস্তৃতিৰ বাবে এখন সুবৃহৎ আঁচনিয়েই গ্ৰহণ কৰিছিল :-

'শুনিয়ো শ্ৰীধৰ তুমি মোৰ কাব্য ধৰা।
জ্যোতিষিক ভাঙি তুমি সাধ্যখণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থ সম্প্ৰতি॥'

এইদৰেই ষোড়শ-সপ্তদশ শতিকাৰ দৰে সুপ্ৰাচীন কালতেই অৱশেষত অসমীয়া সাহিত্যই জাতিৰ সামাজিক জীৱনটোৰ আশা-আকাঙ্ক্ষা তথা ব্যথা-বেদনাক আঁকোৱালি লোৱাৰ অঙ্গীকাৰ গ্ৰহণ কৰিছিল। অধিক কি, ভাৰতৰ কোনো প্ৰান্তীয় ভাষাই দাবী কৰিব নোৱাৰা গদ্য আৰু বুৰঞ্জী সাহিত্যতো ই কোনোবা কাহানিতেই ঠন ধৰি উঠিছিল।

অসমীয়া জাতিৰ দুৰ্ভাগ্য গুণে অসমৰ অসমীয়া ভাষা বঙালী ভাষাৰ উপভাষা নে এটি পৃথক ভাষা, এই কথা লৈ এদিন প্ৰবল বাক-বিতণ্ডাৰ সৃষ্টি হোৱাৰ সময়ত, অসমীয়া ভাষাৰ গদ্য-পুথি ভট্টদেৱৰ 'কথা-গীতা'ৰ গদ্য ৰচনাৰ সৌষ্ঠৱ আৰু সমৃদ্ধি দেখি, বঙ্গদেশৰেই এগৰাকী মহিষী আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে হেনো আশ্চৰ্য্য প্ৰকাশ কৰি কৈ উঠিছিল: 'ষোড়শ শতিকাত ৰচিত ভট্টদেৱৰ কথা-গীতা দৰাচলতে অপূৰ্ব্ব; (অসমীয়া ভাষাৰ) ই এক অমূল্য সম্পদ। অসমীয়া গদ্য-সাহিত্যই সুদূৰ ষোড়শ শতিকাৰ নিচিনা কালতেই এনে এটা অৱস্থা পাব পাৰিছিল যে ইংলণ্ডৰ হুকাৰ আৰু ল্যাটিমাৰৰ ৰচনাৰ বাহিৰে বিশ্বৰ কোনো সাহিত্যৰ গদ্য ৰচনাই এনে অৱস্থা পাব পৰা নাছিল' .... ইত্যাদি।

নকৱয়েৱা কিয়! —অইনহে নালাগে আজিৰ গদ্য-সাহিত্যৰ অযথা স্ফীত কলেৱৰেৰে ভাৰাক্ৰান্ত বঙ্গ সাহিত্যৰ গদ্যৰ ইতিহাস লিখিবলৈ গৈ ঐতিহাসিকে (সুকুমাৰ সেন) কব লগা হৈছে এনে ধৰণে: 'বাঙ্গালা গদ্য সাহিত্যের রীতিমত ব্যৱহার শুরু হইল উনবিংশ শতাব্দীর প্রথম বৎসর হইতে। বিলাত হইতে সদ্য আগত ইষ্ট ইণ্ডিয়া কোম্পানীর সিভিলিয়ান কৰ্ম্মচারীগণের শিক্ষার জন্য কলিকাতায় ১৮০০ খ্রীষ্টাব্দে কলেজ অব ফোর্ট উইলিয়ম প্রতিস্থিত হইল।.... সিভিলিয়ান দিগকে বাঙ্গালা পড়াইতে গিয়া দেখা গেল যে, প্রচলিত বাঙ্গালা গ্রন্থ সবই পদ্যে। আসলে প্রয়োজন ব্যবহারোপযোগী ভাষা শিক্ষা, সুতরাং গদ্য-পুস্তকই তাহাদের উপযুক্ত পাঠ্য। অতএব কেরি (শ্রীরামপুরের মিশনারি পাদরি উইলিয়ম কেরি) তাহার সহকারীদের দিয়া বাঙ্গালা গদ্যে পাঠ্যপুস্তক লেখাইতে লাগিলেন এবং নিজেও একটি ব্যাকরণ, একখানি অভিধান, একটি কথোপকথনের বই, এবং



আর একখানি গল্পের বই সংকলন করিলেন।' এই ক্ৰমেই ১৮০০-১৮০১ চনৰ পৰাহে বঙলা-গদ্যৰ গৰ্ভধাৰণৰ চিন্তা বা প্ৰয়োজনীয়তা অনুভৱ কৰা হয়। আনহাতে অসমীয়া গদ্য!

'আহে সমাজিক লোক, জোহি জগতক পৰমগুৰু, পুৰুষোত্তম, সোহি নন্দ নন্দন ৰূপে কহোঁ। অন্নপ্ৰাৰ্থনা চলে বিপ্ৰসৱক কৰ্ম্ম-গৰ্ব্ব দুৰ কয়ল, পত্নীসবক পৰম প্ৰসাদ দেলহ, বালকসবক ষড়ৰস অন্ন ভোজন কৰাৱল, সোহি 'পত্নী-প্ৰসাদ' নাম নাট, ওহি সভামধ্যে কৌতুকে কৰব। তাহে দেখহ সুনহ, নিৰন্তৰে হৰি বোল হৰি।'

—এইবুলি জয়ে জয়ে ১৪৪৮ শক, ১৫২৬ খ্ৰীষ্টাব্দ মানত অসমীয়া নাট্য-গীতৰ জনক শ্ৰীমন্ত শঙ্কৰেই তেওঁৰ 'পত্নী-প্ৰসাদ' নাটত সূত্ৰধাৰৰ মুখত পোন প্ৰথম কথা বা গদ্যৰ ব্যৱহাৰ কৰি অসমীয়া গদ্য-সাহিত্যৰো জয়যাত্ৰা সম্ভৱ কৰি তোলে নিশ্চয়। অৱশ্যে ইয়াৰো আগতেই 'আমবাৰী' (গুৱাহাটী) আৰু 'গাছতল' (নগাওঁ) শিলালিপি যোগে অসমীয়া লিখিত গদ্যই দ্বাদশ-ত্ৰয়োদশ শতিকা কালতেই 'শিলৰ-আখৰেৰে' তাৰ ভৱিষ্যতৰ এই অমোঘ যাত্ৰাৰ পৰ্ব্ব ৰচনা কৰিছিল। তাৰ পিছত ধীৰে ধীৰে—

'আৰে সত্যভামা, তোহাৰি স্বামী মাধৱক কথা হামু সব জানি। ওহি গোপী-বিটাল গোপাল। উনিকৰ আগু গোকুলক স্ত্ৰি নাহি ৰহল। দেখো কংসক দাসি কুবুজি তাহেক হাত এড়াল নাহি....' আৰু,

'আৰে ইন্দ্ৰানি, জগতক পৰম গুৰু, হামাৰ স্বামি। জাহেৰ নাম সুমৰিতে মহা মহা পাপিসৱ সংসাৰ নিস্তৰে, তাহেক অতৱে নিন্দা কৰহ। অৰে নিলাজিনি, মৰিতে নাযাৱ; তোহাৰি স্বামি ইন্দ্ৰক কথা কহিতে ঘৃণাসে উপজে। দেখো অম্রাৱতীক যত বেস্যা....' বুলি মহাপুৰুষ গুৰুজনাৰ ছখনকৈ পূৰ্ণাঙ্গ নাটৰ কথা আৰু সংলাপৰ মাজেদি আগবাঢ়ি যোৱা অসমীয়া গদ্য অৱশেষত মাধৱদেৱৰ হাতত পৰিল; আৰু মাধৱদেৱেও তেওঁৰ বিভিন্ন কৌতুক-ৰহস্য মিশ্ৰিত নাট

অঙ্কৰ মাজেদি গুৰুজনাৰ সৃষ্ট গদ্য শৈলীক কৃতকাৰ্য্যতাৰে আগবঢ়াই লৈ যাবৰ উদ্যম কৰিলে; কৰিলে সাধনা:

'হে কানাই, তুহু বড়ি নাগৰ। হামাক সব লৱনু খাই ঝুণ্টা বাত কহইছ। জব তুহু লৱনু নাহি খাৱল, তব বচন বোলিতে তোহাৰ বদন হন্তে কৈছন লৱনুক গন্ধ বাঝ হোই?'

'হে গোৱাৰি, তুহু বড়ি দাৰুণ হৃদয়। আপুন জিহবা ৰাখিতে নাপাৰি, আপুন গৃহে লৱনু খাৱল। অব ভতাৰক ভয়ে, হামাক অপযস দেৱত। হামাৰ গৃহে লৱনু কে পুচত! খাইবাক নপাই তোহাৰি গৃহে চোৰি কৰি লৱনু খাৱল!'

এনে সময়তেই অসমীয়া গদ্য-সাহিত্যৰ ভাগ্যাকাশত উপস্থিত হ'লহি, 'গদ্য সাহিত্যৰ সৃষ্টি কাৰ্য্যত' 'যন্ত্ৰী' আৰু 'যন্ত্ৰ'ৰ সদৃশ গুৰু দামোদৰ আৰু তেওঁৰ প্ৰিয় শিষ্য বৈকুণ্ঠনাথ কবিৰত্ন ভাগৱত ভট্টাচাৰ্য্যদেৱ (১৫৫৮—১৬৩৮ খ্ৰীষ্টাব্দ); আৰু তেৱেঁই একেৰাহে ভাগৱত আৰু গীতা শাস্ত্ৰক কথা বা গদ্যলৈ ভাঙি অসমীয়া সাহিত্যৰ গৌৰৱময় ইতিহাসক দুগুণে সমৃদ্ধ কৰি তুলিলে:

'যদি বোলা কেতিয়া অৱতাৰ ধৰা, তাত শুনা। যেখন ধৰ্ম্মৰ হানি অধৰ্ম্মৰ উদ্ভৱ হয়, তেখনে সাধুৰ ৰক্ষাৰ্থে, দুৰ্জ্জনৰ নাশ নিমিত্তে, ধৰ্ম্ম প্ৰতিপালন পদে যুগে যুগে মঞি অৱতাৰ ধৰোঁ।'

'যেন মনুষ্যে জীৰ্ণবস্ত্ৰক পৰিত্যাগ কৰি, নবীন বস্ত্ৰক গ্ৰহণ কৰে, এমনে আত্মায়ো পুৰাণ দেহক এড়ি নবীন দেহক স্বীকাৰ কৰে।'

অথবা,

'যদ্যপি তুমি সকলো পাপীত কৰি অত্যন্ত পাপকাৰী হোৱা, তথাপি পাপ সমুদ্ৰক জ্ঞাননাৱে অনায়াসে তৰিবা। যেন কাষ্ঠসমূহক প্ৰজ্বলিত অগ্নিয়ে ভস্ম কৰে তেমনে জ্ঞানাগ্নিয়ে প্ৰাৰব্ধ বিনে সকল কৰ্ম্মক ভস্ম কৰে।' ..... ..... ইত্যাদি।

এই ক্ৰমেই ষোড়শ শতিকাৰ জন্ম মুহূৰ্ত্ততেই শ্ৰীমন্ত শঙ্কৰৰ



হাতত জন্ম পোৱা গদ্যই মাধৱদেৱ, ভট্টদেৱ আদিৰ যত্নত লহ-পহকৈ বাঢ়িবলৈ আৰম্ভ কৰে আৰু দুদিন পিছতেই ই চৰিত, বুৰঞ্জী তথা গণিত, জ্যোতিষ প্ৰভৃতি সমূহ ব্যৱহাৰিক সাহিত্যৰো মাধ্যমৰূপে সুপ্ৰতিষ্ঠিত হৈ পৰে।

তেনে বুৰঞ্জী সাহিত্য?

অসমীয়া জাতিৰ একালৰ ভাগ্যাকাশলৈ বহুতো বস্তুৱেই ভগৱানৰ আশীৰ্ব্বাদৰ দৰে অহাৰ দৰে 'যি বিষয়ত ভাৰতবৰ্ষ আচৰিত ভাৱে পিছ পৰা' আৰু 'বঙ্গীয় সাহিত্যত নোহোৱা-নোপজা', সেই বিষয়টি 'অসমীয়াৰ ঘাই গৌৰৱৰ বস্তু' বুৰঞ্জী সাহিত্যও দৰাচলতে ভগৱানৰ আশীৰ্ব্বাদৰ দৰেই অসমীয়া জাতিৰ জীৱনলৈ আহিছে। বুৰঞ্জী মূলতঃ আহোমসকলৰেই অৱদান; আনকি 'বুৰঞ্জী' শব্দটিও তেওঁলোকৰ টাই ভাষাৰ পৰাই অহা।

'যি মৰে, যাক পাওঁ, বাটত যি কথা কয়, পণ্ডিতে লিখি থব।' —ৰজা চুকাফাই এই মৰ্ম্মে হেনো লগত অহা আহোম পণ্ডিতক আদেশ দিছিল অসম-ব্ৰহ্মদেশৰ সীমান্তৰ খামজাঙ্গতেই; আৰু তাৰে পৰাই সৃষ্টি হ'ল অসম-প্ৰান্তত ইন্দ্ৰবংশী আহোমৰ যতমানে বুৰঞ্জী-সম্ভাৰ। আহোমসকলে প্ৰথমছোৱাত তেওঁলোকৰ এই বুৰঞ্জী লিখিবলৈ লৈছিল তেওঁলোকৰ নিজা টাই-আহোম ভাষাত। কিন্তু শেহলৈ অসমীয়া ভাষা তথা অসমীয়া গদ্যৰ পৰাক্ৰম আৰু সৌষ্ঠৱৰ আগত বিজয়ী আহোমেও নিশ্চয় হাৰ মানিলে আৰু আৰম্ভ কৰিলে দেশৰ জনসাধাৰণৰ ওজস্বী গদ্যৰ মাধ্যমেৰে তেওঁলোকৰ পিছৰ সমস্ত বুৰঞ্জী, আনকি ৰাজকীয় সমূহ শাসন—নিৱন্ধ। ফলত অসমীয়া গদ্যৰ তেজ আৰু শক্তি আগতকৈও শত গুণে চৰিল আৰু এক কথাত ই হৈ পৰিল সমগ্ৰ পূৰ্ব্বাঞ্চলৰ আন্তঃৰাজ্যিক ভাষা, আন্তৰ্জাতিক ভাষা।

'পাচে আমাৰ চাৰি মানুহে বোলে, —যদি মহাৰাজাৰ বল-বীৰ্য্য টুটিলেহে তহঁতে কাটিবাক ভাল। জুইআঙ্গনি পৰুৱায়ে

বাতিক দিন কাহানি কৰে? আমাৰ কথাৰে কাহানি মহাৰাজা তোমাৰ ৰাজ্য মাৰিছে? ইন্দুৰৰ মুখত কাহানি হস্তীদন্ত গজে? ইন্দুৰৰ পথে কাহানি হস্তী অহা-যোৱা কৰে? বানৰৰ মুখে কি নাৰিকল ভাঙে?'

'পাচ্চাৰ চুৰপাও আনি দেৱৰগাৰঁতে ৰহিছেহি বুলি ৰাজাদেৱে (স্বৰ্গদেৱ চক্ৰধ্বজ সিংহই) শুনি মনত অসন্তোষ কৰি বোলে, মোৰ পুলিন-পুথাও ৰজাসকলে পৰৰঅধীন হৈ যোৱা নাই।' এতিয়াও মই বঙ্গালৰ বঁটা পিন্ধিব নোৱাৰো।'

'মই (কছাৰীৰ তাম্ৰধ্বজ ৰজাই) হাতে তিল-কুশ লৈ বিশ্বোনাথ খেত্ৰত হাত জুৰ্ৱিয়াই কবুল কৰিছোঁ, —নাও তল যাব, শিল উপঙিব, কোৱা বগা হব, বগ কলা হব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব, তেবে কি মোৰ কবুল ছাৰিবে?'

আৰৌ,

'........চৰায়ে পোৱালি তোলে, ঠোঁঠত ধৰি উকৱাই চাই; পাখি জদি গজিল, উড়িব যদি পাৰিলে, মাইকিৰ লগত চৰি বুলি আহি বাস লয়হি। পাখি যদি সমান হ'ল, মাইকিএ আধাৰ দিব নোৱাৰি উড়ুয়াই নিয়ে। এক উড়ান দি পৰেগৈ তুনাই বাস নাপাই হি; কোনো সিয়াল কুকুৰে খাই, নাই মানুহে ধৰি নিয়ে; দোয়াবাৰ বাহ নাপাই। কুমাৰে চক্ৰ বেচে, পাইকে হাতত লৈ বজাই চাই, যদি হাতত বাজিল চাৰিকড়া কড়িকো দিয়ে, চক্ৰকো নিয়ে। সেই যদি হাতত নাবাজে নিয়েনিকি?'

এইদৰেই আগবাঢ়ি আহি থাকিল আহোমসকলৰ বুৰঞ্জীৰ মাজেৰেও সুপ্ৰাচীন অসমীয়া গদ্য আৰু ক্ৰমাৎ সি বলিষ্ঠৰ পৰা বলিষ্ঠতৰ, সূক্ষ্মৰ পৰা সূক্ষ্মতৰ হৈ অৱশেষত ভাৰতৰ আন বহুতো প্ৰান্তীয় ভাষাই গদ্যৰ মুখ দেখিবলৈ নৌপাওঁতেই সি সম্পূৰ্ণ পৈণত বা পূৰ্ঠ অৱস্থাপ্ৰাপ্ত হৈ পিছৰ কালৰ দুষ্ট-চক্ৰৰ হেজাৰ ছলনাময়ী



কূট-কৌশলকো সজোৰে খৰ্ব্ব কৰি দি সগৌৰৱে নিজ ভৰিত থিয় দি থাকি আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, পণ্ডিত গ্ৰীয়াৰ্ছন প্ৰভৃতি ব্যক্তি সমূহকো বিস্ময়-বিমুগ্ধ কৰিবৰ সক্ষম হয়।

## শঙ্কৰ গুৰুৰ আবিৰ্ভাৱ: মহাপুৰুষীয়া সংস্কৃতি

মধ্য যুগৰ অসমত শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ নিসন্দেহে এই দেশৰ ভাগ্যত ঘটা এটি যুগান্তকাৰী ঘটনা।

আমি আগতেই উল্লেখ কৰি আহিছো যে কিদৰে পঞ্চদশ শতিকাৰ ঠিক সোঁমাজত ১৪৪৯ খ্ৰীষ্টাব্দত ডবাকৰ কপিলী পাৰৰ সেই সময়ৰ ভূঞা-ৰাজ্যৰ 'বৰদোৱা নামে গ্ৰাম'ত শ্ৰীমন্ত শঙ্কৰে জন্মগ্ৰহণ কৰি তেওঁৰ প্ৰৱৰ্ত্তিত নৱ-বৈষ্ণৱ-ধৰ্ম্মৰ জোঁৱাৰৰ ঢউৱে লুইতৰ ইপাৰ-সিপাৰ জুৰি খলকনি তুলিছিল আৰু কিদৰে ধীৰে ধীৰে কামৰূপ কামতা আৰু আহোম ৰাজ্যৰ ৰজা-প্ৰজা সকলোৰে চিন্তা-চৰ্চ্চা তথা ৰুচিৰ সূঁতি সলনি কৰি দেশত এক নতুন চিন্তা-চৰ্চ্চাৰ বাতাবৰণ সৃষ্টি কৰিছিল। মুঠ কথাত, শ্ৰীমন্ত শঙ্কৰেই হৈ পৰিছিল এই যুগৰ এই দেশৰ অবিসম্বাদী চিন্তা-নায়ক আৰু দেশৰ সকলো প্ৰগতি-বাদী প্ৰতিভাই জাতি-ধৰ্ম্ম-নিৰ্ব্বিশেষে এই যুগনায়কৰ চৌদিশত আহি সমবেত হৈছিল। ফলত পঞ্চদশ শতিকাৰ ৪৯।৫০ খ্ৰীষ্টাব্দৰ পিছৰ কালৰ সমূহ সাহিত্য-সংস্কৃতিয়েই যেন হৈ পৰিছিল শঙ্কৰমুখী, অথবা শঙ্কৰ প্ৰৱৰ্ত্তিত 'এক দেৱ' শ্ৰীকৃষ্ণমুখী।

এই এক দেৱ শ্ৰীকৃষ্ণৰ লীলা মাহাত্মকে লৈ মহাপুৰুষ গুৰুজনাই অসমত সাহিত্যৰ উপৰিও, নাট-গীত, ভাওনা-সবাহৰ অনুষ্ঠান কৰিছিল, শ্ৰীকৃষ্ণৰ নাম-গুণৰ শ্ৰৱণ-কীৰ্ত্তনৰ বাবে নামঘৰ, কীৰ্ত্তন-ঘৰ স্থাপন কৰিছিল আৰু জাতি-বৰ্ণ-নিৰ্ব্বিশেষে সকলোলৈকে তেওঁৰ ভক্তি ধৰ্ম্মৰ দুৱাৰখন খুলি দিছিল। ফলত অসমত মহাপুৰুষ গুৰুজনাৰ নেতৃত্বত প্ৰাচীন ব্ৰাহ্মণ্য-সংস্কৃতিৰ উৱলি যাব ধৰা ভেটিটোত

নকৈ থিয় দিছিল আহি মহাপুৰুষৰ মহাপুৰুষীয়া সংস্কৃতি আৰু এই সংস্কৃতিৰ ভেটি সংস্থাপনৰ কামতেই সৌ সিদিনা যোগ দিছিল আহি শাক্তৰ মাধৱ, ব্ৰাহ্মণৰ মহেন্দ্ৰ কন্দলি (শঙ্কৰৰ শিক্ষা গুৰু), ৰামৰায় (কুলগুৰু), ৰাম সৰস্বতী, দামোদৰদেৱ, ভট্টদেৱ প্ৰভৃতিয়ে ; ভূঞাৰ বুঢ়াখাঁ, সৰ্ব্বজয়, বলোৰাম, শ্ৰীৰাম প্ৰভৃতি ; উবনা, বনৰা, ধ্বজা, মাধৱী আৰু চন্দৰী প্ৰভৃতি আইসকলে। তাৰোপৰি এওঁলোকৰ লগলৈ আহিছিল গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, জয়ন্তীয়াৰ মাধৱ, আহোমৰ নৰহৰি, নগাৰ নৰোত্তম, ভুটীয়াৰ জয়ৰাম আৰু মুছলমানৰ চান্দমাই, জয়হৰি প্ৰভৃতি আতৈসকল। ইয়াৰ উপৰিও হৰিদেৱ, ঠাকুৰ আতা, বৰবিষ্ণু আতা, বুঢ়া আতা, গোপাল আতা প্ৰভৃতি আতা সকল আৰু গুৰুপত্নী কালিন্দী আই, নাতি-বোৱাৰী কনকলতা আইতো আছিলেই।

এই ক্ৰমেই মহাপুৰুষ গুৰুজনাৰ ধৰ্ম্ম আৰু সংস্কৃতিয়েই হৈ পৰিছিল অৱশেষত সমূহ অসমীয়াৰে ধৰ্ম্ম আৰু সংস্কৃতি। ফলত, 'আজিলৈকে অসমীয়াক অসমীয়া কৰি ৰাখিছে কোনে ? আমাৰ তাহানিৰ স্বাধীন অসমৰ ৰাষ্ট্ৰক্ষমতা থকা ৰজাসকলে, পাত্ৰ-মন্ত্ৰীসকলে নে বৰফুকন, বৰবৰুৱা বৰুৱা-ফুকন আদি বিষয়াসকলে ? আমাক আজি অসমীয়া বুলি আমাৰ জাতীয় সভ্যতা-সংস্কৃতিৰ বিশিষ্টতাৰে এটা প্ৰগতিশীল জাতিকৈ ৰাখি থৈছে অসমীয়া সংস্কৃতি সৃষ্টি কৰি দি যাওঁতা, অসমীয়াৰ সুকুমাৰ কলাক এটা নিজস্ব বৈশিষ্ট্য দি থৈ যাওঁতা, অসমীয়া সামাজিক জীৱনত এটা বিশিষ্ট গঢ় দি যাওঁতা, অসমীয়া জীৱনৰ মহাকলাকাৰ, শিল্পীৰো শিল্পী মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে। সেই মহা প্ৰতিভাৰ বলতেই আমি ডেৰ শ বছৰ এটা প্ৰচণ্ড পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ দুৰ্নিবাৰ আক্ৰমণতো আমাৰ অসমীয়া সংস্কৃতিৰ বিশিষ্টতা নেহেৰুৱাই আজি স্বাধীনতাৰ দিনত সেই শঙ্কৰদেৱে গঢ়ি দি যোৱা সংস্কৃতিতে ভেটি বান্ধি, নতুন সংস্কৃতি গঢ়িব পৰাত আছোঁ।'



আনহাতে মহাপুৰুষৰ এই সংস্কৃতিয়েই বা দৰাচলতে কি ? জ্যোতিপ্ৰসাদৰ ভাষাত সি আছিল 'কৃষ্ণ-সংস্কৃতি'। 'কৃষ্ণ'ই যুগে যুগে ভাৰতীয় সংস্কৃতিৰ প্ৰতীক। ত্ৰেতাৰ ৰামচন্দ্ৰৰ পিছতে ভাৰতীয় মনীষাৰ কল্পনাত ধৰা দিছিল কৃষ্ণই। এই কৃষ্ণই বিভিন্ন অৱস্থা, বিভিন্ন ৰূপৰ মাজেদি আগবাঢ়ি আহি আহি দ্বাপৰত পৰিপূৰ্ণতা লাভ কৰি কুৰুক্ষেত্ৰত 'দুষ্কৃতি'ৰ সমবেত শক্তিৰ বিনাশ সাধন কৰি 'সংস্কৃতি'ৰ অপৰাজেয়তা চিৰকালৰ বাবে প্ৰতিপন্ন কৰিছিল। —এই কৃষ্ণকেই (যাৰ ভিন্ন ৰূপ বা ভিন্ন নাম বিষ্ণু) ভাৰতৰ বৈষ্ণৱ নৱ জাগৰণৰ সময়ত, ৰিভিন্ন অঞ্চলৰ বিভিন্ন প্ৰৱক্তাই 'ৰূপান্তৰ'ৰ মাজেদি নতুনকৈ সজাই-পৰাই কলিৰ উপযোগী কৰি জনতাৰ আগত উলিয়াই দিছিল। গতিকেই পূৰ্ব্বৰে পৰা বৈদিক ব্ৰাহ্মণ্য সংস্কৃতিৰে বান্ধ খাই অহা কামৰূপ প্ৰান্ততো তাৰ অন্যথায়ে বা ঘটিব কেনেকৈ ? সেয়ে অসমতো পুনৰ নতুনকৈ নতুন সাজত এই কৃষ্ণ-সংস্কৃতিৰেই বিজয়-ডঙ্কা বাজি উঠিছিল আৰু তাৰ সূত্ৰ ধৰিছিল পোনতে কামৰূপ-প্ৰান্তৰ 'মহাকলাকাৰ শিল্পীৰো শিল্পী মহাপুৰুষ শঙ্কৰদেৱে'। গতিকেই আৰম্ভ হৈ গৈছিল :

'প্ৰথমে প্ৰণমো ব্ৰহ্ম ৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥
তযু নাভি-কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত॥'

'কৃষ্ণ ৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ॥
পীত বস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ।
কমল লোচন চাৰু অৰুণ অধৰ॥'

অথবা,

নাৰায়ণ !
কাহে ভকতি কৰোঁ তেৰা।
মেৰি পামৰ মন
মাধৱ ঘনে ঘন
ঘাতুক পাপ নাছোৰা ॥ ............ প্ৰভৃতিৰ

অন্তহীন কীৰ্ত্তন-বৰগীতৰ সুৰ-ধ্বনি, ঝঙ্কাৰ আৰু 'আহে সমাজিক লোক! জে জগতক গুৰু, জাহেৰি স্ৰজনা সয়লা সংসাৰ, ব্ৰহ্মা মহেসে বন্দিত পাদপদ্ম, পৰম পুৰুষ পুৰুসোত্তম শ্ৰীকৃষ্ণ, ৰুকমিনি সত্যভামা সহিত ওহি সভা মধ্যে প্ৰবেশি কহোঁ নৰকাসুৰ বধ, পাৰিজাত হৰণ লিলা জাত্ৰা কৌতুকে কৰব। আহে সাবধানে দেখহ শুনহ........'ৰ সদৃশ বিৰামবিহীন যাত্ৰা-ভাওনাৰ বোল, গীত অভিনয়ৰ বোল।

ফলত মধ্যযুগৰ অসমৰ ইমূৰ সিমূৰ জুৰি গঢ়ি উঠিল সত্ৰ-নামঘৰৰ সংস্কৃতি, গঢ় লৈ উঠিল ভকতীয়া বৈষ্ণৱ সমাজৰ সংস্কৃতি আৰু তাৰ আনুষঙ্গিক গায়ন-বায়ন সূত্ৰধাৰৰ নৰজাত সমূহ কলা-শিল্প। মুঠ কথাত, মধ্যযুগৰ ইউৰোপীয় সমাজ-ব্যৱস্থাত 'ৰেণেসাঁ' বা নৱন্যাসে যি পৰিমাণৰ শিল্প-কলাৰ বিপ্লৱ সাধন কৰিছিল, অথবা পশ্চিমীয়া সভ্যতাৰ সংস্পৰ্শই উনবিংশ শতিকাৰ বঙ্গদেশত যেনে পৰিমাণৰ সাংস্কৃতিক -বিপ্লৱ সম্ভৱ কৰি তুলিছিল, অসমৰ ক্ষেত্ৰত অকল শ্ৰীমন্ত শঙ্কৰৰ মহা প্ৰতিভাৰ আবিৰ্ভাৱেই সুদূৰ পঞ্চদশ-ষোড়শ শতিকাৰ সদৃশ কালতেই তেনে বিপুল পৰিমাণৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক বিপ্লৱ সাধন কৰি তুলিছিল; আৰু সি ৰজা-প্ৰজা সকলোৰে অন্তৰ ঢৌৱাই তোলাৰ উপৰিও, তাৰ ছন্দধ্বনিয়ে দেশৰ আকাশ-বতাহ কেবা শতিকাও জুৰি নিনাদিত কৰি ৰাখিছিল।



## গণ-বিপ্লৱৰ শোচনীয় অধ্যায়

মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত এই মহাপুৰুষীয়া বা কৃষ্ণ-সংস্কৃতিৰ জোৱাৰ ক্ৰমাৎ বিয়পি গৈ কৰতোয়াৰ পৰা কুণ্ডিললৈকে সমগ্ৰ দেশ ছানি পেলোৱাৰ পিছত ই ধীৰে ধীৰে আহোমসকলৰ ৰাজ-অন্তেষপুৰতো সোমাবৰ উপক্ৰম কৰিলে। চুখামফা খোঁৱাৰজাৰ দিনতেই হেনো মহাপুৰুষৰ ধৰ্ম্মমত আহোম ৰাজ্যৰ প্ৰজাসাধাৰণৰ মাজত বৰকৈ বিয়পে। এওঁৰ পিছত চুচেংফা বা প্ৰতাপসিংহ, চুতামলা বা জয়ধ্বজ সিংহৰ দিনতো দেশৰ এই নবধৰ্ম্মই বেছ প্ৰতিপত্তি লাভ কৰে। আহোম-সকলৰ শ্ৰেষ্ঠজনা ৰজা ৰুদ্ৰসিংহয়ো এই ধৰ্ম্মৰ পৃষ্ঠপোষকতাৰ বাবে পৰাখিনি যত্ন কৰিছিল। কিন্তু পিছলৈ ৰজাৰ আসক্তি যেন শাক্ত মতৰ ফালেহে ক্ৰমাৎ অধিক হৈছিল; আৰু এই আসক্তিৰ বাবেই হেনো তেওঁ হিন্দুধৰ্ম্ম গ্ৰহণ কৰিবলৈকো অভিলাষ কৰিছিল। কিন্তু এইখিনিতেই আভিজাত্যাভিমানী ৰজা ৰুদ্ৰসিংহৰ সমস্যা হ'ল :

'মোহোৰ ৰাজ্যত গুৰু আছয় অনেক।
কেনমতে মই সেবা কৰিবোহো তাঙ্ক॥
মই মহাৰাজা, মোহোৰেসে সব তল।
বিদেশৰ পৰা গুৰু আনিলেসে ভাল॥'

গতিকেই গুৰু বিচাৰি ৰজাৰ প্ৰতিনিধিয়ে, খাউণ্ড-বিষয়াই চুবুৰীয়া ৰাজ্য বঙ্গদেশত খলক লগালেগৈ আৰু বঙ্গৰ সেই সময়ৰ সংস্কৃতিৰ প্ৰাণ-কেন্দ্ৰ নৱদ্বীপৰ পৰা শাক্ত-গোসাঁই কৃষ্ণৰাম ভট্টাচাৰ্য্যক (যাক পিছলৈ পৰ্ব্বতীয়া গোসাঁই নামে জনা গৈছিল) আমদানি কৰিলে। কিন্তু দুৰ্ভাগ্যক্ৰমে ৰজা ৰুদ্ৰসিংহৰ এই ঘটনাই সকলোৰে অপ্ৰত্যাশিত ভাৱেই অসমৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক ইতিহাসত আউল লগাই দিলে; অধিক কি, মাথো দুদিনৰ আগতে কায়স্থ শঙ্কৰ, ব্ৰাহ্মণ দামোদৰ আৰু শাক্ত মাধৱে একেলগে কৃষ্ণ-সংস্কৃতিৰ কঠীয়া ৰোৱা লুইতৰ সাৰুৱা ক্ষেত্ৰত অচিৰেই ধৰ্ম্মীয় অসহিষ্ণুতা আৰু অসূয়াৰ

বীজ সোমাল; আনকি আৰম্ভ হ'ল ধৰ্মীয় নিপীড়ন আৰু নিৰ্য্যাতনৰ বুৰঞ্জীও।

ৰজা ৰুদ্ৰসিংহই হেনো এই কৃষ্ণৰামৰ ওচৰতো অৱশেষত আঠু লবলৈ টান পালে। (মন কৰিবলগীয়া যে পিছৰ কালৰ হিন্দুধৰ্ম্মৰ বহুতো দুৰ্গুণৰ ভিতৰৰ ইও এটি উল্লেখযোগ্য দুৰ্গুণ বা অন্তৰায়; যাৰ কাৰণে হিন্দুধৰ্ম্মৰ প্ৰচাৰ আৰু প্ৰসাৰ চিৰকালৰ বাবে স্থগিত হৈ গ'ল।) সেয়ে বঙ্গদেশীয় এই গোসাঁইক মাতি আনিও ওভতাই পঠোৱা হ'ল। কিন্তু এনে সময়তেই দেশত এটি দুৰ্ঘটনা ঘটিল। এটি প্ৰবল ভূঁইকঁপত দেশৰ বহুতো মঠ-মন্দিৰ ভাঙি গ'ল। ৰজাৰ মনত হয়তো দুৰ্ব্বলতা উপস্থিত হ'ল, কিজানিবা গোসাঁই কৃষ্ণৰামক ওভতাই পঠোৱা বাবেহে এনে হবলৈ পালে! গতিকেই কৃষ্ণৰামক আকৌ মতাই অনা হ'ল। কিন্তু ইতিমধ্যে ৰজা ৰুদ্ৰসিংহ স্বৰ্গী হ'ল: আৰু ৰজাৰ আদেশত তেওঁৰ পুত্ৰ, পাত্ৰ-মন্ত্ৰী আৰু ৰাজ-কৰুণাত আশ্ৰিত ব্ৰাহ্মণসকলেও গোসাঁইত শৰণ লবলৈ বাধ্য হ'ল।

কৃষ্ণৰাম ভট্টাচাৰ্য্যক অসমলৈ আমদানি কৰা আৰু তেওঁক অনেক মাটি-বাৰী দি অসমত নিগাজীকৈ থাপিত কৰা ঘটনাই অসমৰ ইতিহাসত কিন্তু সচাঁকৈয়ে কেণা লগালে। এওঁৰ প্ৰভাৱত আহোম ৰাজ পৰিয়াল বাৰুকৈয়ে শাক্ত ভাৱাপন্ন হ'ল। আনহাতে ইতিহাসৰ পৰিহাসক্ৰমে এনে সময়তেই ইন্দ্ৰবংশী আহোমৰ সিংহাসনলৈ আহিল 'চিনাতলীয়া নটৰ ঝীয়ৰী' ফুলমতী। গতিকেই দেশৰ ইতিহাসত বাৰুকৈয়ে আউল লাগি যাবৰ উপক্ৰম হ'ল।

'আৰু চিনাতলীয়া নটৰ ঝীয়ৰী, নাম ফুলমতী, নাচনিয়াৰ আছিল। তেওঁকে বৰকুঁৱৰী পাতি বৰৰজা নাম দিলে, ছত্ৰো দিলে, হস্তীতো তুলিলে। ভায়েকক বৰপাত্ৰ পাতিলে, দদায়েক এটাক তিপমীয়া ফুকন পাতিলে, এটাক ঢেকিয়াল বৰুৱা পাতিলে।



আহমৰো পূৰ্ব্ব ধাৰাণ গুচাই মৰাক পোৱালে আৰু ঠাকুৰীয়া মহাজনসকলক আনি আউনিআটিত গড়গূৰত সেৱা কৰাই শ্ৰীমূৰ্ত্তি ভাগৱত শালগ্ৰাম দেউৰি ভাগৱতী দি পূজা সেৱা কৰিব দিলে। আৰু অনেক অপকাৰ কৰিলে। এই এক দোষ। আৰু ফুলবাৰীক এৰি সমস্তো দেৱালয়ৰ মূৰ্ত্তিসকল অনাই সোণাৰি জানৰ বাহৰত থাকি লুইতত সেই মূৰ্ত্তিসকলক পেলোৱালে। পাচে শিলৰ পিতলৰ প্ৰতিমা কৰাই স্থানে স্থানে দিলে। এই এক দোষ। আৰু নাম-দাঙ্গৰ কোলত পুখুৰী খানি দ'ল বান্ধি নাম থলে গৌৰীসাগৰ। পাচে সেই দোষে যুক্তি হৈ অনেক ললাট ভুঞ্জি মৰিল।'

'নটৰ ঝীয়ৰী' ফুলমতীহে মৰিল; বুৰঞ্জী কিন্তু নমৰিল। বৰঞ্চ ৰাজ্যত কোনো দিনে নোহোৱা-নোপজা ধৰ্মীয় অসন্তোষৰ তুঁহ-জুঁই কুৰা দিনক দিনে বেছিকৈ জ্বলিবৰহে উপক্ৰম কৰিলে। এনেতে আহক আহোমৰ অস্থিৰ সিংহাসনৰ ভাগ্যলৈ ৰজা ৰাজেশ্বৰসিংহ, লক্ষ্মীনাথসিংহ আৰু তেওঁলোকৰ দাম্ভিক অত্যাচাৰী বৰবৰুৱা কীৰ্ত্তি-চন্দ্ৰ। তেওঁলোকেও বাচি বাচি মায়ামৰীয়া সত্ৰৰ শিষ্য, মহন্ত—উভয়কে জোকাই লওক। ফলত একালৰ শ্বান-কোঁৱৰৰ চুকাফাক আদৰি আনি আহোমৰাজ্যৰ ভেটি প্ৰতিষ্ঠাত সহায় কৰি দিয়া বৰাহী-মৰাণসকলৰ মৰাণসকলেই এইবাৰ ককাঁলত টঙালি বান্ধি ওলাল তেওঁলোকৰ নবলব্ধ ধৰ্ম্ম, গুৰুজনা তথা আপোন ফৈদৰ সন্মান আৰু মৰ্য্যাদাৰ বাবে ক্লীৱ, অত্যাচাৰী দেশৰ ৰাজ-শক্তি 'শেষ আহোম'ৰ বিপৰীতে; মৰাণ তথা মায়ামৰীয়াৰ আত্মপ্ৰতিষ্ঠাৰ হকে।

লক্ষ্মীনাথসিংহ স্বৰ্গদেৱৰ দিনতেই (১৭৬৯ খ্ৰীষ্টাব্দত) মৰাণসকলে পোনপ্ৰথমে ৰজাঘৰৰ বিৰুদ্ধে থিয় দিলে আৰু একেকোবেই ৰংপুৰ দখল কৰি লক্ষ্মীসিংহক বন্দী কৰি মৰাণৰে নাহৰৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। লক্ষ্মীসিংহৰ ৰাজমহিষী কুৰঙ্গনয়নীক মৰাণৰ ৰজা ৰমাকান্তই পত্নী গ্ৰহণ কৰিলে। কিন্তু 'কুঁৱৰীয়ে

ডাঙৰীয়া ফুকন আদিৰে মন্ত্ৰণা কৰি বহাগৰ বিহুৰ দিনা হুচৰি গোৱাত ৰমাকান্তক কাটিলে। তাৰ ফলে লক্ষ্মীসিংহ স্বৰ্গদেৱে পুনৰ ৰাজ্য লাভ কৰিলে।' কিন্তু গৌৰীনাথসিংহ স্বৰ্গদেৱৰ দিনত (১৭৮০–১৭৯৫) মৰাণ-বিদ্ৰোহৰ জুঁইকুৰা পুনৰ দাউ দাউকৈ জ্বলি উঠিল। আহোম বুৰঞ্জীৰ কুখ্যাত অপৰিণামদৰ্শী ৰজা গৌৰীনাথে হয়তো ৰজা হৈয়েই তেওঁৰ পিতৃবৈৰী মৰাণৰ ওপৰত প্ৰতিহিংসাৰ দাবানল জ্বলাই তুলিছিল। ফলত দলে দলে মায়ামৰীয়াই 'মৰি যাওঁ, মাৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ' বুলি আগবাঢ়ি আহি এমূৰৰ পৰা গাওঁ-ভূঁইৰ য'তে যিহকে পালে সকলোতে জুই দি লুটি-পুটি দেশ উছন কৰাত লাগি গ'ল। ৰজাৰ সৈন্য কৰবাতে ৰ'ল ; গড়গাওঁ মায়ামৰীয়াৰ হাতলৈ গ'ল আৰু ইবেলিলৈ মায়ামৰীয়াৰ 'ভৰতসিং' ৰজা হ'ল।

ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কোনোমতে ৰংপুৰ ৰক্ষা কৰি থাকিল যদিও, ৰজা গৌৰীনাথ কিন্তু পলাই গুৱাহাটী পালেগৈ আৰু নিৰুপায়-নিৰ্ব্বুদ্ধি হৈ একেবাৰে ইংৰাজ কোম্পানীৰ সহায় ভিক্ষা কৰিলে। হায়! ইন্দ্ৰবংশীয় আহোমৰ ভাগ্যলক্ষ্মী! দেশৰ প্ৰজাৰ ৰঙা চকুত সৰিয়হৰ ফুল দেখি এনেদৰে ৰজা ভগাৰ উদাহৰণ নিশ্চয় অসম কিয়, ভাৰতৰ বুৰঞ্জীতেই বিৰল। সিও আকৌ ঘটিল স্বৰ্গদেউ চুকাফা, চক্ৰধ্বজ আৰু ৰুদ্ৰসিংহৰ বংশধৰসকলৰ ভাগ্যত! আহোম ৰাজত্বৰ শেহৰফালে আহোমসকলে নিশ্চয় পূৰ্ব্বৰ শৌৰ্য্য-বীৰ্য্য একেবাৰে হেৰুৱাই পেলোৱাৰ উপৰিও, ভোগ-বিলাসত মত্ত হৈ তেওঁলোকে তেওঁলোকৰ উপৰিপুৰুষৰ মেধা-প্ৰতিভা তথা দেশ-প্ৰেমখিনিও গাৰ পৰা জোকাৰি পেলাইছিল। নহলেনো মাথো দুদিনৰ আগতে প্ৰবল-প্ৰতাপী দিল্লীৰ মোগল আৰু ৰামসিংহৰ ৰাজপুত-শক্তিক শৰাইঘটীয়া যুঁজত জোলোকা-জোলোকে পানী খুউওৱা আহোমে নিজৰ প্ৰজাৰে একাংশৰ বিদ্ৰোহৰ ভয়ত সাত-



সাগৰ তেৰ নদীৰ সিপাৰৰ আচহুৱা ইংৰাজ শক্তিৰ ওচৰত, বিদেশীৰ ওচৰত শৰণাপন্ন হবলগীয়া হব কিয়? অসম দেশৰ বুৰঞ্জীত নিসন্দেহে ইয়াতকৈ দুৰ্ভাগ্যৰ মুহূৰ্ত্ত ইতিপূৰ্ব্বে কেতিয়াও সংঘটিত হোৱাগৈ নাছিল!

যিয়েই নহওক, গৌৰীনাথৰ আমন্ত্ৰণক্ৰমে দেশৰ সীমাতে নিগাজিকৈ বহা ইংৰাজৰ কেপ্তেইন ওৱেলস চাহাব আহিল (১৭৯২—১৭৯৩) আৰু ওৱেলসে পশ্চিমীয়া বন্দুক-বাৰুদ টোঁৱাই মায়ামৰীয়া মৰাণৰ হাতৰ পৰা দেশখন উদ্ধাৰ কৰি গৌৰীনাথক দি থৈ গ'ল। কিন্তু দেশ মানে, দেশৰ জঁকাটোহে থাকিল ; তাৰ প্ৰাণচৈতন্য সুদীৰ্ঘ প্ৰায় ২৫ বছৰ জোৰা ( ১৭৭০—১৭৯৫ ) গণ-বিপ্লৱৰ জুইৰ তাপত ইতিমধ্যে তেনেই নিশেষ হৈ গ'ল। দেশৰ সমাজ, অৰ্থনীতি তেনেই ভাঙি গ'ল ; প্ৰজাৰ দুখ-বিলৈ কুলাই-পাচিয়ে নধৰা হ'ল আৰু মৰাণৰ ৰজা 'ভৰথি'ৰ আমোলত :

'আমাসাৰ লোক যতেক আছিল
সবে দশোদিশে যাই।
যাক যৈতে পায় মাৰে ঠাই ঠাই
তাহাকো বাধন্তা নাই॥
কাৰো ভাৰ্য্যা-পুত্ৰ ধৰিয়া নিশাত
দুৱাৰ বান্ধিয়া তাৰে।
সপুত্ৰ বান্ধৱ কৰি এক ঠাৱ
গৃহে জুই দিয়া মাৰে॥
এহিমতে ৰাজ্য কৰে ৰণ্ড-ভণ্ড
যাইবে লাগি নাহি থান।
খাইবাক লাগিয়া অন্ন নাইকীয়া
কিমতে ৰহিবে জান॥

আলু কচু হয় ঢেকীয়াকো খায়
বন ফল যত পায়।
অৰণ্যত পশি থাকে দিন ৰাতি
তাতে পায়ে বুলি ভয়॥
যাৰ বল হয় সেয়ে কাঢ়ি খায়
তাতো মাৰামাৰি কৰে।
জাতি-কুল তাৰ কি আছে বিচাৰ
পেটৰ বিকলে মৰে॥
এহিমতে মৰে খাইবাক নপাৰে
আপুনাৰ ৰাজ এৰি।
যদি কোনো যায় নগা ডফলাই
পালাএ তাহাক মাৰি॥
এহিমতে প্ৰাণী বহু ভৈল হানি
কি কৈবোঁ দুখৰ কথা।
খাইবাক নপায় যত মৰি যায়
লেখা কৰে কোনে এথা॥'

ফলত মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অসমলৈ অহা মুছলমান ঐতিহাসিক চাহাবুদ্দিনে দেখি যোৱা দেৱৰগাৱঁৰ পৰা ৰংপুৰলৈ বিয়পি থকা সোণালী শস্য আৰু ফল-মূলৰ বাগিচাৰে ভৰা জনাকীৰ্ণ গাওঁবোৰ গৌৰীনাথ সিংহৰ দিনত মায়া-মৰীয়াৰ উপদ্ৰৱৰ সময়ত অহা কেপ্তেইন ওৱেলসে জনশূন্য এৰাবাৰী কিছুমানত পৰিণত হোৱাহে দেখিবলৈ পালে। দেশৰ নামনি আৰু মধ্যমখণ্ড, কামৰূপ, নগাওঁ প্ৰভৃতিও যে দেশৰ এই অভূতপূৰ্ব্ব অৰাজকতাৰ গ্ৰাসত পৰা নাছিল, এনে নহয়। এই অঞ্চলসমূহৰ প্ৰজাসাধাৰণেও অৱশেষত দেশৰ সামন্তযুগীয় ডা-ডাঙৰীয়াৰ



খোৱা-কামোৰাৰ বলি হোৱাৰ উপৰিও, দেশৰ বাহিৰ আৰু ভিতৰৰ দস্যু আৰু লুণ্ঠণকাৰীৰ সঘন চিকাৰৰ বলি হৈ 'ত্ৰাহি মধুসূদন' দেখিছিল। ফলত দেশ উছন গ'ল; সমগ্ৰ দেশ জুৰি উপস্থিত হ'লহি আকাল, দুৰ্ভিক্ষ। টেমি জোখে চাউল বেচা-কিনা হ'ল। দুদিনৰ আগতে মোনত ২-১/৫ অনাকৈ চাউল বিক্ৰী হোৱা অসমত চূণৰ টেমিৰে এটেমি চাউলত এটকা ৰূপ মূল্য হ'ল। নিৰুপায় হৈ পেটৰ পো-পোৱালিকো এৰি থৈ মানুহ দেশান্তৰি হ'ল। অধিক কি গোসাঁই-মহন্ত বামুণ-কলিতায়ো বনৰীয়া গছ-বিৰিখৰ ফলমূল, গৰু-ম'হ, কুকুৰ-শিয়ালৰ মাংস খাইহে প্ৰাণ বচাব লগীয়াত পৰিল। ফলত দেশৰ প্ৰজা দহ অনা নষ্ট হৈ ছয় অনাহে মাত্ৰ' থাকিল।

## ভূতৰ ওপৰত দানহ

এনে সময়তেই ভূতৰ ওপৰত দানহৰ দৰে অসম আৰু অসমীয়াৰ ভাগ্যত আকৌ আহি উপস্থিত হওকহি দেশৰ দক্ষিণ-পূব সীমান্তৰ 'বামাদেশ'ৰ মান।

অসম আৰু অসমীয়াৰ ভাগ্যত অষ্টাদশ শতিকাৰ শেষ আৰু উনবিংশ শতিকাৰ আৰম্ভণিৰ সময়ছোৱা চৰম দুৰ্যোগ আৰু বিপৰ্য্যয়ৰ সময়। এই সময়ছোৱাত এফালে যিদৰে আহোম ৰাজ-শক্তিৰ শৌৰ্য্য-বীৰ্য্যৰ ক্ৰম-অৱলুপ্তিৰ সময়, আনহাতে তেনেকৈ উচ্চাকাঙ্ক্ষী ডা-ডাঙৰীয়া তথা পাত্ৰ-মন্ত্ৰীৰ স্বৈৰাচাৰৰ সময়। এই সন্ধিক্ষণতেই নিশ্চয় গৌৰীনাথসিংহৰ দিনৰে পৰা ৰাজমন্ত্ৰীৰ বাব থাই অহা বুঢ়া-গোহাঁই পূৰ্ণানন্দই শেহলৈ কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তসিংহৰ দিনত স্বৰূপাৰ্থত দেশৰ সৰ্ব্বময়কৰ্ত্তা হৈ উঠে আৰু মোৱামৰীয়াই উছন নিওৱা দেশখন পুনৰ থিতাপি লগাবৰ যত্ন কৰাৰ লগে লগে বুঢ়াগোহাঁয়ে হয়তো নিজে আগবাঢ়ি যোৱাৰ বাটটোও নিষ্কণ্টক কৰি ৰাখিবলৈ বিচাৰে। এনে সময়তেই লৰামতীয়া অপৰিণামদৰ্শী ৰজা চন্দ্ৰকান্তৰ

লগ লয়হি কুঁকুৰাচোৱা বৰা ভূতৰ পুতেক সংৰাম আৰু বুতু লিগিৰা প্রভৃতি। এওঁলোকে বুঢ়াগোহাঁই পূৰ্ণানন্দৰ 'শতৰু' শালিবলৈ বিচাৰে। পূৰ্ণানন্দই অৱশ্যে শীঘ্ৰেই এওঁলোকৰ অভিসন্ধিৰ বুজ পায় আৰু সময়মতেই তাৰ পুলি-পোখাও উভালি পেলায়। কিন্তু,

'চাৰিদিশলৈ চায়,
দেখে বুঢ়াগোহাঁয়ে শতৰু নাই।
কিনো কম পাচে ?
ভাটীৰ বৰফুকনদেউ শতৰু আছে।' —গতিকেই

ভাটীৰ বৰফুকনকো হয়তো 'লোৰৰ ডিঙ্গৰাত ধৰি বন্দী কৰি' থোৱাৰ কথা ভাবিলে আৰু পৰ্ব্বতীয়া ফুকনক এই কামৰ ভাৰ দিলে।

কিন্তু, 'আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি।' বুঢ়াগোহাঁই পূৰ্ণানন্দৰ পুত্ৰ ওৰেষানাথ ঢেকিয়ালফুকনলৈ এই ভাটীৰ বৰফুকন বদনচন্দ্ৰৰেই জীয়ৰী পিজো আইদেউক বিয়া কৰাই নি থোৱা আছিল। আইদেৱে কেনেবাকৈ পৰীয়াৰ মুখত শহুৰেকৰ এই পৰিকল্পনাৰ বুজ পালে আৰু ততাতৈয়াকৈ 'কাতৰ কৰোঁ, লেখা নিদিলে বঙ্গহৰ দেউ টেঁটু কাটি মৰোঁ' বুলি কাবৌ-কোকালি কৰি গিৰিয়েক ওৰেষানাথৰ হতুৱায়ে এই ভয়াবহ বাতৰি লেখোৱাই বুকুকৰ বৰুৱাক মতাই আনি বাপেক বৰফুকনলৈ বুলি দি পঠালে :

'বুকুক নহবি খোৰা,
শালত বাছি লবি ভাল চাই ঘোৰা।
কাপোৰ লবি গাত,
গুৱাহাটী চহৰত খাবি গৈ ভাত।'

ফলত পূৰ্ণানন্দই শতৰু বদনচন্দ্ৰক নিধন কৰি নাইবা লোৰৰ ডিঙ্গৰাত বন্দী কৰি থৈ তেওঁৰ পথ নিষ্কণ্টক কৰা নহ'ল ; বৰঞ্চ মায়ামৰীয়াই উছন কৰা দেশখনত পুনৰ নতুনকৈ বৰ্ব্বৰ মানহঁতকহে



মেলাই দিয়া হ'ল। বদনচন্দ্ৰই প্ৰথমে হেনো কলিকতাত থকা ইংৰাজৰহে সহায় মাগিছিল বুঢ়াগোহাঁইৰ ওপৰত প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে। কিন্তু, কিছু আগতেই একেজনা বুঢ়াগোহাঁইৰ দিনতেই মায়ামৰীয়াৰ হাতৰ পৰা দেশখন উদ্ধাৰ কৰি দি যোৱা ইংৰাজ চাহাবে হয়তো পুনৰ এই দেশৰ ঘৰুৱা বেপাৰত হস্তক্ষেপ কৰিবলৈ নিবিচাৰিলে। গতিকেই বদনচন্দ্ৰই এইবাৰ মুখ ঘূৰালে দেশৰ পশ্চিম সীমান্তৰ বাৰ্ম্মাদেশৰ 'বামা নৃপতিৰ' ফালে ; আৰু,

'তোমালোকক নিম
প্ৰথমতে ৰংপুৰৰ সোণৰ ৰূপৰ ছুখন গোলা দিম।
জৰাৰ কোমল জিম
বগী বগী ছোৱালীবোৰ তোমালোকক দিম।'

ইত্যাদি, এশ এটা প্ৰতিশ্ৰুতি আৰু প্ৰলোভন আগবঢ়াই অৱশেষত বদনচন্দ্ৰই হেজাৰ হেজাৰ মান সৈন্য আগত লৈ সাজি-কাচি আহি পাটকাই পৰ্ব্বত পাৰ হৈ ধীৰে ধীৰে একেবাৰে অসমৰ মাজমজিয়াত যোৰহাট চহৰৰ ওচৰত আহি উপস্থিত হ'লহি আৰু ৰাজমন্ত্ৰী পূৰ্ণানন্দলৈ তেওঁৰ দৃঢ় প্ৰত্যাহ্বান আগবঢ়ালে।

অসম বুৰঞ্জীৰ ভাগ্যাকাশত এই ঘটনা বা দুৰ্ঘটনাই ৰূপ লৈছিল খ্ৰীষ্টিয় ১৮১৬ চনত। ইয়াৰ পিছত বুৰঞ্জীৰ গতি বৰ খৰ। বদনচন্দ্ৰই মান আনি ৰংপুৰৰ দুৱাৰ-দলিত উপস্থিত হোৱাৰ মুহূৰ্ত্তত 'শকত নৰিয়াত পৰি' নে 'কালহীৰা চেলেকি' বুঢ়াগোহাঁই পূৰ্ণানন্দই ইহলীলা সম্বৰণ কৰিলে আৰু ৰজা চন্দ্ৰকান্তই পলাই দিহিং সত্ৰত আশ্ৰয় ললে। পূৰ্ণানন্দৰ পুত্ৰসকলে নিৰুপায় হৈ গুৱাহাটীৰ ফালে পলাই সাৰিল। বদনচন্দ্ৰয়ো অনায়াসতে তেওঁৰ উদ্দেশ্য সিদ্ধি হোৱা দেখি চন্দ্ৰকান্তক নিৰ্ভয় দি নি, বগা-কোঁৱৰৰ জীয়েক 'হেমো আইদেও'ক মানৰজালৈ বুলি ভেটি দি সৈন্য-সামন্তকো বঁটা-বাহন দি সন্তুষ্ট কৰি স্বদেশলৈ ওভতাই পঠাই চন্দ্ৰকান্তকে

নামমাত্ৰ ৰজা পাতি নিজে 'মন্ত্ৰী-ফুকন' হৈ ৰাজ্য চলাবলৈ আৰম্ভ কৰিলে।

বদনচন্দ্ৰই অসমলৈ মান অনা বা 'অসমত মান'ৰ ইতিহাসৰ হয়তো ইমানতেই সামৰণি পৰিলহেতেন, যদিহে ইয়াৰ কিছুদিন পিছতেই ৰজা চন্দ্ৰকান্তৰ মাতৃ ৰাজমাও দেউতাই চক্ৰান্ত কৰি ৰূপচিং বঙ্গালৰ হতুৱাই বদনচন্দ্ৰক হত্যা নকৰিলেহেতেন। কিন্তু মানসৈন্য দেশৰ পৰা আঁতৰাৰ চাৰি মাহ পিছতেই ১৮১৭ খ্ৰীষ্টাব্দত বদনচন্দ্ৰক হত্যা কৰা হ'ল আৰু তাৰ কেইমাহমান পিছতেই ৰজা চন্দ্ৰকান্তকো সিংহাসনৰ পৰা আঁতৰাই পুৰন্দৰ সিংহক ৰজা পতা হ'ল। গতিকেই মান আকৌ আহিল (১৮১৯) আৰু এইবেলি প্ৰায় ৩০ হাজাৰ সৈন্যৰে মান সেনাপতি আলুমিঙ্গিয়ে দেশ সোমাই মিত্ৰ ৰজা চন্দ্ৰকান্তক পুনৰ সিংহাসনত থাপি, দুহেজাৰ সৈন্যক ৰখীয়া হিচাবেও থৈ আলুমিঙ্গি দেশলৈ উভতিল।

কিন্তু এইখিনিতে এই সংক্ৰান্তৰ তৃতীয় ভুলটি কৰিলে হয়তো চন্দ্ৰকান্তই নিজে। মানহঁতে অসমৰ জুৰুলা-জুপুৰা অৱস্থা দেখি ঘনাই দেশ সোমাই বঁটা-বাহনৰ চলতে ধন সোণ লুটিব ধৰা দেখি, ৰজাই পতালি বৰবৰুৱাৰ লগ লাগি মান অহা বাটত জয়পুৰত এটি কোঠ সাজি মানক ভৱিষ্যতলৈ বাধা দিয়াৰ পৰিকল্পনা কৰিলে হয়তো; আৰু কেনেবাকৈ উক্ত পৰিকল্পনাৰ খবৰ গৈ মান ৰজাৰ কাণত পৰিল। গতিকেই মান আকৌ আহিল (১৮২০)। কিন্তু এই-বাৰ কাৰো মিত্ৰ ভাৱে নহয়, শত্ৰু ভাৱে। ফলত জয়পুৰৰ কোঠৰ ওচৰতে মান আহোমৰ এখনি জয়ুঁ হ'ল। যুঁজত পতালি বৰবৰুৱা মৃত্যুমুখত পৰিল আৰু ৰজা চন্দ্ৰকান্তই ৰাজধানী এৰি দি গুৱাহাটী অভিমুখে পলাব লগীয়াত পৰিল। মানে বিনা বাধাই ৰাজধানী অধিকাৰ কৰি যোগেশ্বৰসিংহ নামৰ এজনাক নামমাত্ৰ ৰজা পাতি (১৮২১ খ্ৰীষ্টাব্দত) দেশত স্বৰূপতে 'মান-ৰাজ' চলাবলৈ আৰম্ভ কৰিলে।



ইয়াৰ পিছত মান সেনাপতিয়ে (মিঙ্গিমাহা তিলোৱাই) লগৰ সেনা-বোৰক ৰচদ-পাতি যোগাব নোৱাৰি (ইতিমধ্যে মায়ামৰীয়াৰ উপদ্ৰৱত ভাঙি যোৱা দেশত দেশৰ প্ৰজাৰেই খোৱা-পিন্ধাৰ থানথিত লাগি অহা নাছিল নিশ্চয়) সিহঁতক তিনিভাগত ভাগ কৰি উত্তৰকূল, দক্ষিণকূল আৰু ব্ৰহ্মপুত্ৰেৰে ভটীয়াই পঠিয়ালে। আৰু মানসেনাই?

'গাওঁ ফুৰে মানে যাই যাক যৈত দেখা পায়
ধৰি-বান্ধি ধন লয়ে তাৰ॥
যিবা কহে নাহি বুলি বান্ধে কিলাকতি তুলি
বাহুত লগায়া চুলি-জৰি।
হিয়া ভাগি যাই তাৰে থাও বুলি কিল ধৰে
ধন আনি দিৱয় বিচাৰি॥
কাৰো ধন থয়ে পুতি নাহি বুলি মিছা মাতি
ৰাখিবাক নপাৰয় তাৰে।
দুই বাংশ কাটি আনি চেপা-কুন্দা দিয়ে টানি
চিহৰি থাকন্তে মাত হৰে॥

বগী ছোৱালীও যাৰে থাকয় তাহাৰ ঘৰে
আৰু তাইৰ দীঘল যে চুলি।
কোনো লোকে দিয়ে কই তাহাকে ধৰয় গই
এতিক্ষণে মিমা দেহ বুলি॥
সিও কিলতেসে ডৰে জীয়াৰীক দিয়ে তাৰে
সেহিমতে পাৱয় ছোৱালী।
তায়ো মান পতি পাই আনন্দৰ পাৰ নাই
গোমাংসক খায়ে তাৰে মিলি॥'

আৰু, 'সিবেলা প্ৰাণীৰ যত হৈ গৈল বিলাই।
কাটে হাত-ভৰি কিবা থাকিবে জীয়াই॥

আৰো প্ৰাণীসকলৰ যি কৰিলা গতি।
নিৰ্দ্দয় নিষ্ঠুৰ স্বভাৱত ম্লেচ জাতি ॥
চহৰৰ লোকসৱে তাক কি কৰয়।
ৰণ কি কৰিবে মানকেসে কৰে ভয় ॥
তথাপিও সিসব বিচাৰিয়া আনে ধৰি।
কুৰি-ষোলজন লোক একঠাই কৰি ॥
ঘৰতে সুমুৱাই দুৱাৰক বান্ধি তাৰে।
নিবিচাৰে দোষ-গুণ জুই দিয়া মাৰে ॥
যুৱতী কন্যাক তাত যত যত পাইল।
সিসবক বুজিবা গৃহিণী কৰি লৈল ॥
বৃদ্ধ নাৰীসকলকো নেৰিলেক ভালে।
নলৈয়া ঘৰিণী কুল মাৰি এৰি দিলে ॥'

ইত্যাদি ধৰণে মায়ামৰীয়া মৰাণৰ ভূতে উছন কৰা দেশ আৰু দেশবাসীৰ ওপৰত পুনৰ বৰ্ব্বৰ মানৰ দানৱে তাৰ পৈশাচিক তৃষ্ণা আৰু নিষ্ঠুৰতাৰ ঘোৰা মেলাই দিলে। ফলত দেশৰ প্ৰজাই এইবেলি ঘৰ-বাৰী এৰি দিহিঙে দিপাঙে পলাই ফাট মাৰিলে; সাতামপুৰুষীয়া গাওঁ-ভুঁই এৰি চুবুৰীয়া কছাৰী জয়ন্তীয়া, মণিপুৰ, ত্ৰিপুৰা প্ৰভৃতি ৰাজ্যলৈ ঢাপলি মেলিলে। অধিক কি, অনেকে লুইতেৰে ভটীয়াই অসমৰ সীমা পাৰ হৈ একেবাৰে ৰংপুৰলৈ গৈ ইংৰাজ কোম্পানীৰ আশ্ৰয় গ্ৰহণ কৰি কোনোমতে প্ৰাণে বাচিলে।

## বেলিমাৰৰ বুৰঞ্জী

এইক্ৰমে দেশখন টহিলং কৰি কৰি মান ভটীয়াই গৈ গৈ অৱশেষত গোৱালপাৰাৰ বঙ্গালহাটৰ ওচৰৰ হাদিৰা চকীত উপস্থিত হ'ল। পলৰীয়া ৰজা চন্দ্ৰকান্তই এই হাদিৰাচকীতেই আৰু এখন ৰণ দিলে; কিন্তু এই ৰণতো অসমীয়া সৈন্য মানৰ হাতত হাৰে।



নিৰুপায় হৈ ৰজা চন্দ্ৰকান্তই চুবুৰীয়া কোম্পানীৰ ৰাজ্যত আশ্ৰয় লয়। মানেও ইয়াৰ পিছৰে পৰা ইংৰাজ কোম্পানীৰ ৰাজ্য জানি আৰু অধিক আগ নাবাঢ়ি, ঠায়ে ঠায়ে কোঠ পাতি মানসৈন্য ৰাখি পুনৰ উজাবলৈ ললে। ৰজা চন্দ্ৰকান্তই এই সময়তে মানৰ লগত আৰু এৰবি যুঁজ দি চাব বিচাৰিলে। সেই উদ্দেশ্যে মানৰ পিছে পিছে উজাই আহি আজিৰ নগাৱৰ মহগড়ত মানসৈন্যক প্ৰত্যাহ্বান জনালে। মহগড়ৰ ৰণত প্ৰথম ডোখৰত ৰজা চন্দ্ৰকান্ত আৰু তেওঁৰ অসমীয়া সৈন্যই বেছ কৃতকাৰ্য্যতাও দেখুৱাব পাৰিছিল হেনো! কিন্তু এনে সময়তেই মিঙ্গিমাহা বন্দুলা নামৰ আন এজনা মান সেনাপতিৰ তলত আৰু অধিক মানসেনা আহি দেশত উপস্থিত হ'ল। গতিকেই মহগড়ৰ ৰণতো ৰজা চন্দ্ৰকান্ত তথা আহোম শক্তিৰ মানৰ হাতত জয়ী হব পৰাতো সম্ভৱ নহ'ল আৰু এই যুঁজৰ লগে লগে অসম দেশ দেখদেখকৈয়ে মানৰজাৰ অধীনলৈ গ'ল।

অসম বুৰঞ্জীৰ ভাগ্যাকাশৰ এই অভূতপূৰ্ব্ব দুৰ্য্যোগ আৰু দুৰ্ভাগ্যৰ সময়ছোৱাক অসমত আহোম শক্তিৰ 'বেলিমাৰ'ৰ সময় বুলি অভিহিত কৰি, এই সময়ৰ এগৰাকী বুৰঞ্জীবিদ বিশ্বেশ্বৰ বৈদ্যাধিপে তেওঁৰ বিখ্যাত 'বেলিমাৰৰ বুৰঞ্জী' ৰচনা কৰিছিল। উক্ত বুৰঞ্জীৰ কাহিনী ভাগ আহোমসকলৰ দুৰ্ব্বল, অপৰিণামদৰ্শী ৰজা গৌৰীনাথসিংহ স্বৰ্গদেৱৰ ৰাজত্বকালত মায়ামৰীয়া বা মৰাণৰ বিদ্ৰোহ দমাবৰ উদ্দেশ্যে 'অসমত কোম্পানীৰ সৈন্য' সুমুওৱা ঘটনাৰ পৰা অৰ্থাৎ ১৭৯২-৯৩ খ্ৰীষ্টাব্দৰ পৰা আৰম্ভ কৰা হৈছে। দৰাচলতে কিন্তু অসমত আহোম শক্তিৰ বেলিমাৰৰ বুৰঞ্জীৰ প্ৰস্তুতি চলে তাৰো অনেক আগৰ পৰাই। সঁচা কথাত কবলৈ হলে, আহোমসকলৰ ৰজা শিৱসিংহৰ 'ছত্ৰভঙ্গ-যোগ' আৰু তেওঁৰ ৰাণী 'চিনাতলীৰ নটৰ জীয়ৰী ফুলমতী'ৰ বৰৰজা পদত অধিষ্ঠিত হোৱা মুহূৰ্ত্তই অসমত ইন্দ্ৰবংশী আহোমৰ বেলিমাৰৰ প্ৰথম উজটি। তেতিয়াৰে পৰা লক্ষ্মীনাথসিংহ, গৌৰীনাথসিংহৰ ৰাজত্বকালত

আহোমৰ গৌৰৱ-ৰবি লহিয়াই লহিয়াই অৱশেষত চন্দ্ৰকান্তসিংহৰ দিনত সি একেবাৰে অস্তাচলত উপস্থিত হয় আৰু মহগড়ৰ ৰণত ১৮২২ খ্ৰীষ্টাব্দত সি মাৰ যায়। আনক থাত অসম বুৰঞ্জীৰ এই সময়ছোৱা যেন এখন বিয়োগ-বিধুৰ ঘন করুণ-ৰসাত্মক নাটকৰ ৰূপায়ণ মাথোন। এই নাটকৰ সূত্ৰ ধৰিছিল যেন ফুলমতীৰ পৰা চন্দ্ৰকান্তলৈকে অনেকে আৰু পূৰ্ণানন্দৰ পৰা বদনচন্দ্ৰলৈকে বহুতে তাত 'কুশীলৱ' হিচাবে অংশ গ্ৰহণ কৰিছিল। ফলত নাটকৰ ঘটনাক্ৰমৰ সফল ৰূপায়ণৰ পিছত প্ৰেক্ষাগৃহ ক্ৰমাৎ জনশূন্য হৈ পৰাৰ দৰে, অসম বুৰঞ্জীৰ এই বেলিমাৰৰ বুৰঞ্জী সংঘটিত হৈ যোৱাৰ পিছতো অসম দেশ ক্ৰমে দেশ গুচি হাবিয়নি, দেশৰ জনপূৰ্ণ সুসমৃদ্ধ নগৰ-গাওঁ জনশূন্য এৰাবাৰী সমূহত পৰিণত হৈছিল। মায়ামৰীয়াৰ উপদ্ৰৱৰ ফলত দেশৰ প্ৰজাৰ (দহ-অনা) নষ্ট হৈ বাকী থকা ছয়- অনাও এইবাৰ তেনেই নিশেষ হৈ যাবৰ উপক্ৰম হৈছিল।

আজি শুনিলেও হয়তো আচৰিত লাগিব যে আজিৰ পাকিস্থানৰ বৰ্ব্বৰ য়াহায়াখানৰ অত্যাচাৰী সেনা-সেনাধ্যক্ষৰ নিপীড়ন-নিৰ্য্যাতনৰ কবলত পৰি লক্ষ লক্ষ মানুহে নিজৰ ঘৰ-দুৱাৰ গাওঁ-ভূঁই আনকি দেশ-মাতৃকো এৰি নানা বিপদ-বিঘিনি সাবটি লৈও চুবুৰীয়া দেশত সোমাই পৰাৰ দৰে, সিকালৰ অসমীয়া প্ৰজায়ো বৰ্ব্বৰ মানৰ অত্যাচাৰ-উৎপীড়নত নিজ দেশ এৰি চুবুৰীয়া ৰাজ্য জয়ন্তীয়া-কছাৰী, মণিপুৰ-ত্ৰিপুৰাত আনকি দুৰ্গম পৰ্ব্বত-পাহাৰৰ মাজতো আশ্ৰয় লৈছিলগৈ। অধিক কি কিছুমানে ব্ৰহ্মপুত্ৰেৰে ভটীয়াই সেই সময়ৰ কোম্পানীৰ ৰাজ্য কোচবিহাৰ-ৰংপুৰতো আশ্ৰয় বিচাৰিছিলগৈ। কোম্পানীৰ ৰংপুৰ জিলাত এনে ধৰণৰ শৰণাৰ্থীৰ বাবে বেছ ডাঙৰ এটি শিবিৰেই খুলিব লগীয়া হৈছিল আৰু তেনে এটি শিবিৰতেই পিছৰ কালৰ অসমৰ 'কলিতাৰজা' বুলি খ্যাতি লাভ কৰা মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা প্ৰভৃতি অনেক লোকে আশ্ৰয় গ্ৰহণ কৰিছিল। এনে ধৰণে



'মান-ভগন'ত ভাগি যোৱা অনেক অসমীয়াই অৱশেষত মান-মৰাণৰ উপদ্ৰুত অশান্ত অসমলৈ উভতি নাহি আশ্ৰয় লোৱা ঠাইসমূহতেই নিগাজিকৈ বসতি কৰিবলৈ লৈ শেহলৈ অনেক প্ৰকাৰৰ অসুবিধাৰো সন্মুখীন হৈ অনাহকতে জীয়াতু ভোগাৰ উদাহৰণো নোহোৱা নহয়।

গতিকেই অসমত আহোম শক্তিৰ বেলিমাৰ স্বৰূপতে সমগ্ৰ অসমীয়া জাতিৰ বেলিমাৰ স্বৰূপ হৈ উঠিছিল আৰু ই অসমীয়া জাতিৰ কঁকাল চিৰকালৰ বাবে ভাঙি পেলাইছিল। জাতিৰ জীৱনৰ এই অবিশ্বাস্য সন্ধিক্ষণৰ মুহূৰ্ত্তত জাতিৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক মূলোচ্ছেদৰ লগতে অসমীয়াৰ সাতামপুৰুষীয়া সাংস্কৃতিক ঐতিহ্যৰ সোঁতাটোও তেনেই শুকাই গৈছিল। ফলত ভাষা-সাহিত্য তথা ধৰ্ম্মৰ যাউতিযুগীয়া এনাজৰীডালো প্ৰায় ছিঙি যাবৰ উপক্ৰম হৈছিল আৰু দেশৰ ৰজাৰ পৰা প্ৰজালৈকে, পাত্ৰ-মন্ত্ৰীৰ পৰা লগুৱা-লিক্‌চৌলৈকে আনকি গোঁসাই-মহন্তৰ পৰা শিষ্য-ভকতলৈকে আটায়ে মাথোন দেশৰ কপালত থূপ খোৱা গভীৰ অন্ধকাৰৰ মাজত এচেৰেঙা পোহৰৰ প্ৰতীক্ষাত ক্ষণ গণিছিল; তেহেলৈ সেই পোহৰ বিজুলীৰ ক্ষন্তেকীয়া চিক্‌মিকনিয়েই হওঁক বা প্ৰভাতৰ ৰাঙলি বেলিৰ ৰ'দৰ জিকিমিকিয়েই হওঁক।

তেনে পোহৰ ! ক'ৰ পৰা কেনেকৈ আহিব সেই পোহৰ ? সেই সৰ্ব্বজন আকাঙ্ক্ষিত পোহৰ ??

## অন্ধকাৰত পোহৰ

অৱশেষত পোহৰ হয়তো আহিল !

এই পোহৰ নিসন্দেহে তেতিয়াৰ ইংৰাজসকলেই (বঙ্গদেশত থিতাপি লৈ ভাৰতবৰ্ষত ইংৰাজ সাম্ৰাজ্যৰ পাতনি মেলা ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাহাবসকলেই ) অসমলৈ কঢ়িয়াই আনিছিল। কিয়নো ইংৰাজসকলেই দেখ্ দেখ্কৈ সুদীৰ্ঘ আঢ়ৈ কুৰি, তিনি কুৰি বছৰ মান-মৰাণৰ দ্বাৰা উপদ্ৰুত দেশখনলৈ পুনৰ শাসন বা শান্তি-শৃঙ্খলা বোলা বস্তুটি ঘূৰাই আনিছিল বা পুনৰ সংস্থাপন কৰিছিল আৰু দেশখনৰো হাবিয়ে-বননিয়ে, পৰ্ব্বতে-প্ৰান্তৰে আনকি দেশে-দেশান্তৰে ভাগি থাকি কোনোমতে প্ৰাণ বচোৱা মানুহখিনিক পুনৰ নিজৰ গাওঁ-ভূঁই বা দেশলৈ উভতি অহাৰ বাট মোকলালে। নহলেবা অসমীয়া জাতিৰ ভাগ্যত আৰু কেনে ধৰণৰ দুখ-দুৰ্গতি ঘটিলহেঁতেন !

ম'হগড়ৰ ৰণত জিনি মানে স্বৰূপতে দেশখনৰ শাসনভাৰ নিজৰ হাতলৈকে নিছিল আৰু নিজাকৈ কৰ-কাটল লগাই (খৰিকা টনা কৰ, জনমূৰি কৰ প্ৰভৃতি ) দেশৰ শাসনৰ গাদীত নিগাজিকৈয়ে বহি লৈছিল। এই সময়তেই তেওঁলোকে দেশখনৰ ভিতৰৰে জয়ন্তীয়া, কছাৰী প্ৰভৃতি ৰাজ্যকো বশলৈ আনি ইংৰাজ কোম্পানীৰ বঙ্গদেশকে সীমা কৰি সমগ্ৰ অসম দেশকেই নিজৰ অধীনলৈ আনিবলৈ



উঠিপৰি লাগিল। এনে কৰিবলৈ যাওঁতেই তেওঁলোকে অসমৰ দক্ষিণৰ কাছাৰেদি ইংৰাজ কোম্পানীকো জোকাই লৈছিল। ফলত মানহঁতে অৱশেষত ইংৰাজ কোম্পানীৰ সৈতেও সংঘৰ্ষত লিপ্ত হবলগীয়া হ'ল।

গতিকেই মানৰ আশা কলিতেই মৰহিবৰ উপক্ৰম কৰিলে। কিয়নো সিদিনাৰ এছীয়বাসীৰ কি ভাৰতীয়, কি মানদেশীয় কাৰোৰেই নিশ্চয় পশ্চিমীয়া ইউৰোপীয় শক্তিৰ সৈতে সমানে ফেৰ মৰাৰ শক্তি আৰু সামৰ্থ্য একো ক্ষেত্ৰতে নাছিল। গতিকেই মানৰ আশা অচিৰেই দুৰাশাত পৰিণত হ'ল আৰু ইংৰাজৰ লগত ফেৰ মৰাৰ কথা দূৰতে থাকক তেওঁলোকৰ অধিকৃত অসমৰ পৰাও লৰি পলাবলগীয়া হ'ল। ১৮২৪ চনৰ ফেব্ৰুৱাৰী মাহতেই ইংৰাজ কোম্পানী আৰু অসমৰ শত্ৰু মানক খেদি অসমখন উদ্ধাৰ কৰি অসমত শান্তি-শৃঙ্খলা ঘূৰাই অনাৰ প্ৰতিশ্ৰুতি দি ( মন কৰিব লগীয়া যে তেওঁলোকে অসমীয়া প্ৰজাৰ মাজত এই মৰ্ম্মে এখন ঘোষণা-পত্ৰও প্ৰচাৰ কৰি দিছিল, তেওঁলোকৰ অসমত প্ৰবেশৰ আগ মুহূৰ্ত্ততে ) কোম্পানীৰ সৈন্য দুই দিশেদি আগবাঢ়ি অহাৰ সিদ্ধান্ত হ'ল। ভাৰতৰ গভৰ্ণৰ জেনেৰেলৰ সেই সময়ৰ উত্তৰ-পূব প্ৰদেশৰ এজেণ্ট মেজৰ স্কট চাহাবৰ ওপৰত এই কাৰ্য্যৰ ভাৰ পৰিল আৰু অচিৰেই স্কট চাহাবে শ্ৰীহট্ট আৰু জয়ন্তীয়াৰ পথেদি অসমৰ মাজ মজিয়া নগাঁৱলৈকে সোমাই আহিল। ব্ৰহ্মপুত্ৰয়েদি উজাই আহিল ব্ৰিগেদিয়াৰ মেকমৰিন। গতিকেই মান আৰু কেনেকৈ থাকে! ১৮২৪ চনৰ এপ্ৰিল-মে' মাহতেই কবলৈ গলে দেশৰ নামনি অংশ মানৰ কবলৰ পৰা মুক্ত হ'ল। এই সময়তেই কেপ্তেইন হৰ্শবাৰ' নামৰ এগৰাকী চাহাব আৰু তেওঁৰ চিপাহীসকলক হেনো আত্মীয়-স্বজন আৰু পৰিয়ালবৰ্গৰে সৈতে ৰংপুৰৰ চিলমাৰিত পলাই থকা আহোম ৰজাৰ দোলাকাষৰীয়া বৰুৱা ৰামদত্তৰ পুতেক যোল্ল

বছৰীয়া ডেকা মণিৰামেই গুৱাহাটীৰ পৰা কলিয়াবৰলৈকে বাট-পথ দেখুৱাই লৈ গৈছিল।

যিয়েই নহওক, ইংৰাজ সৈন্য ক্ৰমাৎ উজাই থাকিল আৰু মানেও অ'ত ত'ত দুই এখন যুঁজ দি চালেও ইংৰাজৰ হাতত সকলোতে হাৰি অৱশেষত অসমৰ সীমা পাৰ হৈ মানদেশলৈকে গুচি গ'ল। অৱশেষত মানদেশতেই দেশৰ ৰাজধানী আভা নগৰীৰ ওচৰৰ ইয়াণ্ডাবু নামে ঠাইত ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে কোম্পানীৰে সৈতে মানৰজাই সন্ধিৰ চৰ্ত্তত আহিব লগীয়াত পৰিল আৰু সেই সন্ধিমতে বাৰ্ম্মাদেশৰ মাৰ্ত্তাবান, টেনাচেৰিম আৰু আৰাকানেৰে সৈতে অসম দেশো কোম্পানীক এৰি দিব লগীয়া হ'ল।

থূলমূলকৈ এয়েই অসমলৈ ইংৰাজসকলৰ আগমনৰ পাতনি। ইয়াৰ পিছত কোম্পানীয়ে দেশখন উজনি আৰু নামনি দুই খণ্ডত ভাগ কৰি উজনি খণ্ড খাজনাৰ বন্দবস্তত ৰজা পুৰন্দৰসিংহক দিলে আৰু ৰজা চন্দ্ৰকান্তক মাহে ৫০০ টকাকৈ পেঞ্চন দি গুৱাহাটীতে ৰাখি নামনি খণ্ড কোম্পানীয়ে নিজৰ দখললৈ নি দেশৰ শাসনৰ ব্যৱস্থাত হাত দিলে। সেই উদ্দেশ্যে নামনি অঞ্চল—কামৰূপ, দৰং আৰু নগাওঁ নামৰ তিনিখন সুকীয়া জিলাত বিভক্ত কৰি মাটিৰ বন্দবস্তিতো হাত দিলে আৰু দায়-দোষৰ বিচাৰ-বিবেচনাৰ বাবে আদালত কাছাৰীঘৰৰো ব্যৱস্থা কৰিলে। —এইদৰেই অৱশেষত চকুৰ্ পচাৰতেই দেশত আহোম ৰাজ গুচি সাতসাগৰ তেৰনদীৰ সিপাৰৰ ইংৰাজৰ ৰাজ প্ৰতিষ্ঠিত হৈ পৰিল আৰু জয়জয়তে দেশৰ উত্তৰ-পূৱ প্ৰদেশৰ এজেণ্ট স্কট চাহাবেই হ'ল অসম দেশৰো নতুন ভাগ্যবিধাতা। আনহাতে দেশৰ ৰাইজেও তেওঁলোকৰ দুদিন আগৰ চৰম দুৰ্দ্দশা আৰু দুৰ্ভোগৰ কথা সুঁৱৰি দেশত আপোনা আপুনি উপস্থিত হোৱা এই নতুন ৰাজ বা তেওঁলোকৰ প্ৰতিনিধি স্কট



চাহাবক (এইখিনিতেই উল্লেখযোগ্য যে ইংৰাজে আমাৰ দেশখন যুঁজ কৰি লবলগীয়া হোৱা নাছিল, মানৰ হাতৰ পৰাহে তেওঁলোকে দেশখন লৈছিল) হয়তো অন্তৰেৰে আদৰণিয়েই জনালে।

দেশবাসীয়ে সচাঁকৈয়ে আদৰণিয়েই জনাইছিল। নহলেনো মাথো দুদিনৰ আগতেই এই একেজনা স্কট চাহাবক হাদিৰাচকীত দেখা কৰিবলৈকে টান পোৱা পৰশুৰাম দুৱৰীয়াবৰুৱাৰ নিচিনা লোকৰ পুত্ৰ (হাদিৰাচকীৰ দুৱৰীয়াৰ ঘৰ তেতিয়া অসমৰ ভিতৰতে দ্বিতীয় প্ৰতিপত্তিশালী ঘৰ আছিল; প্ৰথম ঘৰ আছিল উজনিৰ বুঢ়াগোহাঞিৰ ঘৰ। এই পৰশুৰাম দুৱৰীয়াবৰুৱাই গুৱাহাটীৰ পলাতক বৰফুকন বদনচন্দ্ৰক ধৰি আনিবলৈ পিছে পিছে মানুহ পঠিয়াইছিল আৰু হাদিৰাচকী ৰণত অংশ গ্ৰহণ কৰা চন্দ্ৰকান্ত সিংহৰ সৈন্য-সামন্তক দৰমহা দিবলৈ বুলি ৰজাৰ সোণৰ ভোগজৰা বন্ধকত ৰাখি এওঁলোকৰ ঘৰেই ৰজাকো ধন ধাৰে দিছিল।) হলিৰামেই স্কট চাহাবৰ লগত দৰং, নগাওঁ আনকি কামৰূপতো মাটিৰ বন্দবস্তি আদিত সহায় কৰি ইংৰাজ ৰাজত্বৰ পাতনি মেলাত আগভাগ লব লগাত পৰেনে? অকল সেয়ে নহয়, অসমত ইংৰাজ ৰাজত্বৰ পাতনিৰ সময়ছোৱাত দেশীয় লোকৰ ভিতৰত এই গৰাকী সুযোগ্য পুৰুষেই স্কট চাহাব আৰু তেওঁৰ পিছৰ গৰাকী চাহাবৰ দিনতো সুখ্যাতিৰে ৰাজকাৰ্য্য সম্পাদন কৰি দেশত এই নতুন শাসনৰ অগ্ৰগতিত অনেক সহায় কৰিছিল। পিছলৈ এওঁ কোম্পানীৰ কালেক্টৰীৰ চিৰস্তাদাৰ হোৱাৰ উপৰিও, গুৱাহাটীৰ এছিষ্টেণ্ট মেজিষ্ট্ৰেট পদলৈও উন্নীত হৈছিল। আনহাতে দেশৰ উজনি খণ্ডত দেশৰ এই পৰিবৰ্ত্তনৰ বতাহ ছাটি সুকলমে বৈ যোৱাত নিসন্দেহে সহায় কৰিছিল আন অনেকৰে সৈতে ৰামদত্ত দোলাকাষৰীয়া বৰুৱাৰ সন্তান মণিৰাম দত্তই।

গতিকেই ইংৰাজ কোম্পানীক অসমত সিদিনা সকলোৱেই বিচাৰিছিল। কোম্পানীৰ বাহুবল আৰু ছত্ৰছাঁয়া যেন সিদিনা ৰজা-

প্ৰজা উভয়কে লাগিছিল। নহলেনো গৌৰীনাথসিংহৰ দিনতেই মায়ামৰীয়াৰ বিদ্ৰোহ দমাই দেশখন নিৰাময় কৰিবলৈ কেপ্তেইন ওৱেলচ চাহাবৰপ্ৰয়োজন হৈছিল কিয়? ওৱেলচ চাহাবে সেই সিদিনাই অসম এৰি নোযোৱা হলেতো মানেও দুদিন পিছতেই দেশখন উপান্ত কৰিব নোৱাৰিলেহেঁতেন। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ সিংহাসনত উঠাৰ মুহূৰ্ত্ততো মান অহাৰ ঠিক আগে আগে গুৱাহাটীৰ আগৰ জনা বৰফুকন দূৰদৰ্শী কলিয়া-ভোঁমোৰাই ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিলৈ এইবুলি পৰামৰ্শ আগবঢ়াইছিল যে কোচবিহাৰৰ দৰে অসম দেশখনো অচিৰেই ইংৰাজ কোম্পানীক 'লালবন্দী' দি মিত্ৰতা কৰা উচিত। ৰাজমন্ত্ৰী বুঢ়াগোহাঞিৰো হয়তো আপত্তিৰ কাৰণ নাছিল; কিন্তু অপযশৰ ভয়ত বুঢ়াগোহাঞিয়ে ইমানলৈকে আগ বাঢ়িব নোৱাৰিলে। ফলত দুদিন পিছতেই অসম দেশ তথা অসম ৰজাৰ ভাগ্যত কি ঘটিল অথবা চন্দ্ৰকান্ত আৰু পুৰন্দৰসিংহই ভিনে ভিনে কেনেকৈ কৰযোৰে ইংৰাজ কোম্পানীৰ ওচৰত তুতি-মিনতি জনাবলৈ আৰম্ভ কৰিলে তাৰ পুনৰুক্তিৰ আজি হয়তো কোনো অৱকাশ নাথাকিল।

যি কি নহওক, অৱশেষত পোহৰ আহিল আৰু সেই পোহৰ নিসন্দেহে তেতিয়াৰ ইংৰাজ সকলেই, ইংৰাজ কোম্পানীৰ চাহাবসকলেই অসমলৈ কঢ়িয়াই আনিলে।

## ন জীৱনৰ অৰুণোদয়

ইংৰাজসকলৰ আগমনে সেই সময়ৰ অসমৰ অকল যে ৰাজনৈতিক ক্ষেত্ৰখনতহে পোহৰ পেলালে, এনে নহয়; তেওঁলোকে অচিৰেই মধ্যযুগীয় অসমৰ শাসন প্ৰণালীৰো বিভিন্ন দিশৰ সংস্কাৰত হাত দিলে। পোনছাটেই তেওঁলোকে মাটি-বাৰীৰ নতুন বন্দবস্তি কৰি আৰু বন্ধা-পাইকৰ খাটনি আদি নিষিদ্ধ কৰি দেশৰ ডা-ডাঙৰীয়া, সন্ত-মহন্ত জাকৰ কবলৰ পৰা সাধাৰণ প্ৰজাক মুক্তিৰ উপায় দিলে :



'পাইকৰ খাটনি লৰে তাক দিলা চাৰি
মাটিৰ খাজানা ভৈলা সেহি দিন ধৰি ॥'

আনহাতে আদালত কাছাৰী ঘৰৰ প্ৰতিষ্ঠা কৰি সাধাৰণ প্ৰজাৰ সুবিচাৰৰ বাটো মোকলালে :

'সাজিয়া লৈলেক ঘৰ বৰ উচ্চা কৰি।
বঙলা বোলয় আৰু বোলয় কেচাৰী ॥
কেচাৰী বোলয় যিবা আদালত ঘৰ।
দোষ-গুণ বিচাৰয় প্ৰাণী সকলৰ ॥'

গতিকেই আগৰ দৰে ৰজা-বিষয়া তথা ডা-ডাঙৰীয়াৰ খাম-খেয়াল অথবা লঘু দোষত গুৰু শাস্তি বা বিনা দোষত দণ্ডৰ প্ৰকোপ কমিল নিশ্চয়। অথবা আগৰ দৰে, 'ফুলমতী'ৰ মনত খেয়াল হ'ল, পূজা নমনা গোসাঁই-মহন্তজাকক মতাই অনাই জোৰকৈ হলেও বলিৰ তেজৰ ফোঁট দিব লাগে, গতিকেই দিয়া হ'ল; গৌৰীনাথ সিংহ বাটেৰে যাওঁতে কোনোবা সাধাৰণ প্ৰজাৰ তিৰোতাই নেওঠনীৰ মাত তেলেৰে মাৰিলে, গতিকেই তেওঁকো কিজানি কেতিয়াবা প্ৰাণে মাৰে, এই আশঙ্কা কৰি তাইৰো প্ৰাণদণ্ডৰ আদেশ দিয়া হ'ল; সেই একেজনা ৰজাৰে কোনোবা পাৰিষদে এদিন নাৱেৰে ফুৰিবলৈ যাওঁতে ধেমালিতে একে চাপৰে নাওখন ফালি পেলালে, গতিকেই কেতিয়াবা তেওঁকো সেই ৰূপে কৰিব পাৰে ভাবি শাৰীৰিক কঠিন শাস্তি বিহা হ'ল; —ইত্যাদি এশ এটা মধ্যযুগীয় শাসনৰ দুৰ্গুণৰ হয়তো অন্ত পৰিল। অধিক কি পূৰ্ণানন্দৰ নিচিনা বুঢ়াগোহাঞিয়েও সৌ সিদিনা মাত্ৰ সংৰাম, বুদু প্ৰভৃতিক নৃশংস ভাবে হত্যা কৰি গুৱাহাটীৰ বৰফুকন বদনচন্দ্ৰকো লোৰ ডিঙ্গৰাত বন্দী কৰি থোৱাৰ সপোন দেখিছিল। সামন্তযুগীয় ক্ষমতা আৰু প্ৰতিপত্তিৰ আগত একো একোটা মানুহ যেন হাবিৰ চৰাই পছুহে! ইয়াৰ উপৰিও, কথাই প্ৰতি চকু কঢ়া, নাক-কাণ কাটি এৰি দিয়া, আঠুৰ ঘিলা কঢ়া,

চমটাৰে কোবোৱা আদি এশ এটা বিচাৰৰ নামত অবিচাৰৰতো কথাই নাছিল। কিন্তু ইংৰাজৰ শাসনে অচিৰেই ইবোৰৰ পৰাও মানুহক, সাধাৰণ প্ৰজাক মুক্তি দিলে নিশ্চয়।

সেয়ে ইংৰাজৰ শাসন অচিৰেই দেশৰ প্ৰজাৰ বাবে 'সুশাসন' বুলি পৰিগণিত হৈ পৰিল আৰু এই 'সুশাসনৰ বাট' মেলা স্কট চাহাব হৈ পৰিল প্ৰতি অসমীয়াৰ প্ৰাণৰ 'আমাৰ ইস্কাট চাহাব'। আনকি এনেহেন ইস্কাট চাহাব–'বহুদৰ্শী, দৃঢ় স্বভাৱবিশিষ্ট, দয়ালু, প্ৰশস্তমনা, ইস্কাট চাহাব'ৰ অতিৰিক্ত পৰিশ্ৰম কৰা আৰু আৰাম কৰিবলৈ সময় নোপোৱাৰ নিমিত্তেই ৰোগাক্ৰান্ত হৈ ১৮৩১ চনৰ ২০ আগষ্ট তাৰিখে চেৰাপুঞ্জি (যিখন চহৰো স্কট চাহাবেই পাতিছিল) চহৰতে মাত্ৰ ৪৫ বছৰৰ ভৰ ডেকা বয়সতেই মৃত্যু ঘটাত 'কি দেশীয়, পাহাৰীয় সকলো লোকে বৰ শোক কৰিলে; অধিক কি, অনেকেই আপোনাৰ পুত্ৰ পৰিবাৰৰ মৃত্যুত যেনেকৈ কান্দে, তেনেকৈ কান্দিলে'। এই ক্ৰমেই ইংৰাজ ৰাজত্বৰ পাতনিৰ লগে লগেই দেশত নিশ্চয়কৈ এটি ন-জীৱনৰ সুপ্ৰভাতৰ আশাৰ ৰেঙনিয়ে দেখা দিলে আৰু সেই সু-প্ৰভাতৰ দোকমোকালিত থিয় হৈ দেশৰ অনেকেই এটি নতুন যুগৰ জন্মৰো সূচনা দেখিলে।

এই কথা আজি নকলেও হব যে অকল অসম কিয়, সমগ্ৰ ভাৰত তথা সমগ্ৰ এছিয়ালৈকেই এই ন-জীৱনৰ স্বপ্ন এদিন কঢ়িয়াই আনিছিল ইউৰোপ তথা পশ্চিমৰ বণিকসকলেই। ইউৰোপৰ সপ্তদশ আৰু অষ্টাদশ শতিকাৰ যন্ত্ৰ আৰু শিল্প বিপ্লৱৰ ফলত তেওঁলোকৰ বহুলভাৱে উৎপাদিত পণ্য-সামগ্ৰীৰ বজাৰ বিচাৰি সিবোৰ দেশৰ বণিকৰ দলে এদিন গভীৰ সাগৰত পাল তৰি দিছিল অথবা ভাপ-জাহাজ চলাই দিছিল, এছিয়া-আফ্ৰিকাৰ দৰে অন্ধকাৰ মহাদেশৰ বুকুত তেওঁলোকৰ উৎপাদিত সামগ্ৰীৰ বিক্ৰীৰ বাবে নতুন নতুন ক্ষেত্ৰ বা বজাৰ বিচাৰি অথবা দেশৰ শিল্প নগৰীসমূহলৈ নিব পৰা কেঁচা



মাল বিচাৰি। কিন্তু এছিয়া আৰু আফ্ৰিকাৰ বাবে অত্যন্ত সুখজনকভাৱেই ইউৰোপীয় এই বণিকসকলৰ পণ্য বোজাই নাও বা জাহাজত বণিকসকলৰ অলক্ষিতেই উঠি আহিছিল ইউৰোপীয় সমূহ জ্ঞান-বিজ্ঞানৰ লগতেই তেওঁলোকৰ অধুনালব্ধ আধুনিক যন্ত্ৰ-ভিত্তিক বা বিজ্ঞানভিত্তিক সভ্যতা আৰু সংস্কৃতিও। ফলত য'তেই তেওঁলোকে নাৱৰ খুটি পুতিছিল বা জাহাজৰ লঙ্গৰ পেলাইছিল তালৈকেই তেওঁলোকৰ অলক্ষিতেই নামি গৈছিল আধুনিক ইউৰোপীয় সভ্যতা আৰু সংস্কৃতি। —ভাৰতবৰ্ষৰ বঙ্গদেশে আন সবাতোকৈ আগতে আধুনিক জীৱনৰ এই পৰম আশীৰ্ব্বাদ লাভ কৰিছিল। ১৭৫৭ চনৰ ২৩ জুন তাৰিখে ভাগীৰথী নদীৰ পাৰৰ পলাশীত বঙ্গৰ নবাব চিৰাজুদ্দৌল্লাৰ পতন যেনিবা আছিল, আধুনিক বঙ্গৰ নৱজন্মৰ পৰম পবিত্ৰ লগ্ন। তাৰ পিছৰে পৰা বঙ্গৰ জীৱনত 'কৈশোৰ' আৰু 'যৌৱন'ৰ খৰতৰ গতি: ১৬৯০ চনতেই আজৰ চহৰ বঙ্গৰ বুনিয়াদ কলিকতা নগৰীৰ জন্ম হৈ গৈছিল; ১৮০০ ত হ'ল ফ'ৰ্ট উইলিয়ম কলেজ; আৰু ১৮১০ ত হিন্দু কলেজ; ১৮৫৭ ত একেকোবে কলিকতাৰ বিশ্ববিদ্যালয়;—আৰু যে কত কি!

গতিকেই কলিকতাত কোনোবা-কাহানিয়েই 'পশ্চিম আজ খুলিয়াছে দ্বাৰ'; আৰু সেই খোলা দুৱাৰেদি বিচ্ছুৰিত হৈ পৰা জ্ঞানৰ পোহৰত উদ্ভাসিত হৈ উঠিল পূবৰ, প্ৰাচ্যৰ ৰাজা ৰামমোহন মহৰ্ষি দেবেন্দ্ৰ নাথ, ঈশ্বৰ চন্দ্ৰ প্ৰভৃতি। আৰম্ভ হ'ল বঙ্গৰ জীৱনৰ ৰেনেসাঁ, নৱজাগৃতি; তথা বঙ্গৰ মাজেদি ভাৰতৰ নৱ-জাগৃতিৰ বলীয়া-বা, ধা'মাৰলী। গতিকেই অসম বা অসমৰ অসমীয়ানো কেনেকৈ আতৰি থাকে এই পশ্চিমীয়া নৱ-সংস্কৃতিৰ বলীয়া বতাহ জাকৰ পৰা! অথচ অসম যে এই নৱ-সংস্কৃতিৰ সুসংবাদ কঢ়িয়াই আনি লঙ্গৰ পেলাব পৰা সাগৰৰ পৰা কিমান দূৰত, কিমান আতৰত! অথবা সেই সাগৰৰ পাৰৰ কলিকতাৰ পৰা!!

তথাপি আনন্দৰাম গুলাইছিল (১৮৪১ চনত)—স্কট চাহাবৰ লগত হাতে-কামে লাগি অসমত ইংৰাজৰ সুশাসনৰ বাট মোকোলোৱাত আগভাগ লোৱা ; পুৰী, শ্ৰীক্ষেত্ৰাদি তীৰ্থক্ষেত্ৰত আজলিয়ে আজলিয়ে সোণ-ৰূপ ছটিয়াই অসমৰ গৌৰৱ, যশস্যা বঢ়োৱা; পুৰীৰ গদাধৰ পাণ্ডাক আহোম ৰজা চন্দ্ৰকান্তক হাদিৰাচকিত ধন ধাৰে দি বন্ধকত ৰখা সোণৰ ভোগজৰাকো অকাতৰে দান দিব পৰা আৰু বাহিৰত অসমৰ গুণ-গৰিমা প্ৰকাশ কৰিবলৈ অসম দেশৰ বুৰঞ্জী আৰু অসমৰ কামাখ্যা প্ৰমুখ্যে তীৰ্থ-ক্ষেত্ৰসমূহৰ মাহাত্ম্য আৰু তালৈ অহাৰ বাট-পথৰ নিৰ্দ্দেশ দি কামাখ্যা যাত্ৰাৰ পদ্ধতি লিখি ছপাই বিনামূলীয়াকৈ বিলাই ফুৰা উদাৰ, দানী, অভিজাত পুৰুষ হলিৰাম ঢেকিয়ালফুকনৰ পুত্ৰ আনন্দৰাম ঢেকিয়ালফুকন। গুৱাহাটীৰ তেতিয়াৰ চাহাব মেথী আৰু জেনকিনচে আনন্দৰামৰ এই যাত্ৰাৰ আয়োজন কৰিছিল। তেওঁলোকেই ইয়াৰ আগৰ বছৰতো (১৮৪০) গুৱাহাটীৰ কাৰ্ত্তিকান্ত, মাধৱচন্দ্ৰ, হলিৰাম আৰু চন্দ্ৰমলক পঠিয়াইছিল। দেশীয় লোক আৰু সেই সময়ৰ গুৱাহাটী স্কুলৰ (১৮৩৫ চনৰ গুৱাহাটীৰ প্ৰথম ইংৰাজী স্কুল) ছাত্ৰসকলৰ এই চাহাব দুজনা বৰ বন্ধু আছিল আৰু 'কেনেকৈ এই দেশৰ লোকসকলৰ উন্নতি হব তাৰ প্ৰতি তেওঁবিলাকৰ বৰ আগ্ৰহ আৰু শ্ৰদ্ধা আছিল'। বিশেষ, যাইজনা ঢেকিয়ালফুকনৰ মৃত্যু ঘটাত এওঁবিলাকেই আনন্দৰাম ফুকনৰ তথা পৰিয়ালৰ অভিভাৱক স্বৰূপ আছিল।

"সেই সময়ত মেথী চাহাব আৰু জেনকিনচ্ চাহাবে নিজা নৌকাৰে কলিকতাৰ পৰা বস্তু অনাইছিল। এতিয়াৰ দৰে (১৮৮০ চন, গুণাভিৰাম বৰুৱাই আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন-চৰিত্ৰ লিখাৰ সময়) সুবিধা নাছিল। মেথী চাহাবৰ বস্তু অনা ছশ মোনী নাও এখন চাহাবে দুৰ্গাৰাম (আনন্দৰামৰ সমনীয়া আৰু খুৰাক যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ ল'ৰা। এইজনা যজ্ঞৰামেই আছিল পোন-প্ৰথম অসমীয়া, যি বঙ্গৰ ৰাজা ৰামমোহন ৰায়ৰ সৈতে কলিকতাত প্ৰথম ব্ৰহ্মোপাসনাৰ আখৰা তথা ব্ৰাহ্ম-সমাজৰ পাতনি মেলিছিল) আৰু আনন্দৰাম ফুকনক নিবলৈ দিলে। আনন্দৰাম আৰু দুৰ্গাৰাম ফুকন কলিকতালৈ যাবলৈ প্ৰস্তুত হ'ল। দুৰ্গাৰামৰ লগত ৰামদেৱ নামে এজন শিলাৰ ব্ৰাহ্মণ ৰান্ধনি আৰু ফলাৰাম, বিনন্দ আৰু অনাদৰ এই তিনিজন ঘৰ-ওপজা লগুৱাও ললে। আনন্দৰাম ফুকনৰ লগত শ্ৰীধৰ নামে বৰভগীয়া ব্ৰাহ্মণ ৰান্ধনি আৰু মিছিৰ ভঁৰালী আৰু এটা লগুৱা আৰু তেওঁৰ মোক্তাৰ ৰামচন্দ্ৰ বিশ্বাসকো ললে। ১৮৪১ চনৰ বাৰিষা শুভদিন চাই দুয়ো নৌকাযাত্ৰা কৰিলে। নিৰ্ব্বিঘ্নে অভিলাষ সিদ্ধি কৰি পুনৰায় স্বস্থান প্ৰাপ্তিৰ কামনা কৰি কামাখ্যালৈ শুক্লবৰ্ণৰ মহিষ, ঘৰৰ বিগ্ৰহলৈ আৰু আন আন দেৱতালৈ আন আন বস্তু আৰু শান্তি-স্বস্ত্যয়ন আগ কৰা আৰু মনা হ'ল। মেথী চাহাবে তেওঁ-বিলাকৰ লগত তেওঁৰ ছাপ্ৰাচী পঠালে। দুয়োজনা চাহাবে কালবিন কোম্পানী, কেণ্টৰ কোম্পানী, কেৰগচন কোম্পানী, ডাক্তৰ মৌৱাট, মেং হেলিডে, মেং বেকেট ইত্যাদি কলিকতাৰ বৰ বৰ লোকলৈ পৰিচয় পত্ৰ দিলে। তেওঁবিলাকে তাত সেই সেই কোম্পানীৰ পৰা আৱশ্যকীয় টকা পাবলৈ সুবিধা কৰি দিলে।"

"নৌকা মেলি দিয়া হ'ল। ক্ৰমে যিমান নৌকা ভটিয়াই গ'ল তিমান তেওঁবিলাকৰ মন প্ৰশস্ত হৈ যাব ধৰিলে। ....গোৱালপাৰা এৰি চিৰাজগঞ্জ পালে। তাৰ পৰা ঢাকা আৰু সুন্দৰবন হৈ ২৫ দিনত তেওঁবিলাক কলিকতা পালেগৈ। কলিকতা পাই এওঁবিলাকৰ আনন্দৰ সীমা নোহোৱা হ'ল। তাৰ জাহাজ আৰু সুন্দৰ সুন্দৰ অট্টালিকা, পথ, ঘাট, অসংখ্য প্ৰজা দেখি এওঁবিলাকে বৰ সন্তোষ পালে। যি যি লোকলৈ পৰিচয়-পত্ৰ নিছিল সেই সেই লোকে

সৈতে সাক্ষাৎ কৰিলত তেওঁবিলাক বৰ উৎসাহিত হ'ল। কলিকতাৰ কলুটোলাত ঘৰ কেৰেয়া কৰি প্ৰথমে তেওঁবিলাক থাকিল।"

"যেতিয়া ফুকন কলিকতালৈ যায় তেতিয়া তেওঁৰ চুলি সৰু সৰু কৈ কটা আছিল। মাজতে সৰু এটি টিকি বা টিকনি আছিল। কলিকতালৈ গলত ফুকনে সেই শিখা ছেদন কৰিলে। তেওঁৰ লগত শালগ্ৰাম এখান আছিল, সদায় সেই শালগ্ৰামক তেওঁ পূজা কৰিছিল।"

যি কি নহওক, কলিকতাত ফুকন দুজনাই 'হিন্দু কলেজ'ৰ জুনিয়ৰ ডিপাৰ্টমেণ্টত নাম লগালে আৰু আগ্ৰহেৰে পঢ়া-শুনা কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ '১৮৪২ চনত দুৰ্গাৰাম ফুকনৰ জ্বৰ হয়। অনেক চিকিৎসা কৰা হ'ল, তথাপি ভাল নহ'ল। পাচে শ্ৰাৱন মাহৰ শুক্লা ষষ্ঠিৰ দিনা তেওঁৰ মৃত্যু হ'ল। গঙ্গাতীৰত তেওঁৰ সংস্কাৰ কৰা হ'ল।—দুৰ্গাৰাম ফুকনৰ মৃত্যুৰ সংবাদ গুৱাহাটী পালত কোলাহল লাগিল। সকলো শোকাৰ্ত্ত হ'ল। মেথী চাহাব আৰু জেনকিনচ্ চাহাবো বৰ দুখিত হ'ল।' গতিকেই আনন্দৰাম ফুকনকো ভালে-কুশলে ঘৰলৈ মাতি পঠোৱা-টোৱেই সকলোৰে সিদ্ধান্ত হ'ল। ফলত কলেজীয়া শিক্ষা আধা ডুখৰীয়াকৈ এৰি থৈয়েই ফুকন ঘৰমুৱা হবলগীয়া হ'ল। ১৮৪৪ চনৰ নৱেম্বৰ মাহৰ শেষত এখন ৬০০ মোনী নাও কেৰেয়া কৰি ফুকন ঘৰলৈ আহিল। 'আৰু দুবছৰ থকা হলে ফুকনে জুনিয়ৰ স্কলাৰ্চিপ পৰীক্ষা দিব পাৰিলেহেঁতেন। তথাপি আহিবৰ সময়ত তেওঁ পাটিগণিত, প্ৰায় সম্পূৰ্ণ বীজগণিতৰ সামান্য নিয়ম, জ্যামিতিৰ প্ৰথম অধ্যায়, ইংলণ্ড, ৰোম, গ্ৰিচ আৰু ভাৰতবৰ্ষৰ ইতিহাস, ইংৰাজী কাব্য-সংগ্ৰহ প্ৰভৃতি গ্ৰন্থ পাঠ কৰিছিল। ইংৰাজী ভাষা কবলৈ আৰু ইংৰাজবিলাকৰ সৈতে ব্যৱহাৰ কৰিবলৈ যি কেত-বিলাক নিয়ম তাকো শিক্ষা কৰিছিল।'



সুন্দৰ ধনেৰে ফুকন উজাই আহিল। —মাঘৰ কিছু বাটতে গ'ল। ১৮৪৫ চনৰ জানুৱাৰীত আৰু মাঘৰ কিছু দিন যোৱাত নাও আহি আহি দুইমান বজাত গুৱাহাটীৰ ঘাট চাপিল। ঘৰৰ আৰু ওচৰ-চুবুৰীয়াৰ অনেক লোক নাৱলৈ গ'ল। ওচৰৰ মাছমৰীয়াসকলৰ অনেকে তাল-খোল-বাদ্য লৈ আনন্দৰাম ফুকনক আগবঢ়াই আনিবলৈ গ'ল। গায়ন-বায়নসকলে বৰ ৰঙ্গমনে তাল-খোল বজাবলৈ ধৰিলে। সিহঁতক মানাকৰাতো, সিহতে কলে—"দেউতাই যি কৰে কৰোক বন্দীহতে আজি বজাম। আজি আমাৰ বৰ ৰঙ্গৰ দিন।"

সঁচাকৈয়ে ৰঙ্গৰ দিন আছিল নিশ্চয় সিদিনা। কিয়নো সিদিনাই পশ্চিমীয়া সভ্যতা-সংস্কৃতিৰে সালঙ্কৃতা হৈ গঢ় লৈ উঠা সুদূৰ কলিকতা মহানগৰীৰ পৰা ভৱিষ্যতৰ ন-অসম গঢ়াৰ উজ্বল স্বপ্ন আৰু আশা লৈ ষোল্ল বছৰীয়া ডেকা আনন্দৰাম ঘৰলৈ উভতি আহিছিল; আহিছিল—অসম আৰু অসমীয়াৰ মাজলৈ, নিৰাপদে সুস্থ শৰীৰে। ইয়াৰ পিছত আনন্দৰাম ফুকন, তথা ঢেকিয়াল ফুকনৰ চুটি জীৱন-কালৰ (১৮২৯—১৮৫৯) প্ৰতিটো মুহূৰ্ত্ত কিদৰে অসম আৰু অসমীয়াৰ ন-জীৱনৰ অৰুণোদয়ৰ স্বপ্নত অতিবাহিত হৈছিল, তাক অসমীয়া ভাষা সহিত্যৰ পাঠক মাত্ৰেই জানে। আমি আৰু তাক দুনাই দোহাৰিবৰ সকাম নাই।

আনন্দৰামৰ স্বপ্ন আছিল, অসম দেশৰ লোকসকলক সভ্য, গিয়ানি আৰু ধাৰ্ম্মিক কৰাৰ; সিবিলাকৰ অভাৱ আৰু দুৰৱস্থা মোচন কৰাৰ; অসমক হাবি গুচাই ফুলবাৰী কৰাৰ; নৈত ডোঙা গুচাই জাহাজ কৰাৰ; ঘৰ বাহঁৰ গুচাই শিল ইটাৰ কৰাৰ; গাৱেঁ ভূঞে হেজাৰ পঢ়াশালি, গিয়ানৰ সভা, চিকিৎসালয়, দুখীয়া-দৰিদ্ৰৰ পৰিত্ৰানালয় কৰাৰ....

তেওঁৰ স্বপ্ন কিন্তু অচিৰেই ফলিয়াবৰো উপক্ৰম কৰিছিল। ১৮৩৫ চনতেই তেতিয়াৰ গুৱাহাটী ৰাজধানীত প্ৰথম ইংৰাজী বিদ্যালয়খন স্থাপিত হৈছিল। তাৰ পিছৰ পৰাই দেশৰ ঠায়ে ঠায়ে পাঠশালা স্থাপন হবলৈ লয়। অসমৰ হাবিত 'ক্ষিপাম' আবিষ্কৃত হবৰ পিছৰ পৰাই ঠায়ে ঠায়ে হাবি গুচি চাহবাৰী হবৰো উপক্ৰম হয়। আনকি ১৮৪৩ চনত অসম কোম্পানী নামৰ প্ৰসিদ্ধ চাহ কোম্পানী এটিও সংস্থাপিত হয়। ১৮৪৬ চনত শিৱসাগৰৰ মিছনেৰী সকলৰ অৰুণোদয় ছপাখানাৰ পৰা অৰুণোদয় নামৰ সৰ্ব্বপ্ৰথম অসমীয়া সংবাদ পত্ৰখনো ওলায় আৰু ১৮৪৭ চনত এই দেশলৈ পোনপ্ৰথম ভাপৰ জাহাজখনিও আহে।

"ঢাকাই দি গুআহাটিলৈ তিনি বছৰলৈকে মাহে মাহে ষ্টিম-বোট অৰ্থাৎ ভাপৰ নাও পঠাবলৈকে গবৰ্ণমেণ্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহৰ ১৩ তাৰিখত জমনা (যমুনা) নামে এখন ষ্টিম বোট কলিকতা এৰি ২৯ তাৰিখত মোকাম গুআহাটি পালেহি; তাতে তিনি দিনমান থকাত সেই জিলাৰ সাহাব, মেম সাহাব আৰু অসমিয়া অনেক ভদ্ৰলোক, মুঠে তিনি শ মান মানুহ ষ্টিম বোটত উঠি অলপমান উজাই গৈছিল, তাৰ পাচে ভাটিলৈকে কিচু দুৰ গৈ আকও গুআহাটিলৈ উভটি আহিল।

ষ্টিম জাহাজ আৰু ষ্টিম নাৱৰ এনে গুন আচে, মানুহৰ হাতে বঠা, চৰি ধৰি বাব নেলাগে, আৰু আন নাৱৰ নিচিনাকৈ গুন নে টানি বা পাল ন তবিলেও, জাহাজ বা নাও কলৰ দো-আৰাই জাই। তাৰ ভিতৰত জন্ত্ৰ আছে, তাতে পানি উতলাই, আৰু সেই উতলা পানিৰ ষ্টিম, অৰ্থাৎ ভাপে কলত লাগি আৰু দুই কোখৰত থকা বৰ ঘিলা অতি বেগেৰে ঘুৰি তাতে বঠাবোৰৰ নিচিনাকৈ পানিত চবিয়াই জাহাজ চলাই থাকে। কিন্তু বঙ্গালি বা আন নাও-বোৰক হলে কেতিয়াও সেইৰূপ বেগে চলাব নোআৰে



আৰু জেতিয়া অসম দেসলৈ আহিব লাগে তেতিয়া কেৱল গুআ-হাটিলৈ পাওঁতেই বাটত এমাহ ডেৰ মাহৰ কম ন হই, আৰু কেতিয়াবা তাতকৈও অধিক দিন লাগে। এতিয়া কলিকতাৰ পৰা বেপাৰি লোকে অহা জোআ কৰি বা কেৱল বস্তু অনা নিয়া কৰি, অসম দেসৰ বেহা কৰিবলৈ বৰ ভাল হৈচে, আৰু অতি বেগে পাবহি; আৰু জি জি মানুহ কলিকতালৈ জাব খোজে সি এমাহতে ঘুৰি আকও গুআহাটিলৈ আহিব পাৰে।"

এই ক্ৰমেই ১৮৭৫ চনত গুণাভিৰাম বৰুৱাই অসম দেশৰ বুৰঞ্জী লিখিবলৈ লোৱাৰ মুহূৰ্ত্তত দেশৰ অভাৱনীয় পৰিবৰ্ত্তনৰ ৰূপ লক্ষ্য কৰি আনন্দতে শিহৰি উঠিছিল এইবুলি:

"প্ৰায় ১৮২৪ চনৰে পৰা আজিলৈকে অসম দেশত বৃটিছ শাসনৰ সময় পঞ্চাশ বংসৰ হইছে। ইয়াতে দেশৰ সকলো প্ৰকাৰ উন্নতি হব লাগিছে। ইয়াতে এনে বোধহয় জগদীশ্বৰে যেন এই দেশৰ মঙ্গলৰ অৰ্থে ইয়াক বৃটিছ গৰ্ভণমেণ্টৰ অধীন কৰিছে। আমাৰ এই আশা যে সফল হ'ব তাৰ প্ৰমাণ যি কাললৈ চোৱা যায় সি কালেই দেখিব পাৰি। এতিয়া ৰাজস্বখিনি দিব পাৰিলেই পৰমসুখে নিৰুপদ্ৰৱে প্ৰজাসকলে থাকিব পাৰে। সি কাৰণে লোকৰ সুখ সম্পত্তি ক্ৰমে বৃদ্ধি হৈ আহিছে। ৰাজস্ব দি সপৰিবাৰে খাই লৈ থাকি যি উৎপন্ন হয় তাক আপোনাৰ ভড়ালত থব পাৰিছে। তাৰ প্ৰতি কোনো অত্যাচাৰ (গুণাভিৰামৰ বুৰঞ্জীৰ এই শব্দটি মনকৰিব লগীয়া; তাৰ মানে সামাজিক মাৎস্যন্যায়ৰ ওৰ পৰিছিল হয়তো) হব নোৱাৰে। লোক সকলে এই সুশাসনত পৰম সুখে থাকি পৰমেশ্বৰক ধন্যবাদ কৰিছে।'

## আত্মপ্ৰতিষ্ঠাৰ ন-অঙ্গীকাৰ

তেনেহলে এই সু-শাসনতেই, ইংৰাজ শাসকৰ এই ছত্ৰছায়াতেই অসমীয়া জাতিৰ ক্ৰান্তি-কালৰ ন-পুৰুষে পশ্চিমীয়া জ্ঞান-বিজ্ঞানৰ

ন আলোকেৰে পুনৰ নতুনকৈ সাজি-কাচি নতুন ৰূপত গঢ় লৈ উঠাৰ অঙ্গীকাৰ গ্ৰহণ কৰিলে। ইতিহাসৰ বুকুত অসমীয়া ন-পুৰুষৰ ই আছিল নিসন্দেহে নতুন পদক্ষেপ। কিয়নো ইয়াৰ আগতে কোনো কালেই অসমীয়া জাতিয়ে ৰাজনৈতিকভাৱে আনৰ ছত্ৰছায়া গ্ৰহণ কৰিও, ভাষিক আৰু সাংস্কৃতিক ভাবে নিজৰ স্বতন্ত্ৰতা বিচাৰি আত্ম-প্ৰতিষ্ঠা কৰিবলৈ আগবঢ়া নাছিল কোনো দিনে। প্ৰকৃতপক্ষে ভাৰতীয় জীৱনত ইও সিকালৰ এক নতুন চিন্তা; আৰু এই চিন্তাৰ বীজো নিসন্দেহে পশ্চিমৰ পৰাই গ্ৰহণ কৰা।

অসমত অসমীয়া জাতিৰ এই অভিনৱ চিন্তাৰ গুৰিও নিসন্দেহে আনন্দৰামেই ধৰিছিল। প্ৰকৃতপক্ষে তেৱেঁই আছিল অসমত অসমীয়া জাতিৰ নৱ-জাগৰণৰ বাৰ্ত্তাবাহক; বঙ্গত যেনে ৰাজা ৰামমোহন। অধিক কি, হপ্‌কিনসন চাহাবৰ ভাষাত 'বঙ্গ আৰু অসমৰ সেই কালৰ অৱস্থাৰ হীন-ডেঢ়িলৈ চাই ৰামমোহন ৰায়তকৈও আনন্দৰাম ফুকনক অসা-ধাৰণ পুৰুষ বুলিব লাগে।' ১৮৫২ চনত বিজনীৰ ৰজাৰ দেৱান হৈ থকাৰ কালত দ্বিতীয়বাৰ কলিকতালৈ যাবলগীয়া হোৱাত প্ৰায় প্ৰতি দিনে সেই সময়ৰ কলিকতাৰ প্ৰধান পুথিভঁৰাল 'মেটকাফ হল'লৈ গৈ তাৰ কিতাপবোৰৰ এখন তালিকা যুগুত কৰি থাকোতে, 'মাৰ্চ্চ মাহৰ ৯ তাৰিখে পিটৰ দি গ্ৰেট নামে ৰুচিয়া দেশৰ এজনা ৰজাৰ জীৱন চৰিত্ৰ পঢ়ি তেওঁৰ মহা চিন্তা হ'ল। সেইজনা ৰজাই যেনেৰূপে তেওঁৰ দেশৰ মঙ্গলৰ নিমিত্তে যত্ন কৰি কৃতকাৰ্য হ'ল তাক তেওঁ মনত বৰকৈ গুণিলে। সেইদিনাই তেওঁ অসম দেশৰ উন্নতিৰ বিষয়ে আৰু চেষ্টা কৰিবলৈ প্ৰতিজ্ঞা কৰিলে!'

আনন্দৰামৰ এই প্ৰতিজ্ঞাও আছিল নিসন্দেহে মধ্যযুগীয় ৰুচিয়ালৈ ৰজা পিটাৰে আধুনিক ইউৰোপৰ বাৰ্ত্তা কঢ়িয়াই আনি ৰুচিয়াক সাৰ পোৱাই তোলাৰ দৰে মধ্যযুগীয় অসমকো ইউৰোপ আৰু ইংলণ্ডৰ বতৰাৰে বা তাৰ ভাব-আদৰ্শৰ যাদু-স্পৰ্শেৰে সাৰ



পোৱাই তোলাটো— জগাই তোলাটো। এইবাবেই আছিল তেওঁৰ সকলো অঙ্গীকাৰ। কিন্তু সেইবুলিয়েই নিজক বিক্ৰী কৰি, আত্ম-বিক্ৰয় কৰি তেওঁ দেশলৈ এই প্ৰভাত কঢ়িয়াই আনিব খোজা নাছিল। নিজৰ ভৰিত থিয় দি সাৰ পাই উঠিব পাৰিলেহে প্ৰভাত যে জাতিৰ জীৱনৰ বাবে মধুময়, মঙ্গলময় হব, তাক তেওঁ নিশ্চিত-ভাৱে বুজি পাইছিল। সেয়েই জাতীয় জীৱনক গঢ় দিয়াৰ প্ৰথম পদ-ক্ষেপতেই গভীৰ উদ্বিগ্নতাৰে তেওঁ লক্ষ্য কৰিছিল অসমত ইংৰাজ ৰাজত্বৰ পাতনিৰ কিছু পিছতেই (১৮৩৬ চনত) ইংৰাজসকলৰ পিছে পিছে অহা এচাম বঙালী কেৰাণী-মহৰীৰ চক্ৰান্তক্ৰমে অসমত বৰ লুইতৰ দৰে বৈ থকা বিশাল বিস্তৃত অসমৰ ভাষাটোক অসমৰ পঢ়াশালি আৰু আদালতবোৰৰ পৰা বহিষ্কাৰ কৰা ঘটনাটো। গতিকেই সেই সময়ৰ অসমীয়াৰ একমাত্ৰ চকু-ফুকোৱা মুখপাত্ৰ হিচাবে আনন্দৰামেই কান্ধ পাতি লৈছিল অসমীয়াক, অসমৰ স্কুল-আদালতত পুনৰ প্ৰতিষ্ঠাৰ গুৰু দায়িত্বতো আৰু তাৰ ব্ৰততেই অতিবাহিত হৈছিল তেওঁৰ চুটি জীৱনকালৰ প্ৰতিটো মুহূৰ্ত্ত।

আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰীসকলেও অসমীয়া জাতিৰ জীৱনৰ এই দুৰ্যোগ আৰু দুৰ্ভাগ্যৰ মুহূৰ্ত্তত কম বৰঙণি আগবঢ়োৱা নাছিল। এওঁলোকৰেই চেষ্টা আৰু প্ৰেৰণাত জাতিৰ জীৱনৰ এই ন-অঙ্গীকাৰ গ্ৰহণ কৰিবলৈ ওলাই আহিছিল উজনিৰ যাদুৰাম ডেকাবৰুৱা, হেমচন্দ্ৰ বৰুৱা প্ৰভৃতি। আনন্দৰামৰ অনুজপ্ৰতীম গুণাভিৰামতো নামনিত আছিলেই। অৱশেষত এওঁলোকৰেই সংঘবদ্ধ প্ৰচেষ্টাত ১৮৭৩ চনত পুনৰ অসমীয়া জাতিয়ে জাতিৰ জীৱনৰ এই ঐতিহাসিক সংকটটো, ঐতিহাসিক চক্ৰান্তটোৰ পৰা মুক্তি পাবৰ উপক্ৰম ঘটে।

জাতিৰ আত্মপ্ৰতিষ্ঠাৰ স্বপ্নৰ দ্বিতীয় ধাৰা এটিৰ কথাও আমি এইখিনিতেই উল্লেখ নকৰিলে অসমীয়া জাতিৰ বুৰঞ্জী নিশ্চিতভাৱে অসম্পূৰ্ণ হৈ ৰব। সি হ'ল আহোমৰে ভগা-ৰজা পুৰন্দৰ সিংহৰ

নাতি নামত চাৰিংৰজা কন্দৰ্পেশ্বৰ সিংহক লৈ অসমৰ ৰাজসিংহাসনত পুনৰ আহোম- ৰাজবংশৰ প্ৰতিষ্ঠা কৰাৰ স্বপ্ন আৰু তাৰ জৰিয়তে শ শ বছৰ ধৰি স্বতন্ত্ৰভাৱে থকা অসমক পুনৰ স্বতন্ত্ৰ হিচাবেই থিয় কৰোৱাৰ আশা আৰু আকাঙ্ক্ষা।

মণিৰামদত্ত দেৱানেই নিসন্দেহে এই চিন্তাৰ গুৰি ধৰিছিল। আহোম স্বৰ্গদেউসকলৰ একালৰ দোলাকাষৰীয়া বৰুৱা ৰামদত্ত দোলাকাষৰীয়া বৰুৱাৰ লৰা মণিৰাম নিচেই সৰু কালতে ৰংপুৰৰ চিলমাৰিত পলাই থকাৰ কথা আমি আগতেই উল্লেখ কৰি আহিছোঁ। তাতেই বঙলা, ফাৰ্চী আদি ভাষাত সিদ্ধহস্ত হোৱা ডেকা মণিৰামে গুৱাহাটীৰ পৰা কলিয়াবৰলৈকে ইংৰাজ চাহাবক বাট দেখুৱাই অনাৰ কথাও আমি জানো। দেশৰ উজনি খণ্ডলৈ ইংৰাজ শাসনৰ পোহৰ বিয়পাই দিয়াত নিসন্দেহে এওঁৱেই ইংৰাজৰ সোঁহাত স্বৰূপ আছিল। এনেকি চিংফৌ, খাছীয়া আদি পৰ্ব্বতীয়া জাতিবোৰৰ বিদ্ৰোহ দমন কৰাতো এওঁ ইংৰাজৰ সহায়ক আছিল। ইংৰাজৰ বেডিংচ ফিল্ড চাহাবক চিংফৌ গামৰ ঘৰত 'ফিনাপ্'ৰ সন্দেহ দি অসমত চাহ বাগিচাৰ সম্ভাৱনাও ৰচনা কৰিছিল এওঁৱেই। অধিক কি, ১৮৩০ চনতেই ইংৰাজ কোম্পানীৰ আনুগত্যক অস্বীকাৰ কৰিবলৈ ওলোৱা বদনচন্দ্ৰ বৰফুকনৰ ল'ৰা চাকোলা পিয়লি আৰু গমধৰ কোঁৱৰহঁতৰ জয়পুৰৰ তৰাতলীত বিদ্ৰোহৰ আখৰা কৰা আৰু শিৱসাগৰত কোম্পানীৰ খাৰঘৰত জুই দিয়াৰ অপৰাধত পিয়লি-গমধৰহঁতৰ ফাঁচী-কলীয়াপানীৰ বিচাৰ-বন্দবস্ততো আগভাগ লৈছিল হেনো এওঁৱেই। গতিকেই ইংৰাজে অৱশেষত স্বৰ্গদেউ পুৰন্দৰ সিংহক দেশৰ উজনি খণ্ড লালবন্দীকৈ দিয়াত এওঁৱেই ৰজাৰ ঘাই মন্ত্ৰী বৰভাণ্ডাৰ বৰুৱা পদতো অধিষ্ঠিত হৈছিল। ইয়াৰোপৰি উজনিত ইংৰাজ কোম্পানীৰ চিৰস্তাদাৰ আৰু অসম চাহ কোম্পানীৰ দেৱানো আছিল এইজনা মণিৰামেই। এনেজনা মণিৰামেই কিন্তু অৱশেষত ইংৰাজ



কোম্পানীৰ হাতৰ পৰা দেশখনক ঘূৰাই পাবলৈ বিচাৰিছিল, স্বতন্ত্ৰ কৰিবলৈ বিচাৰিছিল।

মণিৰামৰ এই দ্বিতীয় চিন্তাৰ কাৰণো হয়তো নোহোৱা নাছিল। প্ৰথম কথাত ইংৰাজসকল আহি দেশত খোপনি পোতাৰ মাত্ৰ কেইবছৰমান পাছতেই ১৮৩৮ চনত (জনপ্ৰিয় কমিছনাৰ স্কট চাহাবৰ মৃত্যুৰ পিছত আৰু কমিছনাৰ ৰবাৰ্টছনৰ দিনত) দেশৰ এখণ্ড লালবন্দীকৈ দিয়া ৰজা কন্দৰ্পেশ্বৰ সিংহক নানা অজুহাত দেখুৱাই সিংহাসনৰ পৰা একেবাৰে আঁতৰোৱা হ'ল আৰু দেশৰ উজনি খণ্ডকো শিৱসাগৰ আৰু লক্ষীমপুৰ নামৰ দুই জিলাত বিভক্ত কৰি কোম্পানীৰ পোনপটীয়া শাসনলৈ অনা হ'ল। দ্বিতীয়তে দেশৰ নামনি অংশৰ দৰেই উজনিতো মাটিৰ বন্দবস্তি আৰম্ভ কৰি দেশৰ সাধাৰণ প্ৰজাক ভূ-স্বামীসকলৰ কবলৰ পৰা মুক্তি দিলেও ডা-ডাঙৰীয়া, গোসাঁই-মহন্তৰ কিন্তু ইয়াৰে স্বাৰ্থত আঘাত লাগিল; আনহাতে ১৮৪৩ চনৰ বিশেষ আইনযোগে এই ডা-ডাঙৰীয়াসকলৰ কবলৰ পৰাই পাইক, লগুৱা-লিকচৌৰ স্বাধীন স্বতন্ত্ৰ জীৱনৰ বাট মোকলোৱাত ডা-ডাঙৰীয়া, সন্ত-মহন্তৰ অন্তৰত অসন্তোষৰ বীজে বাৰুকৈয়ে বাঁহ ললে। এইবোৰৰ উপৰিও, দেশত চাহ বাগিচা পতাৰ বাট মুকলি হবৰে পৰা দেশৰ উজনি খণ্ডত ক্ৰমাৎ চাহবাৰী বাঢ়ি গৈ গৈ দেশখন প্ৰায় ইংৰাজ ফিৰিঙ্গী বা বগা বঙালৰ খাটপামত পৰিণত হবৰ উপক্ৰম হ'ল মাথোন।

গতিকেই দেশৰ ডা-ডাঙৰীয়া, গোসাঁই-মহন্তৰ চকু থিয় হ'ল আৰু মণিৰামকেই সাৰথি কৰি লৈ দেশখন পুনৰ দেশীয় ৰজালৈকে ঘোৰাটোকেই উচিত বিবেচনা কৰিলে। সেয়ে ১৮৫৩ চনত কলিকতাৰ বৰলাটৰ প্ৰতিনিধি হিচাবে মিঃ মফাট মিলছ চাহাব এই দেশৰ পৰিস্থিতিৰ আও-ভাও লবলৈ অসমলৈ অহাত নামনিত ডেকা (২৪ বছৰীয়া) আনন্দৰামে যি সময়ত অসমত অসমবাসীৰ বিভিন্ন

অভাৱ-অভিযোগৰ লগতে অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ বাবেও আবেদন কৰিলে, সেই সময়ত উজনিত আদহীয়া (৪৭ বছৰীয়া) মণিৰামে গুজৰিলে এইবুলি; "....ধৰ্ম্মাৱতাৰ, হুজুৰ, আমি যেনিবা বৰ্ত্তমান ঢেকীয়া-পতীয়া বাঘৰ পেটতহে সোমাই আছোঁহঁক। আমাৰ দুৰ্দ্দশাৰ দ্বাৰাই চৰকাৰ বাহাদুৰৰ কিবা উপকাৰ হলে আমি অৱশ্যে সন্তোষ পামহঁক। কিন্তু, প্ৰকৃতপক্ষে ইয়াৰ দ্বাৰাই না শাসিতৰ, না শাসকৰ কাৰো উপকাৰ হোৱা দেখা নাই দেখোন! এৱমানুক্ৰমেই যদি দেশৰ কাৰ্য্য-প্ৰণালী চলি থাকে তেন্তে ভবিষ্যতে যে আমাৰ কিবা মঙ্গল হ'ব তাক আমি কেতিয়াও আশা কৰিব নোৱাৰোহঁক।

সেই দেখি, আমি বিনীত ভাৱে জনাব খোজোঁহঁক যে উপযুক্ত অনুসন্ধান আৰু বিহিত বিবেচনা কৰি পুনৰ অসম ৰজাকে এই দেশ চলাবলৈ দি পূৰ্ব্বৰ ৰীতি-নীতি ধাৰা-বিধিবিলাকৰ পুনৰ প্ৰচলন কৰে যেন।"

কিন্তু ইংৰাজ বণিকে জানো ইমানতে কাৰোবাক দেশ ঘূৰাই দিয়াৰ ইতিহাস আছে! আৰু তেতিয়াৰ মণিৰামৰ মন আৰু ব্যক্তিত্বয়তো ইমানতে আলচা কথা এৰি দিব নোৱাৰে। তাতে আকৌ তেওঁ যে অসমৰ মানুহৰ 'কলিতা ৰজা।' গতিকেই মণিৰাম ওলাল এইবেলি স্বয়ং ভাৰতৰ বৰলাটৰ ওচৰলৈ আৰু সেই উদ্দেশ্যেই সেই সময়ৰ ভাৰতৰ ৰাজধানী কলিকতাৰ চিংপুৰ ৰোডৰ লাটু বাবুৰ ঘৰত উঠিলগৈ.... ....

ইয়াৰ পিছত অসমৰ কলিতা-ৰজা মণিৰাম দেৱান আৰু অসমীয়া মানুহৰ এচামৰ আত্মপ্ৰতিষ্ঠাৰ স্বপ্নৰ এই দ্বিতীয় ধাৰাটোৰ পৰিণাম অতি শোকাবহ তথা গভীৰ বেদনাদায়ক। জাতিৰ বুৰঞ্জীৰ ক্ৰান্তি-কালত এই একো একোটি চিন্তা প্ৰৱাহৰ নেতৃত্ব দিবলৈ গৈ নিজৰ সুখ-সুবিধা আনকি আত্মীয়-স্বজনকো জলাঞ্জলি দিয়া অধিক কি, নিজৰ প্ৰাণ পৰ্য্যন্ত উছৰ্গা কৰি যোৱা এই ক্ষণজন্মা পুৰুষসকলৰ কাৰণে



দেশৰ প্ৰজাই একো কৰিব নোৱাৰিলেও,

'চালত মলঙিলে চালেদৈ কোমোৰা
টেকেলিত মলঙিল লোণ,
মাটিত মলঙিলে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন' ........ বুলি পাৰে

মানে কান্দিলে।

আনন্দৰাম, হেমচন্দ্ৰ আৰু গুণাভিৰামৰ স্বপ্ন কিন্তু অব্যাহত থাকিল। ওলাই আহিল ৰমাকান্ত, ভোলানাথ, লম্বোদৰ আৰু কমলাকান্ত। দেশৰ দুখত পৰাণ দগ্ধ কবিৰ চিন্তাৰ অনল ৰাশিও আপোনাআপুনিয়েই জ্বালামুখীৰ লাভাৰ দৰে উদ্গীৰিত হৈ পৰিল এই সময়তেই :

'কোৱা পাহৰণি তোমাৰ পেটত
কতনো ৰাখিছা বুৰঞ্জী সুমাই।
চিন্তিলে এবাৰ মৰোঁ পুৰি দেই
কত জাতি—কীৰ্ত্তি খালা গিলি হায়!'

অথবা

'ই শিল ডুখৰি কোনে কাটিছিল
কাৰনো হাতৰ ই পুৰণি চিন ?
কোনে সাজিছিল শিলৰ আবাস
পমি বা সি জাতি ক'ত হ'ল লীণ' ......

ইত্যাদি এশ এটা জাতীয় চিন্তা, জাতীয় ভাবনাৰ ঢউ। এই সময়তেই ১৮৭২ চনতেই কলিকতাত প্ৰবাসুৱা ছাত্ৰৰ মেছত অসমীয়া ছাত্ৰ গঙ্গাগোবিন্দ ফুকন, জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱাই লগ-লাগি কলিকতাত 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা'ৰ জন্ম দিলে আৰু অৱশেষত ইয়াৰেই পৰিণতি স্বৰূপে আহি পৰিল উনবিংশ শতিকাৰ

শেহৰ ফালৰ 'অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা' (১৮৮৮) আৰু 'জোনাকী' (১৮৮৯) তথা 'নৱন্যাস'ৰ অন্তহীন জোৱাৰ ; চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ, হেম গোসাঁই, পদ্মনাথ, ৰজনীকান্ত, কনকলাল প্ৰভৃতি ন-অসম-গঢ়োঁতাসকলৰ অন্তহীন অঙ্গীকাৰ তথা প্ৰতিশ্ৰুতি।

## স্বৰাজৰ মহাবাণী

উনবিংশ শতিকাৰ শেষ আৰু বিংশ শতিকাৰ পাতনিৰ সময়-ছোৱাত এইদৰেই অসমৰ নতুন পুৰুষ চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ, লক্ষ্মীনাথ, পদ্মনাথে অথবা কনকলাল, ৰজনীকান্তই পশ্চিমীয়া সভ্যতা তথা সাহিত্য-সংস্কৃতিৰ হিৰণ-কিৰণত গা এৰি দি তেওঁলোকৰ আই-মাতৃক সকলো দিশতে নতুনকৈ সজাই-পৰাই লৈ পূজা-আৰাধনাত ব্যস্ত হোৱাৰ মুহূৰ্ত্ততেই অসমৰ বাহিৰত অ'ত ত'ত পুনৰ ভাৰতবৰ্ষৰ পৰা 'পৰ-ৰাজ' গুচাই (ইংৰাজক আতৰাই) 'স্বৰাজ' প্ৰতিষ্ঠা কৰাৰ নতুন স্বপ্নৰো বতৰা ৰিণিকি ৰিণিকি শুনিবলৈ পোৱা গ'ল। অৱশেষে উনবিংশ শতিকাৰ শেষ দশকতেই (১৮৯০-১৮৯২), ইংৰাজ সূৰ্য্যৰ পোহৰত পিঠিত কেঁচাৰ'দৰ এচেৰেঙা লৈয়েই তেজপুৰৰ লুইতপৰীয়া কমলাকান্তই যেন ভৱিষ্যত বাণী কৰিছিল এইদৰে :

'সিদিনা ৰোমৰ ভগা চিনবোৰে
নিজ স্বাধীনতা আনিলে মাতি,
গ্ৰীচকো ইদৰে ই চিনবিলাকে
লগালে সিদিনা একতাৰ গাঠি।
তেন্তে তুচ্ছ বুলি নাভাবো ই শিল
হৃদয় মাজৰ জপৰ ধন,
কৰিব এদিন ভাৰত সন্তানে
পৰাণ প্ৰতিষ্ঠা ইয়াৰ সাধন।'



গতিকেই অসমত অসমীয়াৰ ভাষিক আৰু সাংস্কৃতিক আত্ম-প্ৰতিষ্ঠাৰ দৃঢ় অঙ্গীকাৰ ঘোষণা কৰি কঠোৰ ব্ৰতত ব্ৰতী হোৱাৰ মুহূৰ্ত্ততেই, অথবা মধ্যযুগীয় অসমীয়া গাৱঁৰ আলি-পদূলিত সতকাই লগ পোৱা—

'দেহাৰ ভৰসা নাই ৰে ভাই
অথিৰ ধন জন, জীৱন-যৌৱন
অথিৰ এহু সংসাৰ'........ বুলি টোকাৰিটো হাতত লৈ

নৈৰাশ্যৰ গীত গাই ফুৰা উদাসীন বৰাগীজনৰ মুখত—

'দেখিছোঁ পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপি ঘৰ।
মানুহেই দেৱ ইহ জগতৰ
মানুহেই পৰাৎপৰ'........ বুলি উদাত্ত কণ্ঠৰ সঙ্গীত

দিয়াৰ মুহূৰ্ত্ততেই অথবা,

'গা বীণ গা অমৃত সঙ্গীত
শুকানে মেলক কুঁহি ;
প্ৰবাস ভাগৰ আঁতৰি পলাওক
মুখত ওলাওক হাঁহি'....... বুলি বীণ বৰাগীজনৰ

মুখত অমৃত সঙ্গীত শুনিবলৈ আশা কৰা আৰু অসমীয়াৰ ওপজা ঠাইখনিকেই—

'অ মোৰ আপোনাৰ দেশ!
অ' মোৰ চিকুণী দেশ!!
এনেখন শুৱলা, এনেখন সুফলা
এনেখন মৰমৰ দেশ........' বুলি স্তুতি-

গীত গাবলৈ আৰম্ভ কৰাৰ মুহূৰ্ত্ততেই পুনৰ দূৰ-দূৰণিৰ পৰা,

'সাজু হবৰে হ'ল ডেকা লৰা, সাজু হবৰে হ'ল।
তোৰ তপ্তৰুধিৰ ঢালি আয়েৰক শক্তি দিবৰে হ'ল॥'

অথবা, 'সাজু হ সাজু হ ন-জোৱান
তই কৰিব লাগিব অগ্নিস্নান।
বজ্র কণ্ঠেৰে বিশ্বক শুনোৱা সত্যৰ জয়গান
বুকুৰ তেজেৰে ধুই দে আজি ভাৰতৰ অপমান....'

আদিৰ সুৰীয়া উদাত্ত আহ্বানো শুনিবলৈ পালে। গতিকেই লুইতৰ পাৰত পুনৰ ন-সুৰৰ ন-বাঁহী বাজি উঠাৰ উপক্ৰম ঘটিল।

অসম আৰু অসমীয়া জাতিৰ ইতিহাসত আধুনিক যুগৰ পাতনিৰ এই সময়ছোৱাও যথেষ্ট দ্ৰুতগতিৰ। পৰিবৰ্ত্তনৰ ধুমুহাৰ ছাটিয়ে ইয়াত সতকাই দিশ পৰিবৰ্ত্তন কৰিছে। গতিকেই সময়ৰ আগচুলিত ধৰি অসমীয়া ন-পুৰুষে এই ধুমুহাৰ গতিৰ লগত উজান দিবৰ প্ৰয়াস কৰি আছিলেও সৰ্ব্বসাধাৰণে কিন্তু সময়ৰ এই খৰতৰ বেগত কেতিয়াবা কৰবাত উজুটি খাই পৰিবৰো উপক্ৰম কৰে। তথাপিতো অসমৰ প্ৰজাই, অসমৰ সৰ্ব্বসাধাৰণে যুগৰ আহ্বানক বাৰুকৈয়ে অভিনন্দন জনাই আহিছে; কৰি আহিছে বন্দনা। দেশৰ স্বৰাজৰ এই আহ্বানৰ সময়তো সেয়েই দেশৰ অন্যান্য অঞ্চলৰ তুলনাৰে যথেষ্ট পলমকৈ হলেও ইংৰাজৰ ছত্ৰছায়াত জিৰণি লৈ স্বস্তিৰ নিশ্বাস পেলোৱা অসমেও, বাহিৰত স্বৰাজৰ ধ্বনি শুনাৰ লগে লগেই—বিশেষকৈ ১৯১৯ চনৰ ১৪ এপ্ৰিল তাৰিখৰ ভাৰতৰ সিমূৰৰ পঞ্জাৱৰ অমৃতসৰত ঘটা নিষ্ঠুৰ 'জালিয়ানাবাগ হত্যাকাণ্ড'ৰ দুৰ্ভাগ্যজনক বতৰা শুনাৰ লগে লগেই ভাৰতত ইংৰাজ ৰাজত্বৰ উদ্দেশ্য আৰু সততা সম্পৰ্কে সন্দিহান হৈ পৰিল। তেওঁলোকে যেন হঠাৎ অনুভৱ কৰিলে: 'ভাৰতবৰ্ষত পুৰণিকলীয়া ৰাজনীতি, অনুনয়-বিনয়, আবেদন-নিবেদনৰ কাল অতীত হ'ল। যোৱা মহাযুদ্ধৰ সহযোগৰ ফলস্বৰূপে ভাৰতে পালে ৰাউলাট আইন আৰু জালিয়ালাবাগৰ হত্যাকাণ্ড। অমৃতসৰত কংগ্ৰেছ হৈ গৈছে (১৯১৯)। ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰবল বিক্ষোভৰ সৃষ্টি হৈ ভাৰতৰ



ৰাজনৈতিক আকাশত ভাৰতৰ ৰাজনীতি নতুন আকাৰ ধৰি প্ৰবল বেগেৰে গন্তব্য পথলৈ আগবাঢ়িছে।'

গতিকেই "অসমৰ ৰাজনীতিৰো পৰিবৰ্ত্তন হবৰ সময় পাৰ হৈ গ'লহি। তৰুণ অসমে ভাৰতৰ ৰাজনীতিৰ খোজতে খোজ মিলাই দিবলৈ প্ৰস্তুত হ'ল। এতিয়ালৈকে (১৯১৯) অসমে কংগ্ৰেছ আন্দোলনত আগভাগ লোৱা নাছিল। অতীতৰ প্ৰাগজ্যোতিষপুৰ ভাৰতবৰ্ষত প্ৰাচীন কালৰ পৰাই অসম নামে পৰিচিত হৈ আছিল। মহাভাৰতৰ যুগতো অসম ভাৰতৰ এখন বৃহৎ ৰাজ্যৰূপে গণ্য হৈছিল। মুছলমানৰ ৰাজত্বৰ সময়ত অসম অজেয় হৈ আছিল। নিজৰ ঘৰুৱা কন্দলত অসমীয়াই মানৰ হতুৱাই নিজৰ দেশ আক্ৰমণ কৰোৱাই শেহত দাসত্বৰ কবলত বান্ধ খালে। বৃটিছে মান খেদাই শেহত অসম দেশ বৃটিছৰ ৰাজ্যভুক্ত কৰি পেলালে। ইমানদিনে অসমীয়াই নদনবদন হৈ কোনো অভাৱ অনুভৱ কৰা নাছিল। কাৰণ প্ৰথম ৰাজনীতি হৈছে ভাত-কাপোৰ। এই দুটা বস্তুৰ অভাৱ অসমীয়াৰ নাই। ঘৰতে তাঁত বৈ, সূতা কাটি কাপোৰ তৈয়াৰ কৰা নিয়ম চলি থকাত অসমলৈ বেপাৰীসকল আহি অসমীয়াৰ বঢ়া ভাত কাঢ়ি খাব পৰা নাছিল।"

"ইংৰাজী শিক্ষাত অসমীয়াই আগবাঢ়িবলৈ ধৰিলে। নতুন শাসন প্ৰণালীৰ সুবিধা ভোগ কৰাৰ ভাগ্য অসমৰো ঘটিল। এতিয়া ৰাজনৈতিক আন্দোলন অসমীয়াই বেলেগে কৰাৰ কথা ভাবিবই নোৱাৰি। কাজেই হঠাৎ বৃহৎ ৰাজনৈতিক আন্দোলনে অসমকো সাবট মাৰি ধৰিলেহি। তৰুণ অসমে গৰ্জি উঠিল। অসমৰ আবেদন-নিবেদনৰ ৰাজনীতি উফৰি গ'ল। চৰকাৰৰ কৰ্ম্মচাৰীসকল আৰু নৰম পন্থাৰ লোকসকল কম্পমান হ'ল। তেজপুৰত বহা ৰাষ্ট্ৰ সন্মিলনত মই (কৃষ্ণনাথ শৰ্ম্মা, ১৮৮৭—১৯৪৬) একো বিশেষ ভাগ লোৱা নাছিলোঁ। মোৰ মনৰ ভাব বিৰাট জনতাৰ ভিতৰত

উৎপন্ন হোৱা নতুন জাগৰণৰ লগত মিলি যোৱাত আনন্দিত হৈছিলোঁ।”

“এই সন্মিলনত চন্দ্ৰনাথ শৰ্ম্মাই তৰুণ অসমৰ মনৰ গতি সুদৃঢ়-ভাৱে প্ৰকাশ কৰিছিল। সভাপতি আছিল ডিব্ৰুগড়ৰ চাহ খেতিয়ক শ্ৰীযুত প্ৰসন্ন কুমাৰ বৰুৱা........।”

ইয়াৰ পিছত যোৰহাটতো ৰাষ্ট্ৰ সন্মিলনৰ অধিবেশন বহিল। সভাপতি হ'ল নেপালী সম্প্ৰদায়ৰ নেতা ছবিলাল উপাধ্যায়। চন্দ্ৰনাথ শৰ্ম্মা আৰু নবীন চন্দ্ৰ বৰদলৈ আদি নেতাসকলে বিৰাট জন-তাৰ আগত বক্তৃতা দি সকলোকে মন্ত্ৰমুগ্ধ কৰিলে। অসমতো অসহযোগ আন্দোলন চলোৱাৰ সম্পৰ্কে আলোচনা হ'ল। লক্ষ্মীধৰ শৰ্ম্মাই কৃষ্ণনাথ শৰ্ম্মাক মুকলি সভাতেই ওকালতি বৰ্জ্জন কৰাৰ বাবে টানি ধৰিলে। অসমৰ গাৱেঁ-ভূঞে সভা-সমিতি হবলৈ ধৰিলে। জালিৱানাবাগৰ হত্যাকাণ্ডৰ কথা গাৱেঁ-ভূঞে প্ৰচাৰ হবলৈ ধৰিলে। ফলত অচিৰেই অসমীয়াৰ মনত ইংৰাজৰ 'সুশাসন'ৰ ওপৰত অবিশ্বাস জন্মিবলৈ আৰম্ভ কৰিলে আৰু অসমলৈও কংগ্ৰেছ আহি পৰিল। অধিক কি, চাওঁতে চাওঁতেই কংগ্ৰেছৰ তথা মহাত্মা গান্ধীৰ 'অসহযোগ আন্দেলনৰ ঢৌৱে ব্ৰহ্মপুত্ৰৰ বানপানী অহা দি গোটেই অসমতে খলকনি লগালে'।

“গাৱেঁ-ভূঞে সভা-সমিতি হ'বলৈ ধৰিলে। ৰাওলাট আইন আৰু জালিৱানাবাগৰ অমানুষিক হত্যাকাণ্ডৰ বিষয়ে বক্তৃতা আৰম্ভ হ'ল। স্কুল-কলেজ, ওকালতি আৰু কাউন্সিল বৰ্জ্জনৰ প্ৰস্তাৱ সকলো ঠাইতে গৃহীত হ'ল। কংগ্ৰেছ কমিটী স্থাপিত হ'ল (১৯১৯-১৯২০)। গাৱঁলীয়া মানুহক কংগ্ৰেছৰ সভ্য কৰাত আমি (কৃষ্ণনাথ শৰ্ম্মা প্ৰভৃতি) লাগি গলোঁ। অতি সোনকালে কংগ্ৰেছ অনুষ্ঠান অসমত বিয়পি পৰিল। গাৱঁলীয়া পঞ্চায়ত স্থাপন কৰা আদালত বৰ্জনৰ কাম আৰম্ভ হ'ল......”



ইয়াৰ পিছত অসমৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী, ভাৰতৰ স্বাধীনতা আন্দোলনৰ সুখ-দুখ, গৰিমা-লঘিমা, তথা ত্যাগ আৰু আত্মোৎসৰ্গৰ সোণালী অধ্যায়ৰেই একাংশৰ বাহিৰে অইন একো নহয়। ভাৰতে স্বৰাজ লাভৰ বাবে যি যি কঠোৰ ব্ৰত আৰু অঙ্গীকাৰৰ পথ ললে, যি যি চৰম ত্যাগ আৰু আত্মোৎসৰ্গৰ বাবে সাজু হ'ল অসমেও তাত ভাগ ললে।

“অহিংস অসহযোগ আন্দোলনৰ ফলত প্ৰায় দুশ-আঢ়ৈশ কৰ্ম্মীয়ে কাৰাবৰণ কৰিছিল। গাওঁবোৰত না না ৰকমৰ সভা-সমিতি হ'বলৈ ধৰিলে। সেই সময়ত ৰাইজে গোট খাই একো একোটা ডাঙৰ বৰসবাহ, ভাওনা আদি পাতিবলৈ ধৰিছিল আৰু কংগ্ৰেছৰ বাণী ভাওনা আৰু নামৰ মাজেদি প্ৰচাৰ হবলৈ ধৰিলে। বিয়ানাম বোৰতো নেওঠনী, যঁতৰ, সূতাকটা, গান্ধীজী, মহম্মদ আলী, চৌকৎ আলী, তৰুণ, নবীন আদি নামেৰে খাপ খুৱাই দিয়া হৈছিল। এই ভাওনা, নামত বিদ্ৰোহৰ গুটি সোমাই আছে বুলি সেইবোৰত কৰ্তৃপক্ষই এফালৰ পৰা অত্যাচাৰ আৰম্ভ কৰিবলৈ ধৰিলে।”

“ন-কছাৰী পুঠি-নৈৰ ওচৰত এখন বৰ ডাঙৰ বৰসবাহ হৈছিল। সভা মণ্ডপটো বৰ ডাঙৰকৈ সজোৱা হৈছিল। দুই তিনিটা মৌজাৰ মানুহ আহি বৰসবাহৰ বিৰাট আয়োজন কৰিছিল। এই বৰসবাহ-বোৰ আমাৰ সামাজিক অনুষ্ঠান। বৈষ্ণৱ ধৰ্ম্মৰ ঘাই ধৰণী হৈছে নাম-কীৰ্ত্তন। নাম-ধৰ্ম্মপ্ৰাণ অসমীয়া মানুহক আনে এৰিলেও নামে নেৰে। অসমীয়া ৰাইজৰ নাম-কীৰ্ত্তন হৈছে জীৱনৰ উশাহ-নিশাহ। হিন্দু সমাজৰ সকলো শ্ৰেণীকেই নাম-ধৰ্ম্মই সাবটি আছে। পুলিচে মিলিটেৰীৰ সহায়ত এই-নকছাৰী মৌজাত পতা বৰসবাহত নাম-কীৰ্ত্তন কৰি থকা অৱস্থাতে ৰভাঘৰ ভাঙি পেলাই, মাহ-প্ৰসাদ দলিয়াই পেলাই নাম-কীৰ্ত্তন কৰোঁতাসকলক গুৰ্খাই সঙ্গীনেৰে খুচি উৎপাত কৰিছিল। ৰাইজৰ মাজত ক্ষোভ উপস্থিত হৈছিল।

মহাত্মাজীৰ অহিংসা মন্ত্ৰই ৰাইজক ৰক্ষা কৰিলে। আমাৰ ৰাইজে এই অত্যাচাৰ নীৰৱে সহ্য কৰিলে……।"

অকল সিমানেই জানো? ১৯২৬ চনৰ নিচিনা সময়তেই মাত্ৰ যোল্ল হাজাৰ অধিবাসীৰ গুৱাহাটী নগৰীয়ে ভাৰতীয় কংগ্ৰেছৰ দৰে বিৰাট জনতাৰ অনুষ্ঠান এটিকো গুৱাহাটীৰ ওচৰৰ পাণ্ডুৰ নগৰলৈ নিমন্ত্ৰণ কৰি পেলালে: আৰু তাত ভাৰতৰ এচুকত পৰি থকা যান-বাহনৰ বিশেষ সা-সুবিধা নথকা, অধিক কি মূলধনৰ নামমাত্ৰও নথকা অসমীয়াই নিজৰ একমাত্ৰ সম্পদ সৎ-সাহস, সৰলতা আৰু অতিথি-পৰায়ণতাখিনিকে লৈ ভাৰতীয় নেতৃবৰ্গৰ মন-প্ৰাণ মুহি পেলালে: পাণ্ডুৰ-নগৰত 'সমবেত বিৰাট নৰনাৰায়ণ-ৰূপক' বন্দনা জনালে। অসমৰ খাদী, হস্তশিল্প, অসমীয়া স্থাপত্য, গৃহনিৰ্ম্মাণ, মণ্ডপ নিৰ্ম্মাণ-পদ্ধতিয়ে ভাৰতীয় দৰ্শকবৃন্দৰ চকুত চমকনি তুলিলে। অধিক কি, পাণ্ডুৰ-নগৰীৰ প্ৰদৰ্শনী মণ্ডপত অসমীয়া জীয়ৰী-বোৱাৰীৰ হাতে-কটা সূতা, হাতে-বোৱা কাপোৰ দেখি, আনকি কণ কণ ছোৱালীৰো এইবোৰত দক্ষতা দেখি মহাত্মাকে প্ৰমুখ্য কৰি মদনমোহন মালবা, মীৰা বেন আদিয়ে সাধুকথাৰ দেশ দেখাদি দেখিলে।

ইয়াৰ পিছত আহিল যথাক্ৰমে ১৯৩০।১৯৩১ ৰ 'আইন অমান্য' আন্দোলন আৰু ১৯৪২ ৰ 'ভাৰত-ত্যাগ' আন্দোলন। অসমৰ অসমীয়াই এইবোৰতো দেখুৱালে নিজৰ সাহস আৰু যোগ্যতাৰ অতুলনীয় নিদৰ্শন। অসমৰ বৰ লুইতৰ পাৰত থৌকি-বাথৌ লগাই বাজি উঠিল জ্যোতিপ্ৰসাদৰ অগ্নি-বীণাৰ সুৰ:

'লুইতৰ পাৰৰে আমি ডেকা লৰা
মৰিবলৈ ভয় নাই।
মুকুতি-মেধৰ মহান মেজিৰ
নেজাল ফিৰিঙতি চাই,
পুৰোহিতো যদি থিতাতে আঁতৰি
ত্ৰাসতে মূৰ্চ্ছা যায়,
আমি আগে বাঢ়ি ডিঙি পাতি পাতি
তেজেৰে বলিশাল যামে বোলাই।'

অকল লুইতৰ পাৰৰ ডেকা ল'ৰায়ে জানো ওলাব দেশৰ 'মুকুতি-মেধ'ৰ এই মহান যজ্ঞলৈ? —নহয়। কিয়নো এনে সময়তেই লুইতৰ পাৰৰ প্ৰতি গাৱেঁ ভূঞে, চুকে-কোণে চেনেহৰ তাঁতৰ পাটকেখনিকে পৰম সম্পদ বুলি বুকুত সাবটি থকা অসমীয়া জীয়ৰী-বোৱাৰী কেজনিয়েও, যে—

'গাভৰু কালৰ সুখৰ সপোন দেখি
তাঁতৰ পাটত
চানেকি বাছোতে পিছে
দেখিলে এদিন কোনোবা কবিয়ে
বাটে বাটে অগ্নি-গানৰ
জুই ফিৰিঙতি সিঁচে….'

গতিকেই লুইতৰ ইপাৰ সিপাৰ জুৰি অচিৰেই:

'হুঙ্কাৰি উঠিল মুক্তি-যুজাৰু
ওলাই আহিল অসমী গাভৰু
মৃত্যু বিজয়ী গাৱৰ জীয়ৰী
দীপ্ত কনকলতা
লুইতৰ পাৰৰ ৰণ-ৰঙ্গিনী
স্বদেশ মুক্তিব্ৰতা….

ইয়াৰ পিছত অসমৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীও ভাৰতৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীৰ লেখিয়া মুক্তি-যু'জাৰুৰ জেল-জৰিমনা ফাঁচী-কলিয়াপানীৰ বুৰঞ্জী; অথবা সাম্ৰাজ্যবাদী ইংৰাজ শাসক-শোষকৰ স্বাধীনতাকামী প্ৰজাৰ ওপৰত কৰা অবৰ্ণনীয় অত্যাচাৰ

বা জোৰ-জুলুমৰ হৃদয়-বিদাৰক কাহিনী, কনকলতা আৰু কুশল কোঁৱৰহঁতৰ কাহিনী ; ত্যাগ আৰু আত্মোৎসৰ্গ, তেজ আৰু চকুপানীৰ কাহিনী ; যি কাহিনীৰ ইতিবৃত্ত লিখিবলৈ গ'লে সি আৰু অন্য এখন বুৰঞ্জীহে মাথোন হব।

## স্বাধীনতাৰ স্বকীয়া সোৱাদ

সঁচাকৈয়ে বিশ্বৰ ভিতৰতে অতুলনীয় বুৰঞ্জীৰ সৃষ্টি কৰা, বহুতৰে তেজ, বহুতৰে চকুপানী, বহু কনকলতা–কুশলকোঁৱৰৰ চৰম আত্মোৎসৰ্গ, বহু কমলামিৰি–ৰতন কছাৰীৰ কঠোৰ ব্ৰত আৰু সাধনা, বহু ত্যাগবীৰৰ ত্যাগ আৰু বহু কৰ্মীৰ অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত অৱশেষত আমালৈ স্বৰাজ বা স্বাধীনতা আহিল। ভাৰতবৰ্ষৰ এই স্বাধীনতাৰ আন্দোলনৰ নেতৃত্ব দিছিল হয়তো লোকমান্য তিলক, মহামান্য গোখেল, মহাত্মা গান্ধী আৰু মতিলাল, জৱাহৰলাল আদিয়ে। অসমতো এই মহান আন্দোলনৰ নেতৃত্ব দিবলৈ আগবাঢ়ি আহিছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদি অনেকে। ইয়াৰ উপৰিও দেশৰ বাইজে ৰোহিণী কুমাৰ হাতীবৰুৱা, লক্ষীধৰ শৰ্ম্মা, চন্দ্ৰনাথ শৰ্ম্মা, কৃষ্ণনাথ শৰ্ম্মা, অমিয় কুমাৰ দাস আদি অক্লান্ত কৰ্ম্মীও পাইছিল অনেক! তাৰোপৰি কতজনে কত ভাবে যে দেশমাতৃকাৰ মুক্তিৰ এই অভূতপূৰ্ব্ব আহ্বানত সঁহাৰি নজনাইছিল! কত জ্যোতিপ্ৰসাদ, কত অম্বিকাগিৰিয়ে যে 'কত কাব্য–কথাৰেই' দেশ-মাতৃকাৰ এই সময়ৰ গৌৰৱোজ্জ্বল ভাগ্যাকাশখন ৰামধেনু-বুলীয়া কৰি তুতুলিছিল !!

স্বাধীনতাই নিসন্দেহে আমাক বহুতো বস্তু দিলেও। ইংৰাজ ৰাজত্বৰ সুদীৰ্ঘ ছকুৰি বছৰে একপ্ৰকাৰ পৰিকল্পিতভাৱেই শিক্ষা-দীক্ষা সকলোতে পিচ পেলাই ৰখা অসমত স্বাধীনতাৰ



আগ মুহূৰ্ত্তলৈকে এখন বিশ্ববিদ্যালয় নাছিল। নাছিল এখন মেডিকেল কলেজ, ইংজিনিয়াৰিং কলেজ ; গাৱেঁ-ভূঞে আজিকালিৰ দৰে সিঁচৰতি হৈ পৰা অসংখ্য স্কুল-কলেজৰ কথা বাৰু বাদেই দিলো। কিন্তু স্বাধীনতাৰ পিছ মুহূৰ্ত্ততেই ভগৱানৰ আশীৰ্ব্বাদৰ দৰেই আমালৈ আহি পৰিল এখন এখনকৈ·তিনিখনকৈ বিশ্ববিদ্যালয়; তিনিখন মেডিকেল কলেজ, তিনিখন ইঞ্জিনিয়াৰিং কলেজ; আৰু যে কত কি! অকল ১৯৪৮ চনৰ বছৰটোতেই অসমে গুৱাহাটীৰ বিশ্ববিদ্যালয়, অসমৰ হাইক'ৰ্ট আৰু ছিলং-গুৱাহাটীৰ ৰেডিঅ' ষ্টেচনটো পোৱাৰ সৌভাগ্য লাভ কৰিলে। ইয়াৰ উপৰিও স্বাধীনতাৰ আজিৰ মাত্ৰ পঁশিচটা বছৰতে আমি যে আমাৰ প্ৰতিখন গাৱেঁ-ভূঞে কত স্কুল, কত পঢ়াশালি নাপাইছো! এইবোৰৰ উপৰিও, স্বাধীনতাৰ সুফল হিচাবে আমি পাইছোঁ আমাৰ হাজাৰ হাজাৰ বছৰীয়া সমস্ত অতীতৰ বহু গো–পতা, গৰু-বাটৰ ঠাইত অসংখ্য 'ৰাজআলি'; বাঁহৰ সাঁকোৰ ঠাইত অসংখ্য কাঠ আৰু কংক্ৰিটৰ দলং বা ব্ৰীজ ; আৰু সেইবোৰৰ ওপৰেদি প্ৰচুৰ যান-বাহন মটৰ ৰেলগাড়ীৰ ব্যৱস্থা। ইয়াৰ উপৰিও গাৱেঁ গাৱেঁ ডাক্তৰ, ডাক্তৰখানা, ডাকঘৰ, বিজুলীবাতি আদিৰ এশ এটা উন্নয়ন বা পৰিবৰ্ত্তনৰ সূচনাও নিসন্দেহে আমাৰ উপৰিপুৰুষসকলৰ সিদিনাৰ ত্যাগ আৰু আত্মোৎসৰ্গ, কনকলতা, কুশলকোঁৱৰহঁতৰ সিদিনাৰ তেজ আৰু চকুপানীৰেই সুফল।

দেশ বা দেশবাসীয়ে নিশ্চয় আৰু অনেকখিনিয়েই পালেহেঁতেন এই পঁশিচ বছৰে ; যদিহে এইখিনিতেই আজিৰ ভাৰতীয় জীৱনৰ চৰম অভিশাপ বা কলঙ্ক হিচাবে দেশৰ এচাম ডা-ডাঙৰীয়া বা নেতা-বিষয়াৰ মাজত 'দুৰ্নীতি'ৰ ৰঘুমলাই শিপাই নপৰিলেহেঁতেন। এই দুৰ্নীতিয়েই নিসন্দেহে স্বাধীনতাই মুকলি কৰি দিয়া দেশৰ ৰাইজৰ কপালৰ পৰা অনেক কিবাকিবিকেই কাঢ়ি লৈ গ'ল ; আন কথাত দেশৰ ৰাইজক এওঁলোকে প্ৰতাৰণা কৰিলে অথবা

ৰাইজৰ ভাণ্ডাৰৰ পৰা দেশৰ এইচাম দুৰ্নীতিপৰায়ণ নেতা-বিষয়া বা তেওঁলোকৰ সহযোগীসকলে চুৰি বা ডকাইতি কৰি দেশ আৰু দেশবাসীক অনেক প্ৰকাৰে ঠগিলে। (দেশৰ বুৰঞ্জী বা ভৱিষ্যতে নিশ্চয় এওঁলোকক ক্ষমা নকৰিব; অথবা আজিৰ এইচাম দুৰ্নীতিপৰায়ণ পিতৃপুৰুষৰ এই চুৰি-ডকাইতিৰ বিষফল ভক্ষণ কৰি তেওঁলোকৰ বংশধৰসকলৰ জীৱন নিসন্দেহে অভিশপ্ত আৰু কলঙ্কিত হৈ পৰিব।)—নহলে সেই হৃত সম্পদেৰে দেশ বা দেশ-বাসীয়ে হয়তো ইমানদিনে আৰু অনেক স্কুল, কলেজ, বিশ্ববিদ্যালয়, আলি-পদূলি, ৰেল-জাহাজ অথবা ডাক্তৰ, ডাক্তৰখানা, ডাকঘৰ, বিজুলিবাতি আদি পালেহেঁতেন, পাব পাৰিলেহেঁতেন।

ইয়াৰ উপৰিও দেশখনৰ চৰকাৰেও নিশ্চয় ভাৰতৰ দৰে এখন অনুন্নত অথচ জন-বহুল দেশৰ পৰিচালনাৰ পথত কৰবাত কিবা এটি মাৰাত্মক ভুল বা ত্ৰুটিপূৰ্ণ পথ অৱলম্বন কৰিছিল, যাৰ ফলত আজি বিশ্ব-জুৰি সমাজবাদ বা সাম্যবাদৰ ধ্বনি উঠাৰ সময়তো ভাৰতত ধনী ক্ৰমাৎ ধনী হৈ যোৱাৰ আৰু দুখীয়া ক্ৰমাৎ দুখীয়া হৈ যোৱাৰ পথো খোলা হৈছিল; আনহাতে এই ত্ৰুটিপূৰ্ণ পথেই আনি দিছিল আজিৰ সমগ্ৰ ভাৰতৰ নগৰে-গাৱেঁ দেখা দিয়া ব্যাপক কৰ্ম্ম-সংস্থান-হীনতাও। ভাৰতে নিসন্দেহে ভাৰতীয় জাতিৰ ৰাজনৈতিক মুক্তিৰ দৰে অৰ্থ-নৈতিক মুক্তিৰ পথতো জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ প্ৰদৰ্শিত পথকেই (খাদী, গ্ৰামোদ্যোগ, স্বদেশী আদি) অৱলম্বন কৰিব লাগিছিল; সেয়ে নহলে চুবুৰীয়া ৰুচিয়া বা চীনদেশৰ পথেই হয়তো আছিল ভাৰতৰ অৰ্থনৈতিক মুক্তি বা অৰ্থনৈতিক পুনৰ-গঠনৰ প্ৰশস্ত পথ। কিন্তু এইবোৰৰ এটিৰো যিহেতু ভাৰতৰ ক্ষেত্ৰত প্ৰয়োগ কৰা নহ'ল অথবা পৰীক্ষা-নিৰীক্ষা কৰা নহ'ল, বৰঞ্চ তাৰ বিপৰীতে পশ্চিমীয়া পুঁজিবাদী সমাজ ব্যৱস্থাৰ ক্ষয়িষ্ণু আদৰ্শক যধে-মধে প্ৰবেশ কৰিব দিয়া হ'ল, সেইহেতুকেই ভাৰতেও আজি



পশ্চিমীয়া পুঁজিবাদী সমাজ-ব্যৱস্থাৰ ব্যাধি বা কুফল স্বৰূপ এই দুৰ্নীতি, ধনী-দুখীয়াৰ সমস্যা বা ব্যাপক কৰ্ম্ম-সংস্থানহীনতাৰ দৰে এশ এটা সমস্যাত ভুগিবলগীয়া হ'ল।

স্বাধীন ভাৰতৰ অৰ্থনৈতিক পুনৰ গঠন বা অৰ্থনৈতিক পুনৰ্বি-ন্যাসৰ ভুলৰ ফলত দেখা দিয়া সাম্প্ৰতিক থেলি-মেলিয়ে নিসন্দেহে অসমকো কাবু কৰি নেপেলোৱাৰ কথা নুঠে; বিশেষকৈ ই যেতিয়া আজি এটি সৰ্ব্বভাৰতীয় ব্যাধি। কিন্তু দেশে নিশ্চয় অচিৰেই এই ভুলৰ পৰা হাত সাৰি উঠিব লাগিব; অন্ততঃ আজিৰ ভাৰতৰ নাগৰিক হিচাবে আমি এই আশাকে পোষণ কৰি ৰাখিব লাগিব আৰু তেতিয়াই দেশৰ বাকী অংশৰে সৈতে অসমেও নিশ্চয় সাম্প্ৰতিক কালৰ এই অৰ্থনৈতিক বিপৰ্য্যয়ৰ তথা থেলিমেলিৰ পৰা হাত-সাৰি এখন সুন্দৰ শোষণমুক্ত নতুন সমাজ পাব আৰু সেই সমাজৰ অংশীদাৰ হিচাবে নিজকে ধন্য মানিব। তাৰ বাবে অৱশ্যে দেশবাসীৰো লাগিব সদা-সতৰ্ক প্ৰচেষ্টা আৰু দেশৰ নতুন নেতৃবৰ্গৰো লাগিব প্ৰগতি-শীল চিন্তা, শ্ৰম আৰু স্বাৰ্থ-শূন্য, শুদ্ধ সেৱা।

যিয়েই নহওক, অসমে নিশ্চয় অসম তথা ভাৰতৰ স্বাধীনতাৰ সন্ধিক্ষণৰ অস্থিৰ মুহূৰ্ত্তটিত এগৰাকী যোগ্য লোককেই (লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱক) দেশৰ নেতা হিচাবে পোৱাৰ সৌভাগ্য লাভ কৰিছিল; নহলে যে ভাৰতৰ প্ৰদেশবোৰৰ 'গ্ৰুপিং' বা তাৰো আগৰ-পিছৰ মুছলিম-লীগ বা পাকিস্তানৰ স্বপ্নৰ বলীয়া বতাহজাকৰ সময়ছোৱাত অসমৰ ভাগ্যলৈও কি টনা-আজোৰাই নচলিছিল দেশত! ভাগ্যে যেনিবা সেই বেলিলৈ বৰদলৈ ডাঙৰীয়াৰ অক্লান্ত পৰিশ্ৰম, জাতিৰ জনক মহাত্মা গান্ধীৰ স্নেহ আৰু আশীৰ্ব্বাদৰ ফলত দেশ বা জাতিটো বাচি গ'ল। ইয়াৰ উপৰিও, ইয়াৰ পিছতেই অসম তথা অসমীয়াৰ ভাগ্যাকাশত আৰু যে কত কিমান ন ন সমস্যা, ন ন প্ৰশ্নৰেই উদয় নহৈছে ইমান দিনে!

এইবোৰৰ কাৰণেও নিসন্দেহে বৰদলৈদেৱৰ দৰে এজন ধীৰ-স্থিৰ, সৰ্ব্বজনযোগ্য তথা সৰ্ব্বভাৰতীয় মৰ্য্যাদাৰ অক্লান্ত দেশকৰ্ম্মী বা নেতাৰেই দেশৰ বাবে খুব বেছি প্ৰয়োজন আছিল এই সমন্বয়ছোৱাত। কিন্তু দেশ বা দেশবাসীৰ চৰম দুৰ্ভাগ্যৰ গুণেই স্বাধীনতাৰ প্ৰথম পুৱাতেই (১৯৫০ চনৰ ৫ আগষ্ট আৰিখে) অসমে হঠাৎ এনেজনা প্ৰিয় আৰু যোগ্য নেতাক হেৰুৱাব লগীয়াত পৰিল। ফলত প্ৰায় তেতিয়াৰে পৰাই আৰম্ভ হৈ গ'ল, আৰম্ভ হবৰ উপক্ৰম হ'ল দেশ বা দেশবাসীৰ কপালৰ আজিৰ নেতৃত্ববিহীন নিঠৰুৱা অৱস্থা আৰু তেওঁলোকৰ ভাগ্যাকাশৰ এশ এটা জটিল, আওপকীয়া সমস্যা।

## জাতীয় চিন্তাৰ আউল আৰু নেতৃত্বৰ বিভ্ৰান্তি

অসমত অসমীয়া মানুহৰ জাতীয় চিন্তা আৰু চৰ্চ্চাৰ আউল লগা অৱস্থাও নিসন্দেহে দেশৰ এই সময়ৰ এশ এটা সমস্যাৰ বাবে কম জগৰীয়া নহয়।

'অসম' মানে কি? 'অসমীয়া' মানে কি? অথবা অসমৰ অসমীয়াৰ আশা-আকাঙ্ক্ষা, অভাৱ-অভিযোগ নো কি? ইত্যাদি কথাৰ পোনপটীয়া সুস্থিৰ সমিধানৰ অভাৱ আৰু তাৰ ফলতেই অসমৰ অসমীয়া জাতি বা তেওঁলোকৰ নেতৃবৃন্দই স্বাধীনতাৰ এই পঁশিচ বছৰে নিশ্চয় বহুখিনি হেৰুৱাবলগীয়া হৈছে; আন কথাত তেওঁলোকে ধনে-জনে অনেক ক্ষতি স্বীকাৰ কৰিব লগীয়া হৈছে।

'অসম' মানে নো তেনে কি? আৰু তাৰ 'অসমীয়া' মানে??

এই কথাৰ উত্তৰ হয়তো আমাক দেশৰ বুৰঞ্জী বা দেশৰ বাহিৰৰ অন্য প্ৰদেশৰ বাস্তৱে দিব। —আমি জনাত ভাৰতবৰ্ষৰ বিভিন্ন বিস্তৃত অঞ্চলত অসমীয়াৰ দৰে বঙালী, উৰীয়া, তামিল, তেলেগু আদি বিভিন্ন জাতীয় গোট আছে; আৰু এই গোটবোৰ



ঘাইকৈ বঙালী, উৰীয়া, তামিল, তেলেগু প্ৰভৃতি ভাষাবোৰক আশ্ৰয় বা ভেটি কৰি কালক্ৰমত গঢ় লৈ উঠিছে। অসমতো সেই-দৰেই অসমীয়া ভাষাক আশ্ৰয় কৰি শ শ বছৰ ধৰি এটি জাতীয় গোটে গঢ় লৈ উঠিছিল; আৰু নিসন্দেহে সেই জাতীয় গোটটিয়েই আছিল অসমীয়া। আনহাতে বুৰঞ্জীৰ ফালৰ পৰা চালেও আমি দেখো যে হাজাৰ হাজাৰ বছৰ ধৰি ব্ৰহ্মপুত্ৰৰ উপত্যকা অঞ্চলত, বিশেষকৈ ভৈয়াম অঞ্চলত বিভিন্ন সময়ত বিভিন্ন বিচিত্ৰজন যেনে অষ্ট্ৰিক, দ্ৰাবিড়, প্ৰাক-বৈদিক আৰ্য্য, বৈদিক আৰ্য্য আৰু তিব্বতবৰ্ম্মীসকলে আহি আহি ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰ ওপচাই পেলাইছিল আৰু অৱশেষত ধীৰে ধীৰে সকলোৰে দিয়া-লোৱা আদান-প্ৰদানৰ ভিত্তিত এক নতুন সভ্যতাৰ জন্ম দি লৈ, তাৰ পতাকাৰ তলত থিয় হব পৰাৰ সুযোগ-সুবিধা উলিয়াই লৈছিল; আৰু সি আছিল নিশ্চিতভাৱে সুপ্ৰাচীন প্ৰাগজ্যোতিষীয় সভ্যতা বা নৰক-ভগদত্তীয় সভ্যতা; যি সভ্যতাৰ বলত বলীয়ান হৈয়েই হয়তো সিদিনা মহাভাৰতৰ যুগত, ভাৰত-যুদ্ধৰ বিস্তীৰ্ণ ক্ষেত্ৰত সমবেত বিচিত্ৰ পতাকাৰ মাজত প্ৰাক-বৈদিক আৰ্য্যবীৰ 'প্ৰাগজ্যোতিষাধিপতি' ভগদত্তৰ সৈতে 'চীন' (অষ্ট্ৰিক) আৰু 'কিৰাত' (তিব্বতবৰ্ম্মী) সৈন্যয়ো একত্ৰে প্ৰাগজ্যোতিষীয় পতাকা উৰুৱাব পাৰিছিল। কালক্ৰমত এই সভ্যতায়েই কামৰূপীয় সভ্যতালৈ ৰূপান্তৰিত হৈছিল; আৰু সৌ সিদিনা (আগৰ অধ্যায়বোৰত যাৰ গতিধাৰা দেখুৱাই অহা হৈছে) মাথোন ই হৈ পৰিছিল অসমীয়া সভ্যতা বা সংস্কৃতি। অসমীয়া ভাষাও নিসন্দেহে ইতিহাসৰ এই গতি-প্ৰবাহতেই সৃষ্টি হৈছিল আৰু ইয়াক ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিচিত্ৰ বিভিন্নজনেই যথাসময়ত উমৈহতীয়া ভাৱে জন্ম দিছিল আৰু তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। গতিকে অসমীয়া ভাষা মূলতঃ ব্ৰহ্মপুত্ৰ উপত্যকাৰ সহস্ৰজনৰ নিজা ভাষা; আৰু এই ভাষাক নিজৰ বুলি আঁকোৱালি ধৰি থকা মানুহখিনিয়েই নিসন্দেহে অসমীয়া। —এসময়ত অৱশ্যে এই ব্ৰহ্মপুত্ৰ উপত্যকাৰ

পৰিসৰ পূবে দিক্কৰবাসিনী বা তাৰো আগৰ পৰা পশ্চিমে কৰতোয়া নদীৰ সঙ্গমস্থলীলৈ (কৰতোয়াং সমাশ্ৰিত্য যাবদ্দিক্কৰ বাসিনীম্) বিস্তৃত আছিল ; কিন্তু কালক্ৰমত ইতিহাসৰ গতি বা অসমীয়া জাতিৰ ভাগ্যৰ ফেৰত পূবৰ সীমা প্ৰায় অলৰ-অচৰভাৱে থাকিলেও পশ্চিমৰ সীমা ক্ৰমাৎ টুটি আহি সোণকোষকে সীমা কৰি ৰৈছিলহি।

অসমৰ পৰ্ব্বত কিন্তু চিৰকাল ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই তীব্ৰ সমন্বয় বা সংহতিৰ গতি-প্ৰবাহৰ পৰা বাহিৰতেই আছিল। এওঁলোকৰ নগাপাহাৰ, অৰুণাচলৰ ৰাইজৰ অধিকাংশই ইতিহাসে চুকি নোপোৱা কালৰে পৰা দূৰ পাহাৰৰ মাজত প্ৰায় 'অজ্ঞাত বাসে'ই কৰি আহিছিল। অধিক কি সুপ্ৰাচীন দিছপুৰ প্ৰাগজ্যোতিষপুৰৰ গাতে লাগি থকা খাছীয়া আৰু জয়ন্তীয়াৰ দৰে সৰু সৰু ভাষিক আৰু সাংস্কৃতিক গোট একোটাও হাজাৰ হাজাৰ বছৰ জুৰি তলৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাষিক আৰু সাংস্কৃতিক সমন্বয়ৰ তীব্ৰ জোঁৱাৰৰ পৰা প্ৰায় অক্ষত অৱস্থাতেই ৰৈ গৈছিল। গাৰো আৰু মিকিৰ পাহাৰেও সময়ে সময়ে কোচ-কামতা বা ডবাক-কপিলী ৰাজ্যৰ অন্তৰ্ভুক্ত হবলগীয়া হলেও, তেওঁলোকৰ ভাষা আৰু সংস্কৃতিক এৰি দিয়া নাছিল। কাছাৰ আৰু উত্তৰ কাছাৰ অৱশ্যে আছিল তাৰ ব্যতিক্ৰম ; কিয়নো এই দুখন জিলালৈ বা এই অঞ্চললৈ একালৰ অসমীয়া ভাষা আৰু সংস্কৃতিৰ প্ৰবল পৃষ্ঠপোষক কছাৰীসকলেই ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাষা সংস্কৃতিক তালৈ কঢ়িয়াই নিছিল আৰু তাক ব্ৰহ্মপুত্ৰ উপত্যকাৰ লেখিয়া অসমীয়া ভাষাৰ ক্ষেত্ৰ বিশেষলৈ ৰূপান্তৰিত কৰি তুলিছিল।

অসমলৈ ইংৰাজসকল অহাৰ আগ মুহূৰ্ত্তলৈকে নিসন্দেহে এইখনেই আছিল অসমৰ ভাষিক আৰু সাংস্কৃতিক মানচিত্ৰ। অৱশ্যে ঠাইবিশেষে ব্ৰহ্মপুত্ৰ উপত্যকা বা ভৈয়ামতো কিছুমান আছুতীয়া



অঞ্চল বা জন-সংযোগ ৰহিত ঠাইত তিব্বতবৰ্মীসকলৰ একাংশই যেনে, বড়ো, ৰাভা, কছাৰী, মিৰি আদি সম্প্ৰদায়বিশেষে নিজৰ স্বকীয় ভাষা-কৃষ্টিও যে বচাই ৰখা নাই, তেনে নহয়। কিন্তু সেয়া হলেও বাহিৰৰ বিশাল উপত্যকাৰ মূল অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰবাহকো তেওঁলোকে কোনো দিনে পৰৰ বুলি ঠেলি দিয়া নাই বা নাছিল। (অৱশ্যে এই কথাও সত্য যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া ভাষা কোনো দিনে কোনো বিশেষ জনগোষ্ঠীৰ ভাষা নাছিল। ই যে এই উপত্যকাৰ আটাইৰে উমৈহতীয়া সাংস্কৃতিক বা ৰাজনৈতিক বান্ধোনৰহে ভাষা, আৰু তাক বিচিত্ৰজনে বহু কষ্ট স্বীকাৰ কৰি জন্ম দিছে তাক এই গ্ৰন্থৰ বিভিন্ন প্ৰসঙ্গত ফহিয়াই দেখুৱাই অহা হৈছে। আনহাতে অসমৰ আজিৰ থলুৱা অনেকেই কোনোবা কাহানিবাই তেওঁলোকৰ নিজৰ নিজৰ ভাষা এৰি দি অসমীয়াকেই আশ্ৰয় কৰি আগবাঢ়ি আহিছে আৰু কিছুমানে হয়তো সিমানখিনি অৱস্থা পোৱাগৈ নাই ; তফাৎ এইখিনিয়েই মাত্ৰ।) আনহাতে ইংৰাজ সকল অহাৰ মুহূৰ্ত্তলৈকে এই উপত্যকাৰ আদৰ্শ পথ আছিল সমন্বয় আৰু সংহতিৰ পথ ; প্ৰগতিৰ পথ। এই সময়ছোৱাতেই বিভিন্ন মুহূৰ্ত্তত বিচিত্ৰজনে ভাৰতীয় ব্ৰাহ্মণ্য আৰু মহাপুৰুষীয়া সংস্কৃতিৰ হাত-বাউলি গ্ৰহণ কৰি হিন্দুধৰ্ম্ম তথা সংস্কৃতিৰ নামঘৰ-মণিকূটত প্ৰৱেশ কৰিছিল। গাৰোৰ গোবিন্দ, জয়ন্তীয়াৰ মাধৱ, আনকি নগাৰ নৰোত্তমেও এই সময়তেই অসমৰ ভৈয়ামৰ বৰ লুইতৰ দৰে বিশাল বলীয়া সংস্কৃতিৰ সঙ্গমত স্নান-অৱগাহন কৰি ভৈয়ামৰ অসমীয়াৰে সৈতে এক হৈ যোৱাৰ কথা ভাবিছিল হয়তো। কিন্তু পুনৰ ইতিহাসৰ পৰিহাসক্ৰমে তৎমুহূৰ্ত্ততেই আহি উপস্থিত হ'লহি দেশৰ পৰ্ব্বত-ভৈয়ামৰ আগত সাতসাগৰ তেৰ-নদীৰ সিপাৰৰ ইংৰাজৰ খ্ৰীষ্ট ধৰ্ম্ম আৰু তাৰ আনুষঙ্গিক খ্ৰীষ্টীয় সংস্কৃতি। গতিকেই পৰ্ব্বত-ভৈয়ামত পুনৰ বাৰুকৈয়ে ফাট মেলাৰ উপক্ৰম হ'ল ; পৰ্ব্বত আৰু ভৈয়াম পৃথক হ'ল।

গতিকেই ইংৰাজোত্তৰ কালত 'অসম' মানে নিসন্দেহে অসমীয়া ভাষা-সংস্কৃতিক কেন্দ্ৰ কৰি গঢ় লৈ উঠা দেশৰ ব্ৰহ্মপুত্ৰ উপত্যকা অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকাৰ আজিৰ সাতখন জিলা আৰু কাছাৰৰ জিলা দুখনেই আছিল ; আৰু 'অসমীয়া' বুলিলে এই অঞ্চল দুটাৰ সৈতে নিজৰ ভাগ্য বা জীৱনক জড়িত কৰি ৰখা মানুহখিনিয়েই আছিল। (ইংৰাজৰ আগমনৰ মুহূৰ্ত্ততো দৰাচলতে এইখনেই আছিল প্ৰকৃত অসম : আনকি ৰাজনৈতিকভাৱে সিও আহোম আৰু কছাৰী দুই ৰাজশক্তিৰ তলতহে বিভক্ত হৈ আছিল। বাদবাকী অন্যান্য পাৰ্ব্বত্য অঞ্চল নগাপাহাৰৰ পৰা লুচাই পাহাৰলৈকে ইংৰাজেহে ধীৰে ধীৰে তাৰ লগত সংযোগ কৰি অসমৰ ৰাজনৈতিক মানচিত্ৰ-খন অযথা জটিল আৰু আউল লগা কৰি তুলিছিল। আনহাতে এই ইংৰাজেই আকৌ তলে তলে পৰ্ব্বতক ভৈয়ামৰ পৰা সাতসাগৰ তেৰ নদীৰ সিপাৰৰ হাজাৰ হাজাৰ মাইল দূৰৰ সংস্কৃতিলৈ আঁতৰাই লৈ গৈছিল।) সেয়েই ভাৰত তথা অসমৰ স্বাধীনতাৰ সুপ্ৰভাততেই অথবা তাৰো পিছৰ দেশৰ পুনৰ গঠনৰ সময়ছোৱাতেই (১৯৫৫-৫৬ চনত), অসমৰ অসমীয়াই নিশ্চয় নিজৰ প্ৰকৃত ঘৰখন চিনি লোৱাটো উচিত আছিল ; অৰ্থাৎ নিজৰ ঘৰৰ চৌহদ বা মজিয়াত থিয় হৈ লোৱাটো উচিত আছিল ; আৰু তাৰ পিছত তেওঁলোকৰ নিজা স্বকীয়া আশা-আকাঙ্ক্ষা যেনে, অসমত অসমীয়া ভাষাক ৰাজ্যভাষা কৰা, অসমৰ শিক্ষা-সংস্কৃতিৰ বিকাশ সাধন কৰা, অসমীয়া ভাষাক শিক্ষা-সংস্কৃতিৰ মাধ্যম কৰা, আদি বিষয়বোৰত পোনপটীয়াকৈ মনোনিবেশ কৰিব লাগিছিল। ইয়াৰ উপৰিও, অসমত অসমীয়াৰ অৰ্থনৈতিক জীৱনৰ পুনৰ্বিন্যাস সাধন কৰা, অসমৰ ঔদ্যোগীকৰণ কৰা, থলুৱা লোকৰ স্বাৰ্থ সংৰক্ষণ কৰা আদি এশ এটা দায়িত্ব, আৰু কৰ্ত্তব্যটো আছিলেই অসমৰ অসমীয়া জাতীয় চৰকাৰ এখনৰ বাবে।



কিন্তু কাৰ্য্যক্ষেত্ৰত এইটো কৰা নহ'ল। আন কথাত জাতিৰ ভাগ্যাকাশৰ এই সন্ধিক্ষণৰ মুহূৰ্ত্তত দেশৰ বুদ্ধিজীৱি তথা নেতা-নেতৃত্ব ভুল পথে পৰিচালিত হ'ল ; বিভ্ৰান্ত হ'ল। ফলত আৰম্ভ হৈ গ'ল :

'অসম' মানে কি ? অসমীয়াৰ 'সংস্কৃতি' মানে কি ? নগাযাঠি নে জাপি !

দিল্লীৰ 'অসম-হাউচ'ৰ চ'ৰাঘৰ অসমৰ কি সাংস্কৃতিক প্ৰতীক-চিহ্নেৰে সজাব ? নগাযাঠিৰে নে জাপিৰে ! নে দুয়োৰে !!

আকৌ দিল্লীৰ গণতন্ত্ৰ দিৱসৰ লালকিল্লা বা তালকট্‌ৰা উদ্যানৰ সমাবেশলৈকেই বা অসমৰ কি কি সাংস্কৃতিক চানেকি পঠাব ?

—খাছীপাহাৰৰ নংক্ৰেম-নৃত্য, নে লুচাই পাহাৰৰ বাঁহ-নৃত্য ! নেফা আৰু নগাপাহাৰৰ যুদ্ধ আৰু চিকাৰ নৃত্য দুটাতো আছেই।

আনহাতে ভৈয়ামৰ বিহু-গীত বা বিহু-নৃত্য আৰু বড়ো-কছাৰীৰ খেৰাই-নৃত্য বা বৰপেটা, মাজুলিৰ বৰগীত, সত্ৰীয়া-নৃত্য আদি ?

—দিল্লীৰ সমাবেশত এইবোৰে হয়তো বেছি 'জমাব' নোৱাৰিব ! হয়তোবা অসমৰ বৈশিষ্ট্যক প্ৰতিনিধিত্ব কৰিব নোৱাৰিব !!

গতিকেই সেইবোৰক সযত্নে বাদ দি ৰখা হ'ল ; সচেষ্টভাৱে আঁতৰাই ৰখা হ'ল।

পৰিণতিত সুদীৰ্ঘ পঁচিশ বছৰ জোৰা বৃথা স্বপ্ন, ভুৱা প্ৰচাৰ আৰু ভুল প্ৰদৰ্শনীৰ ফলত দেশৰ স্বাধীনতাৰ পঁচিশ বছৰ কালত একালৰ সমৃদ্ধ সুসংস্কৃত অসমৰ তথা ফুকন-বৰদলৈ আদি বা পাণ্ডু কংগ্ৰেছৰ মাজেদি প্ৰতিফলিত হোৱা অসমখনিৰ ছবি শীঘ্ৰেই বাহিৰৰ নতুন পুৰুষৰ বাবে হৈ পৰিল এনে ধৰণৰ :

অসম ক'ত ? —ছিলঙত।

ছিলঙত কোন থাকে ? খাছীয়াসকল। গতিকেই খাছীয়া-সকলেই অসমীয়া।

গুৱাহাটী ক'ত ? —অসমত।

অসম ক'ত ? —নগাপাহাৰত। নগাপাহাৰত নগাসকল থাকে। তেওঁলোকে মানুহৰ মূৰ কাটে ; অন্ততঃ এদিন হয়তো কাটিছিল। গতিকেই দিল্লীৰ ষ্টেচনত গুৱাহাটীলৈ বিদায় দিয়া বন্ধুক মূৰটো চম্ভালি ৰাখিবলৈ সাৱধান কৰি দিবলগীয়া হ'ল।

আনহাতে অসমৰ বাহিৰলৈ, দিল্লী-বোম্বাইলৈ সঘনে আহি থকা স্কুল-কলেজৰ অথবা বিশ্ববিদ্যালয়ৰ সুশ্ৰী দেখনিয়াৰ ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতীৰ দলবিলাক বাৰু ক'ৰ ? তেওঁলোকে বাৰু অসমৰ পৰা অহা বুলি কয় কেলেই ?

—নিশ্চয় তেওঁলোক অসমত থকা অন্য কোনো ভাৰতীয়ৰ বংশধৰ, হয়তো বঙালী ! কিয়নো অসমত যে পাহাৰী মানুহবোৰহে থাকে !!

এইদৰেই আৰম্ভ হৈ গ'ল, দেশৰ বাহিৰে ভিতৰে অন্তহীন বিভ্ৰান্তি, মাথোন বিভ্ৰান্তি.... । অথচ স্বাধীনতাৰ মাত্ৰ পঁচিশ বছৰৰ ব্যৱধানতে দেশৰ নেতা-নেতৃত্বৰ এই সমূহ পণ্ডশ্ৰম আৰু ভুৱা স্বপ্নৰ বেহু ফালি এখন এখনকৈ সমূহ পাহাৰে ঢাপলি মেলিলে ; তেওঁ-লোকৰ ঐতিহাসিক আৰু সাংস্কৃতিক বাস্তৱৰ মজিয়া বিচাৰি ; স্ব-প্ৰকাশ বিচাৰি। আনহাতে অসমৰ অসমীয়ায়ো অৱশেষত সুদে-মূলে সকলোকে হেৰুৱাই ( সকলো হেৰোৱাৰ পিছত এই পঁচিশ বছৰে সজাই-পৰাই সালঙ্কৃতা কৰি তোলা ৰাজধানীখনকো হেৰুৱাই) প্ৰায় হৃত-সৰ্ব্বস্ব হৈ স্ব-গৃহলৈ স্ব-ভূমিলৈ (নিজৰ ভৈয়ামখনিলৈ), উলটি আহিবলগীয়াত পৰিল।

অসমত অসমীয়াৰ জাতীয় চিন্তাৰ এই মাৰাত্মক বিভ্ৰান্তি আৰু তাৰ সৰ্ব্বনশীয়া পৰিণতিৰ তুলনা নিশ্চয় সমসাময়িক ভাৰতৰ ইতিহাসতেই বিৰল। জাতিৰ চিন্তাধাৰা তথা চিন্তা প্ৰবাহৰ ভুল



বা কুফলৰ পৰিণতি কিন্তু ইমানতেই সীমাবদ্ধ নাথাকিল। বৰঞ্চ, ইয়েই স্বাধীনতাৰ পিছৰ সুদীৰ্ঘ পঁচিশ বছৰ কালৰ সকলো মৌলিক তথা জাতিৰ জীৱন-মৰণৰ প্ৰশ্ন জড়িত সমস্যাতেই বাৰুকৈয়ে ক্ৰিয়া-প্ৰক্ৰিয়া কৰিলে।

ফলত, ৰাজ্য পুনৰ গঠনৰ সময়ত 'ফিজো'ৰ নগাপাহাৰক অসমৰ পৰা আঁতৰি যাব দিবলৈ টান পোৱা নেতৃত্বই, নৰনাৰায়ণ-চিলাৰায় তথা শঙ্কৰ-মাধৱৰ কোচবিহাৰক অসমৰ লগত চামিল কৰিবলৈ ন দি কব নোৱাৰিলে (১৯৫৫।৫৬); অথবা ৰাজ্যভাষা আন্দোলনৰ সময়ত (১৯৬০) সংখ্যালঘু (গাৰো, খাছীয়া আদিয়ে বোধকৰো) বিচাৰিলেহে অসমত (ছিলং পাহাৰৰ অসমত) অসমীয়া ভাষা ৰাজ্যভাষা হব পাৰিব বুলি কলে ( বিমলা প্ৰসাদ চালিহা, ৩।৩।৬০ )।

এইক্ৰমেই অৱশেষত ধীৰে ধীৰে আৰম্ভ হৈ গ'ল অসমত অসমীয়াৰ ছবিখন ক্ৰমাৎ অস্পষ্ট অনুজ্জ্বল ৰূপ পৰিগ্ৰহ কৰাৰ করুণ আত্মঘাতী ইতিহাস আৰু তাৰ প্ৰকৃত আশা–আকাঙ্ক্ষাৰ প্ৰতি নেতৃত্বৰ উদাস মৌন নিৰ্লিপ্ততা ; অথবা ছিলং পাহাৰৰ কুঁৱলী ধূসৰ পৰিবেশত হয়তো দেশৰ নেতৃত্বৰো মনৰ কুঁৱলী ক্ৰমাৎ বেছি ডাঠ, বেছি ছাঁয়াঘন হৈ পৰাৰ অৱস্থা। ফলত ভাৰতৰ অন্যান্য প্ৰাদেশিক গোট যেনে বঙালী, উৰীয়া আদিয়ে ইমান দিনে তেওঁ-লোকৰ আশা-আকাঙ্ক্ষাৰ পৰিপূৰ্ত্তিৰ বাবে বা আত্মবিকাশৰ বাবে যেনেদৰে নিজৰ বুলিবলৈ চৰকাৰ এখন পালে, অসমত অসমীয়া খিনিয়ে স্বৰূপতে তেনে চৰকাৰ এখন নাপালে ; পৰিণতিত আৰম্ভ হৈ গ'ল আজিৰ অসমত অসমীয়াৰ দুৰৱস্থা আৰু দুৰ্দ্দশাৰ করুণ শোচনীয় অধ্যায়...।

দেশ বা দেশৰ ৰাইজৰ অৱস্থা কিন্তু চিৰকাল এনেকুৱা নাছিল। অইনহে নালাগে মাথো দুদিনৰ আগৰ আহোম ৰাজত্বৰ কাললৈকে দেশৰ অৱস্থা আছিল যিপিনেই চোৱা যায় সিপিনেই নদন-বদন। আহোমসকলেতো এই দেশলৈ আহি এই দেশৰ শস্য-শ্যামলা, সুজলা-সুফলা ৰূপ দেখি আনন্দতে উৎফুল্ল হৈ দেশখনৰ নামেই দিছিল 'মুঙ্-ডুঙ্-ছুন্-খাম্'; অৰ্থাৎ সোণৰ বাগিচাৰ দেশ। —এনেহেন সোণৰ বাগিচা হেনো এই দেশত সৌ সিদিনালৈকে মিৰ্-জুম্লাই অসম আক্ৰমণ কৰিবলৈ অহাৰ দিনালৈকে (১৬৬২–৬৩) বৰ্ত্তমান আছিল আৰু মিৰ্জুমলা নবাবৰ লগত অহা মুছলমান ঐতিহাসিক চাহাবুদ্দিনেও এইখন সোণৰ দেশৰ শস্য-শ্যামলা, সুজলা-সুফলা ৰূপৰ কথাকেই বাৰে বাৰে উল্লেখ কৰি গৈছিল।

মোৱামৰীয়াৰ উপদ্ৰৱৰ ফলতেই নিসন্দেহে দেশখন উছন হৈ গৈছিল, এৰাবাৰীত পৰিণত হৈছিল; আৰু এই মায়ামৰীয়াৰ ভূতৰ ওপৰতেই মানৰ দানহে লম্ভি এৰাবাৰীক আকৌ মৰিশালি, শ্মশানলৈ ৰূপান্তৰিত কৰিছিল। ভাগ্যে যেনিবা এনে সময়তেই ইংৰাজসকল আহিল আৰু দেশখনৰো প্ৰাণ প্ৰতিষ্ঠা বা পুনৰ সংস্থাপনৰ ব্যৱস্থাত সহায় কৰিলে। ইয়াৰ পিছত ধীৰে ধীৰে ইংৰাজৰ ছত্ৰছাঁয়া বা 'সুশাসন'ৰ ফলত দেশৰ অৰ্থনীতি বা সমাজ–জীৱনেও এক নতুন ৰূপ পৰিগ্ৰহ কৰাৰ পথত আগবাঢ়িলে।

ইংৰাজসকলৰ আগমনেই দেশখনৰ ভাগ্যত এক নতুন অভিজ্ঞতাৰো পাতনি মেলিলে; সি হ'ল ক্ৰমাৎ ধীৰে ধীৰে দেশৰ বাহিৰৰ ভাৰতৰ বিচিত্ৰজন আৰু বিচিত্ৰ-জীৱনৰ সৈতে অসমৰ অসমীয়াৰো সংযোগ সাধন। অৱশ্যে ইয়াৰ আগতেও যে বাহিৰৰ লোকৰ সৈতে অসমৰ অসমীয়াৰ সংযোগ নাছিল, তেনে নহয়। কিন্তু মধ্যযুগৰ



অসমৰ আহোম, কোচ আৰু বাহিৰত মুছলমান ৰাজত্বৰ সময়-ছোৱাত, নিসন্দেহে একান্ত ৰাজনৈতিক কাৰণত, ভিন্ন দেশৰ মানুহৰ সৈতে অসমৰ অসমীয়াৰ যোগাযোগ কিছু নিয়ন্ত্ৰিত কৰি ৰখা হৈছিল; বিশেষকৈ বাহিৰৰ মানুহ বা বহিৰাগতৰ অসম প্ৰবেশ সদায় সন্দেহ আৰু সতৰ্কতাৰ দৃষ্টিৰে চোৱা হৈছিল।

"অসমৰ যৌৱন কালত কোচবেহাৰক সীমা কৰি তাৰ ভাটী ফালৰ পৰা যেয়ে আমাৰ দেশত প্ৰবেশ কৰিছিলহি সেয়ে বঙাল নাম পাইছিল। স্বাধীন ৰজাৰ স্বতন্ত্ৰীয়া আদেশ শিৰোধাৰ্য্য কৰি অসমীয়া বিষয়াই বঙাল-কটাতে এইবুলি টাব্‌চিলিঙি পুতি থৈছিলগৈ যে, সেই সীমা পাৰ হৈ যি কোনো বঙালেই আহক অসমৰ অভিমুখে ব্ৰহ্মপুত্ৰইদি কেতিয়াও উজাই আহিব নোৱাৰে। যদিহে কিবা ৰজাঘৰীয়া কামত বা ৰাজকীয় কথাত আহিবলগীয়া হৈছিল, তেন্তে সি কপিলী-কলঙেদিহে অসম দেশত সোমাবহি পাৰিছিল। অসমীয়া মানুহৰ মানত তেতিয়া বিদেশী বুলিলে লেই-লেই, ছেই–ছেই; বঙালৰ বস্তু বেচা-কিনা কৰা মহা-পাপ আৰু বঙালৰ আৰ্হি অনুকৰণ কৰাও অতি গৰ্হিত কাম। সেইদেখি, এটি বঙাল বা বিদেশীয়ে অসমত থিত দিলেহিয়েই, গুৱাহাটী চহৰৰ বৰফুকনৰ টোলৰ পৰা গড়গাওঁ নগৰৰ স্বৰ্গদেৱৰ চ'ৰালৈকে গোটেইখন তল-ওপৰ লাগি গৈছিল। তাতে আকৌ অসম ৰজাৰ অসম-তন্ত্ৰৰ ৰ'দ লৈ ডাঙৰ-দীঘল হোৱা অসমীয়া বিষয়াবিলাকৰ এইটো কথা বঢ়িয়াকৈ জনা আছিল যে এইখন অসম দেশ, ইয়ালৈ সোমোৱা বিদেশী মাত্ৰৰেই অভিপ্ৰায় মন্দ।"

"তেতিয়া যীছুখৃষ্টৰ শক ১৬৩৯, যেতিয়া ফিৰিঙ্গী বুলিলেই অসমীয়াই ফৰিং-খেদা দিছিল। অসংখ্য বঙাল সেনাৰ লগত অসম দেশ চাওঁ বুলি ক'ত এটা শগুণ মাৰিছিল সিও আমাৰ চোৰাং-চোৰা–চেংধৰাৰ তীক্ষ্ণ দৃষ্টিত পৰি স্বৰ্গদেৱৰ শৰণাপন্ন হব লগীয়া

হৈছিল। তেতিয়া শিয়ালকুচীৰ (শোৱালকুছিৰ) ওচৰৰ কোঠ এটিত আমাৰ আৰু বঙাল সেনাৰ মাজত থৈয়ানথৈয়া ৰণ চলি আছিল। 'পাচে, ফিৰিঙ্গী এটা শিয়ালকুচী কোঠৰ পৰা আহি শগুণৰ গালৈ হিলৈ মাৰিলে। আমাৰ মানুহে হিলৈৰ শব্দ শুনি খেদি গৈ ফিৰিঙ্গীটোক ধৰি আনিলে। পাচে সকলে ফিৰিঙ্গীটোক লাইফঙ্গজাঙ্গত কৈ ৰজাদেৱৰ ঠাইলৈ দি পঠালে।' কথিত আছে, ফিৰিঙ্গীটোক হেনো ৰজাৰ আদেশমতে ডিঙিত ডাকু লগাই, সি যি বাটেদি আহিছিল সেই বাটেদিয়েই গুচি যাবলৈ এৰি দিয়া হ'ল।"

হায়, ভাগ্যৰ ফেৰ! ১৬৩৯ চনত যি ফিৰিঙ্গীৰ ডিঙিত ডাকু লগাই অহা বাটেদিয়েই উভতি যাবলৈ হুকুম দিয়া হৈছিল, ১৮২৬ চনত আকৌ তেনেকুৱা ফিৰিঙ্গীয়েই দেশৰ ৰজা-প্ৰজা উভয়কে নিশ্চিত মৃত্যুৰ মুখৰ পৰা তুলি ধৰিবলৈ আগবাঢ়ি আহিব লগীয়াত পৰিল।

যিয়েই নহওঁক, ইংৰাজ ফিৰিঙ্গীয়ে দেশ লবৰে পৰা দেশৰ পশ্চিম দুৱাৰ কিন্তু দেশৰ বাহিৰৰ আন মানুহৰ কাৰণে তেনেই মুক্ত আৰু অবাৰিত হৈ পৰিল আৰু এই খোলা দুৱাৰেদি বিভিন্ন অজুহাত, বিভিন্ন কাৰণত হোৰা-হোৱে মানুহ এই দেশলৈ সোমাবলৈ ধৰিলে। ইংৰাজ সৈন্যৰ সৈতে পোনপ্ৰথমে হিন্দুস্থানী আৰু দেছুৱালী চিপাহীসকল অসম সোমাল আৰু তেওঁলোকৰ লগে লগে সৈন্যবাহিনীৰ ছাউনিত ৰচদ-পাতি যোগোৱাৰ নামত বাহিৰৰ বেপাৰী কিছুমানে এই দেশ পালেহি। ইয়াৰ আগেয়ে "ই দেশৰ লোকসকলে বাণিজ্যক অনাদৰ কৰিছিল। প্ৰায় সকলো লোকেই সকলো প্ৰকাৰৰ বস্তু আপুনি উপাৰ্জন কৰিছিল। বিদেশী লোকৰ সংখ্যা অতি কম; এই হেতুকে লোকৰ অভাৱ অধিক নাছিল। যাৰ কোনো দ্ৰব্যৰ প্ৰয়োজন আছিল সি সৰহীয়া বা অপ্ৰয়োজনীয় বস্তু সলনি কৰি তাক পাইছিল।"



আনহাতে "পূৰ্ব্বে ই দেশলৈ লোণ, চেনি, যবক্ষাৰ, কাপোৰ, মনি প্ৰভৃতি বস্তু বঙ্গাল দেশৰ পৰা আহিছিল। আৰু এই দেশৰ পৰা হাতী-দাঁত, মজাঠি, কপাহ, এড়ি, মুগা, পাট-সূতা প্ৰভৃতি বস্তু ভাটীৰ ফাললৈ পঠোৱা হৈছিল। তেতিয়া যিসকলে ইয়াত বেপাৰ কৰিছিল তেওঁবিলাকে এনেকৈ কৈছিল বোলে 'শোকোতা দি মুকুতা পাইছো।' এই দেশ বৃটিছ অধিকৃত হলত আন দেশৰ লোক ইয়াত বাণিজ্য কৰিবলৈ আহিল। কেঁয়া নামৰ প্ৰসিদ্ধ মাৰোৱাৰৰ আগৰৱালা আৰু অসোৱাল, ঢাকাৰ মুছলমান বেপাৰী আৰু কিছুমান অন্য বঙ্গালী বেপাৰী এই দেশৰ প্ৰধান বণিক। এই দেশীয় মানুহৰ মাজত বেপাৰ কৰা লোকৰ সংখ্যা সৰহ হলেও বিখ্যাত কোনো বেপাৰী নাই। অসম দেশৰ বেপাৰ হোলোং নৌকাৰ দ্বাৰা হয়। বঙ্গালী আৰু কেঁয়া মহাজনবিলাকে বঙ্গালী নাওঁ আৰু ধোঁৱাৰ জাহাজেৰে বস্তু অনাই বেপাৰ কৰিছে। এতিয়া প্ৰতি মাহেই কেইবাবাৰো ধোঁৱাৰ জাহাজ এই দেশলৈ অহাৰ দ্বাৰা দেশত বাণিজ্য ক্ৰমে বৃদ্ধি পাব লাগিছে।"

কিন্তু এই সময়তেই 'ভাটীৰ ভাল ভাল বস্তুৰ প্ৰতি দেশীয় মানুহৰ মন ৰৰকৈ যাব ধৰিলে। সেইদেখি আমালোকৰ একপ্ৰকাৰে চালে উৎপন্নতকৈ ব্যয় অধিক। সেইকাৰণে আমাৰ ঋণ আৰু বাঢ়িৰ (সুদৰ) সংখ্যা কিছু অধিক' হোৱাৰ উপক্ৰম হ'ল। আনহাতে "আসাম দেশত পূৰ্ব্বে শিল্পবিদ্যাৰ বিশেষ অনুশীলন আছিল, তাত বৰ অপটুতা নাছিল। এই দেশৰ কোনো কোনো নদীৰ পৰা সুৱৰ্ণ পোৱা গৈছিল আৰু তাৰে বিস্তৰ সাহায্য পাইছিল। নানা প্ৰকাৰ কপাহ, মুগা, এড়ি আৰু পাটৰ কাপোৰ, তাম, পিতল, কাঁহৰ বাচন, সোণ-ৰূপৰ অলঙ্কাৰ, হাতী-দাঁত, কাঠ-বাঁহৰ অনেক বস্তু এই দেশত তৈয়াৰ হোৱাত দেশীয় মানুহৰ প্ৰয়োজন সাধন হৈছিল। এই সকল কাৰ্য্যৰ নিমিত্তে মানুহৰ খেল আছিল;

সেই সেই খেলৰ মানুহে সেই সেই কাৰ্য্যকে কৰিছিল। এই খেল কোনো বৈদিক জাতি ঘটিত নাছিল। এই খেল বিভাগ ব্যৱসায় অনুসাৰে হৈছিল। সেই সেই খেলৰ লোকসকলে নিজে ব্যৱসায় কৰিছিল আৰু তাক উন্নত কৰিবলৈ সুযোগ পাইছিল। সি ব্যৱসায়ৰ নিমিত্তে ৰাজকীয় বৃত্তিও সিহঁতে পাইছিল অৰ্থাৎ সি লোকসকলে নিজ ব্যৱসায় ৰজাৰ সমীপত উৎসৰ্গ কৰাত ৰজাৰ পৰাও নিষ্কৰে ভূমি ভোগৰ অধিকাৰ পাইছিল। তাৰ পৰা অন্যান্য লোকৰো উপকাৰ হৈছিল। পাছে বৃটিছ অধিকাৰ হোৱাত খেলৰ প্ৰণালী লোপ পালে। সকলোৱে নিজ নিজ ব্যৱসায় কৰি তাৰ উৎপন্ন নিজে উপভোগ কৰিবলৈ আৰু ভূমিৰ কৰ দিবলৈ বাধ্য হ'ল। ইফালে বিদেশীয় বস্তু আহিবলৈ ধৰিলে। সুযোগ পাই লোকে বিদেশীয় বস্তুৰ প্ৰতি আদৰ কৰাত দেশীয় শিল্পকাৰ্য্য লোপ হবলৈ" ধৰিলে। তাৰোপৰি অন্য প্ৰদেশৰ তুলনাৰে এই দেশত জাতি বন্ধনো শিথিল হোৱাত অথবা জাতি অনুসৰি বৃত্তি বা ব্যৱসায়ৰ বিশেষ ধৰা-বন্ধা ৰীতি নোহোৱাত, প্ৰায় প্ৰতিজনৰেই ভাত দুসাজৰ বাবে যথোপযুক্ত মাটি-জমি থকাত শীঘ্ৰেই অসমৰ অসমীয়া মানুহৰ মাজৰ পৰা সকলো প্ৰকাৰৰ বৃত্তি বন্ধ হবৰ উপক্ৰম হ'ল। অধিক কি, 'বস্ত্ৰ নিৰ্ম্মাণ এই দেশীয় স্ত্ৰীজাতিৰ এটি প্ৰধান কাৰ্য্য। কিন্তু বিদেশীয় সূতা আৰু বস্ত্ৰ সদায় ই দেশলৈ আহি থকাত অনেক স্ত্ৰীয়ে সি কাৰ্য্যৰ তাদৃক শ্ৰদ্ধা নকৰা' হ'ল।

অৰ্থাৎ অচিৰেই ইংৰাজসকল অহাৰ মাত্ৰ পঁঞ্চাশ বছৰৰ ভিতৰতেই (১৮৭১ চনত গুণাভিৰাম বৰুৱাই 'আসাম বুৰঞ্জী' লিখিবলৈ বহাৰ সময়তেই) অসমত অসমীয়া মানুহে অসমৰ পুৰুষ-স্ত্ৰীয়ে থলুৱা সকলো বৃত্তি-ব্যৱসায় বন্ধ কৰি লৈ অকল খেতিৰ মাটিখিনিৰ ওপৰত নিৰ্ভৰ কৰি—বাদ-বাকী সকলো বস্তুৰ কাৰণে



বিদেশীৰ মুখাপেক্ষী হবলৈ আৰম্ভ কৰি দিলে; আন কথাত মাথো দুদিনৰ আগতে বিদেশীৰ লগতে বিদেশী বস্তুকো ঘিন কৰা অসমীয়া জাতিয়ে ৰাজনৈতিকভাৱে বিদেশীৰ পদলেহনকাৰী হোৱাৰ লগে লগে অৰ্থনৈতিকভাৱেও বিদেশীৰ ওচৰত নিজকে বিক্ৰী কৰি দিয়াৰ উপক্ৰম কৰিলে। গতিকেই আৰম্ভ হৈ গ'ল অসমত অসমীয়া মানুহৰ মাৰোৱাৰৰ কেঁয়া, ঢাকা-অসোৱালৰ মুছলমান বেপাৰী আৰু বঙ্গদেশৰ বঙালী বেপাৰী বা মহাজনৰ ওচৰত 'ঋন আৰু বাঢ়ি'ৰ ইতিহাস আৰু এইক্ৰমেই অৱশেষত দেশৰ বুকুতে দেশীয় মানুহৰ কেৱল 'খৰিদ্দাৰ'ৰ জাত হৈ ধীৰে ধীৰে ভেটি-মাটি সকলোকে হেৰুৱাই পেলাবৰ উপক্ৰম কৰাৰ করুন, শোকাবহ অধ্যায়।

আফ্ৰিকাৰ আফ্ৰিকীয় অৰণ্যৰ নিগ্ৰোসকলৰ মাজত কাঁচৰ চিকমিকীয়া মণি বা তাদৃশ আ-অলঙ্কাৰ বিক্ৰী কৰি বা বিনিময় কৰি এসময়ত ইউৰোপীয় সদাগৰ বা বণিক শ্ৰেণীয়ে সোণ-ৰূপ-হীৰা বা হাতী-দাঁতৰ নিচিনা মহামূলীয়া সম্পদ ঘটাৰ সাধুকথাৰ লেখিয়া কাহিনী শুনাৰ বা পঢ়াৰ ভাগ্য বা দুৰ্ভাগ্য আমাৰ ঘটিছে; কিন্তু ভাৰতৰ মাটিতে 'শোকোতা দি মুকুতা বেহোৱা'ৰ ইতিহাস ভাৰতৰ অন্য কোনো অঞ্চলত নঘটিলেও এই অসম মুলুকত কিন্তু ইমান দিনে ঘটি থকাৰ কথা আমাক দেশৰ ইতিহাস আৰু বাস্তৱে সাক্ষ্য দিছে। গতিকেই স্বাধীনতাৰ লগে লগেই দেশৰ জাতীয় চৰকাৰৰ নেতৃত্বই অসমৰ অসমীয়া মানুহখিনিৰ সাম্প্ৰতিক কালৰ এই মাৰাত্মক আত্মঘাতী শ্ৰম-বিমুখিতা আৰু পৰিণতিত তেওঁলোকৰ ঘৰতে অঘৰী হব যোৱা অৱস্থাটোৰ প্ৰতি পোনতেই চকু দিবলগীয়া আছিল নিশ্চয়।

ইংৰাজসকলে খুলি দিয়া দুৱাৰেদি দেশৰ ভিতৰত সোমোৱা ধুমুহাৰ দ্বিতীয় ছাটিতো আছিল নিসন্দেহে সেই সময়ৰ ভাৰতৰ বিভিন্ন প্ৰদেশৰ মানুহৰ বাবে 'ভাৰ্জিন-চইল' বা নতুন পৃথিবী

স্বৰূপ অসমে উদণ্ডাই দিয়া বিভিন্ন সুযোগ-সুবিধাৰ আলম লৈ অসমলৈ বোৱা ব্যাপক জনস্ৰোতটো।

ইংৰাজসকলে দেশ লৈয়েই দেশত অফিচ-আদালত পাতিলে; অ'ত ত'ত দুই-এখন স্কুলো পাতিলে। ইয়াৰোপৰি ছিলঙত নতুনকৈ ৰাজধানী নগৰ এখনো পাতিলে। গতিকেই এইবোৰত কাম কৰিবলৈ ইংৰাজী শিক্ষাত শিক্ষিত, অসংখ্য কেৰাণী-মহৰীৰ প্ৰয়োজন হ'ল। নৱ-আবিষ্কৃত অসমত যিহেতু তেনে শিক্ষাৰ পাতনিয়েই নাই সেই হেতু চুবুৰীয়া বঙ্গদেশৰ পৰাই সেই আটাইবোৰ কেৰাণী-মহৰীকেই আমদানি কৰিবলগীয়া হ'ল; আনকি উকীল-মেজিষ্ট্ৰেট, পিয়ন-চাপ্ৰাছীও অনা হ'ল। ধীৰে ধীৰে ডাকঘৰ, ডাক্তৰখানা, ৰেলআলি, জাহাজঘাটো আহিল। সেইবোৰৰ কাৰণেও ইংৰাজী শিক্ষাত শিক্ষিত বা যন্ত্ৰবিদ্যাত পাৰ্গত লোক লগা হ'ল। কিন্তু অসমত সেইবোৰৰ একোৱে সুবিধা কৰা হোৱা নাই। আনহাতে বঙ্গদেশৰ চুক-কোণ ইতিমধ্যে প্ৰয়োজনীয় সকলো শিক্ষা-শিক্ষানুষ্ঠানেৰে উপচি পৰিছে। বিশেষ ৰেল-জাহাজ সকলো যিহেতু কলিকতা মহানগৰীৰ পৰাহে ইয়ালৈ পোখা মেলি আহিছে, সেই হেতুকে স্বাভাৱিকভাৱেই বা পৰিকল্পিতভাৱেই সকলোৰে পিছে পিছে অহা বঙালী 'বাবু', বঙালী চাকৰিয়ালেৰেই দেশ ভৰি পৰিল: অধিক কি, এসময়ত এনেহে অৱস্থা হ'লগৈ যেন আধুনিক যুগৰ ৰেল-জাহাজ, ডাকঘৰ-ডাক্তৰখানা আনকি স্কুল-কলেজ, অফিচ-আদালত সকলো বঙ্গদেশৰ বঙালী বাবুসকলৰ বাবেহে ইংৰাজ চৰকাৰে বা ঈশ্বৰে এই দেশত থাপনা কৰিলেহি; অথবা দেশখন আবিষ্কাৰ কৰিলেহি!

ইংৰাজ চাহাবেই অচিৰে দেশখনত শাৰী শাৰী চাহবাৰীও পাতিলে আৰু সেইবোৰত কাম কৰিবলৈ অসংখ্য শ্ৰমিক লগা হ'ল। এইবোৰৰ কাৰণে অৱশ্যে কোনো বিশেষ ধৰণৰ শিক্ষা বা যোগ্যতাৰ প্ৰয়োজন নাছিল। কিন্তু মান মৰাণৰ উপদ্ৰুত অসমত তেতিয়া হয়তো



এজনো ভূমি বা কৰ্ম্ম-সংস্থানহীন অসমীয়া লোক নাছিল। গতিকেই ইংৰাজৰ চাহবাৰীত অসমীয়া মানুহৰ শ্ৰমিক হব যোৱাৰ প্ৰশ্ন নুঠিল। গতিকেই এইবেলিও বেপাৰী চাহাবে কলিকতাৰ বাতৰিকাকতৰ যোগে বিজ্ঞাপন দি বা ঠিকাদাৰ নিযুক্ত কৰি দেশৰ বাহিৰৰ বঙ্গ, বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ আদিৰ পৰা লাখে লাখে শ্ৰমিক আমদানি কৰিবলগীয়াত পৰিল। ফলত দেশৰ বাহিৰত শীঘ্ৰেই এনে এটা প্ৰচাৰ হৈ গ'ল যেন অসমত আহিলেই, কিবা কৰি অসমত আহিব পাৰিলেই, ভাৰতৰ ভিতৰতে জীৱন আৰু জীৱিকাৰ সুচল থকা, 'নতুন পৃথিবী' অসমত সোমাব পাৰিলেই মানুহৰ আৰু মৰণ নাই; জীৱিকাৰ আৰু অভাৱ নাই। গতিকেই আৰম্ভ হৈ গ'ল উনবিংশ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ আদি ভাগৰ অসমলৈ বোৱা অবিৰাম জনস্ৰোতৰ; জনস্ৰোত....কেৱল জনস্ৰোত...; লুইতেহে যেনিবা এইবাৰ উজাই বলে, হাজাৰ হাজাৰ বছৰীয়া বুঢ়া লুইতে; তাৰ দুপাৰৰ বিস্তীৰ্ণ থলুৱা লোকৰ হাজাৰ বছৰীয়া নীৰৱতা আৰু নিৰ্লিপ্ততা ভাঙি চূৰমাৰ কৰি দি, তাৰ পৰিৱৰ্ত্তে কেৱল 'হাঁহাঁকাৰ ধ্বনি' তুলিবলৈ।

গয়া কি হাজাৰিবাগৰ ক'ৰবাত হেনো কোনোবা প্ৰেমিকে তেওঁৰ প্ৰেমিকাক সুধিয়েই পেলালে:

'এই, তই মোৰ লগত যাবি?
যামতো। পিছে নিবি কলৈ?
কেলেই! অসমলৈ।
আসামলৈ গৈ কৰিবি কি?
তাত চাহ–বাগান আছে; বাগানত কাম কৰিম।
তই পাত তুঙিবি, মই মাটি চহাম।
কিন্তু যাবি কেনেকৈ?
কেলেই সৌ জিলালৈওতো আজিকালি কলিকতাৰ ৰেলগাড়ী আহিছে; তাত উঠিলেই আসাম পাম.......।'

গতিকেই প্ৰেমিক-প্ৰেমিকা দুয়ো অসমলৈ আহিল। কিন্তু অকল যে প্ৰেমত পৰিয়েই আহি থাকিল, সেয়া নহয়। বঙ্গদেশৰ ৰংপুৰ, মৈমনসিংহত ধীৰে ধীৰে মাটিৰ অভাৱ হ'ল; অথবা হিন্দু জমিদাৰৰ শাসন-শোষণত গৰীৱ-নিৰীহ মুছলমান খেতিয়কৰ জীৱন অতিষ্ঠ হৈ পৰিল। ইতিমধ্যে তেওঁলোকৰো নাকত বাজিল কেনেবাকৈ অসমৰ ব্ৰহ্মপুত্ৰৰ দুপাৰৰ উৰ্ব্বৰ পলসুৱা কেঁচা মাটিৰ সুতীব্ৰ গোন্ধ। গতিকেই তেওঁলোকো ৰেলত উঠিল: ভাটীৰ ৰেলত। নেপালৰ উখৰ পাহাৰৰ মাজত কোনোবা 'গুৰ্খা'ৰ কৃষি আৰু পশু-ভিত্তিক জীৱন হঠাৎ কঠিন, কৰ্কশ অনুভৱ হ'ল। ইতিমধ্যে তেওঁলোকৰো সহজ কল্পনাৰ চকুৰ পতাত হঠাতে নাচি উঠিল তলৰ অসমৰ চিৰ শ্যামল গিৰি-উপত্যকাৰাজি। গতিকেই তেওঁলোকো নামি আহিল আৰু উঠি পৰিল, ভাটীৰ অসমলৈ অহা ৰেলগাড়ীতেই।

এইদৰেই, এইক্ৰমেই অসমত ইংৰাজ ৰাজত্বৰ মাথো ছকুৰি বছৰৰ সময়তেই অৱশেষত অসমৰ সমূহ নগৰ-চহৰ, গাওঁ-ভূঁই, আনকি চৰ-চাপৰি, বন-ৰিজাৰ্ভ কতো অকণো সন্ধি নোহোৱাকৈ সুৰুঙা নৰখাকৈ বাহিৰৰ ভাৰতৰ, আনকি ভাৰতৰ বাহিৰৰ নেপালৰো লোক আহি ছানি পেলালে; অধিক কি দেশখনৰ থলুৱা লোককো অচিৰেই এওঁলোকে চেৰ পেলাই যাবৰেই উপক্ৰম কৰিলে।

অসমৰ সাম্প্ৰতিক কালৰ বহিৰাগতৰ এই কোবাল সোঁতটোৱে কিন্তু লগে লগেই দেশৰ থলুৱা মানুহখিনিৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনক বাৰুকৈয়ে প্ৰভাৱান্বিত কৰিলে। প্ৰথম কোবতেই ই দেশত বয়-বস্তুৰ বেচ ক্ৰমাৎ মহঙা কৰি তুলিলে আৰু দেশৰ কৃষিৰ উপযোগী মাটিৰ ওপৰত কোনো দিনে নোহোৱা-নোপজা প্ৰবল হেঁচাৰ সৃষ্টি কৰিলে। দেশৰ চাকৰি-বাকৰিখিনিতো ইতিমধ্যেই বাহিৰৰ বিশেষকৈ বঙালী লোকৰ হাততেই আছিল। অধিক কি, ১৮২৬ চনত ইংৰাজ ৰাজত্বৰ পাতনিৰ লগে লগেই



এইবোৰ বঙালী লোকৰ হাতলৈ যোৱাৰ ইতিহাস ৰচনা হৈছিল আৰু সেয়েহে ১৮৫৩ চনৰ দৰে আগপুৰণি কালতেই অসমৰ পৰিস্থিতি অধ্যয়ন কৰিবলৈ অহা মিঃ মফাট মিলচ্ চাহাবে তেওঁৰ প্ৰতিবেদনত উল্লেখ কৰিবলগীয়া হৈছিল এনেদৰে :

"The natives of the province have great reasons to complain of the preference which is too often given to the Bengalees, when selecting officers to fill the vacancies. A number of Bengalees came into Assam when we took the province, and from the uneducated state of the Assamese, it was necessary to give them service; but there are now in Sibsagar and Gauhati many young men of high family and good character who have qualified themselves for employ, and it is most discouraging to them to see most of the high and some of the inferior offices filled by foreigners. When I was Commissioner of Cuttack, the Government at my recommendation interdicted the employment of Bengalees, not domiciled in the country, without the special sanction of the commissioner in Orissa, and I think the same order might with the greatest advantage be introduced into Assam."

গতিকেই কেন্দ্ৰীয় চৰকাৰৰ চাকৰি-বাকৰিৰ কথা দূৰতে থাওক, দেশৰ ভিতৰৰে ৰাজধানী ছিলং বা অন্য চহৰৰ সীমিত পৰ্য্যায়ৰ চাকৰিকেইটিতো তেতিয়াৰ আঙুলিৰ মূৰত লিখিব পৰা কেইখন-মান উচ্চ ইংৰাজী স্কুল আৰু এখন মাত্ৰ কলেজে (১৯০১ চনত পতা

কটন কলেজ ) উলিয়াই দিয়া শিক্ষিত যুৱক কেইজনৰ বাবেই দুষ্প্ৰাপ্য হৈ পৰাৰ উপক্ৰম হৈছিল। ফলত বৰ্ত্তমান শতিকাৰ অগ্ৰগতিৰ লগে লগেই দেশত থলুৱা আৰু বহিৰাগতৰ বিশেষকৈ বঙালী লোকৰ মাজত এটি সংঘাত বা প্ৰতিযোগিতাৰ মনোভাৱে গা কৰি উঠিছিল। ইংৰাজসকলে এই সময়তেই একপ্ৰকাৰ চক্ৰান্তক্ৰমেই সকলো প্ৰকাৰে অজৌন-অমিল শ্ৰীহট্টখন অসমৰ সতে সাঙুৰি দিও নিশ্চয় দেশৰ পূৰাব নোৱাৰা ক্ষতিৰ বাট মোকোলাইছিল।

"১৯১৩ চনত বহুত লৰাই বি-এ, বি-এছচি, পাছ কৰিলে। স্কুল বিভাগত বহুত মাষ্টৰ হোৱাৰ সুবিধা ঘটিছিল। মিঃ কানিংহাম আছিল ডি-পি-আই। দুৰ্গাধৰ বৰকটকী আছিল এচিষ্টেণ্ট ইন্সপেক্টৰ অব্ স্কুলছ। দৰমহা মাহে ৫০ টকা। আমালোকৰ ( কৃষ্ণনাথ শৰ্ম্মা প্ৰমুখ্যে ) বি-এ, বি-এছচি পাছ কৰা বহুতে ৭৫ টকা দৰমহা নিদিলে কাম নকৰোঁ বুলি সিদ্ধান্ত কৰি মাষ্টৰী কাম নললো। সেই সুযোগতে বহুত বঙালীলোকৰ সুবিধা হৈছিল। পিছত উপায় নাপাই অসমীয়া গ্ৰেজুৱেটেও মাষ্টৰ কাম কৰিবলৈ বাধ্য হ'ল। অসমীয়া লৰাই বি-এ পাছ কৰিবলৈ ধাৰ-ঋণ কৰি পঢ়ে। পঢ়া শেষ কৰি আহি কামত নোসোমালে উপাই নাই। গতিকে ৫০ টকা বেতনত লোৱাটোৰ বিৰুদ্ধে ক'বলৈ একো নাই। চৰকাৰৰ নীতিহে দোষণীয়। অসমীয়াৰ স্বাৰ্থ নষ্ট কৰি আন প্ৰদেশৰ লোকক কাম দিয়াটো যুক্তিসঙ্গত নহয়।"

"সেই সময়ত ( ১৯১৪ ) শিক্ষা বিভাগত মাহিলী ৭৫ টকা বেতনত কেইজনমান 'মেন্নুৱেল ইনষ্ট্ৰাক্টৰ' লব বুলি জাননী দেখি এখন দৰ্খাস্ত অসমৰ 'ডিৰেক্টৰ অব পাব্লিক ইনষ্ট্ৰাক্সন'লৈ পঠিয়ালোঁ। আমাৰ লগত পঢ়া এজন বঙালী লৰায়ো কটন কলেজত অঙ্কৰ প্ৰফেচৰ নিযুক্ত হবৰ কাৰণে অসমৰ ডি-পি-আইলৈ এখন দৰ্খাস্ত দিছিল আৰু বিহাৰ চৰকাৰলৈকো একে ধৰণৰ দৰ্খাস্ত কৰিছিল।



....মোৰ দৰ্খাস্তৰ উত্তৰ নাহিল। বিহাৰ চৰকাৰে বঙালী বন্ধুজনলৈ উত্তৰ দিলে, 'It appears that he is not a native of this province, so, his case cannot be considered.'— অসমৰ ডি-পি-আয়ে উত্তৰ দিলে, 'there is no vacancy at present. However, his name is registered and when vacancy occurs he will be informed.' মই মৰ্ম্মাহত হলোঁ। ....সেই সময়তে ঘনশ্যাম বৰুৱাদেৱে কলিকতাত আমাক বুজাইছিল, '৫০ টকা বেতনত কাম নললে বঙালী সোমাই পৰিব। আগলৈ অসমীয়াৰ বাট বন্ধ হব।"

গতিকেই এই শতিকাৰ আৰম্ভণিৰ লগে লগেই নিসন্দেহে অসমৰ মাটিত অসমীয়াৰ অৱস্থিতি আৰু স্বাৰ্থৰ সংৰক্ষণ বা সুৰক্ষাৰ বাবে এক বেছ শীতল যুদ্ধৰেই আৰম্ভ হৈ গৈছিল আৰু তাত অসমীয়াসকলৰ স্বাৰ্থয়েই সততে উপেক্ষিত হবৰ উপক্ৰম হৈছিল। সেয়েই শতিকাটোৰ আৰম্ভণিৰ লগে লগেই এই সময়ৰ দুই-এক চিন্তাবিদ বা ভৱিষ্যদ্-দৰ্শী লোকে (অম্বিকাগিৰি ৰায় চৌধুৰীকে প্ৰমুখ্য কৰি) অসমত অসমীয়াৰ অৱস্থিতিৰ আৰু স্বাৰ্থৰ সুৰক্ষাৰ বাবে যথেষ্ট চিঞৰ-বাখৰ কৰিবলগীয়া হৈছিল আৰু জাতিটোৰ আত্ম-চৈতন্য ঘূৰাই আনিবৰ বাবে জীৱনজোৰা শ্ৰম আৰু সাধনা কৰিবলগীয়াত পৰিছিল। (এইখিনিতেই এই কথা স্বীকাৰ কৰি থোৱাটো উচিত হব যে ইংৰাজ ৰাজত্বৰ পাতনিৰ পিছৰে পৰা অসমত হঠাতে আহি উপস্থিত হোৱা বহিৰাগতৰ প্ৰবল অৰ্থনৈতিক আৰু সাংস্কৃতিক হেঁচাত পৰি অসমৰ অসমীয়া মানুহখিনিয়ে ক্ৰমাং নিজৰ নিজত্বকে পাহৰি পেলাবৰ উপক্ৰম কৰিছিল। অসমত অসমীয়া মানুহৰ সাম্প্ৰতিক কালৰ এই আত্ম-চৈতন্যহীনতা আৰু জাতীয় চৰিত্ৰৰ ব্যাপক স্খলন বা অধঃপতনৰ তুলনা নিসন্দেহে বিশ্বৰ যি কোনো জাতীয় গোটৰ

ইতিহাসতেই বিৰল। জাতিৰ জীৱনৰ সাম্প্ৰতিক কালৰ প্ৰত্তিজন বুদ্ধিজীৱিয়ে সেয়ে—আনন্দৰামৰ পৰা অম্বিকাগিৰিলৈকে, জাতিটোক এই চৰম আত্মবিস্মৃতি তথা দুঃসহ অপমৃত্যুৰ পৰা বচাই তুলিবলৈকেই তেওঁলোকৰ জীৱনৰ প্ৰতিবিন্দু ৰক্ত পাত কৰিবলগীয়া হৈছিল।) —অসম এছোচিয়েচন, অসম ছাত্ৰসভা, অসম সাহিত্য সভা আদিয়েও ১৯১৮–১৯১৯ চনৰ দৰে সময়তেই অসমৰ 'চৰকাৰৰ ঘৰত অসমীয়াই ভাল কাম পাব লাগে', 'অসমীয়া ভাষাৰ উন্নতি কৰিব লাগে', 'অসমীয়া লৰাক উচ্চ শিক্ষা বেছিকৈ দিব লাগে' ইত্যাদি ধৰণৰ শ্লগান আৰম্ভ কৰি দিবলগীয়া হৈছিল। অধিক কি, ১৯৪৬ চনৰ ক্ৰীপচ মিছনৰ আগতো লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে দিল্লীত অসমৰ মাটিৰ ওপৰত বাহিৰৰ পমুৱাৰ তীব্ৰ অবৈধ হেঁচা, কেন্দ্ৰীয় চৰকাৰৰ চাকৰি-বাকৰিৰ পৰা অসমৰ অসমীয়াক সযত্নে বঞ্চিত কৰি ৰখা, আনকি কেন্দ্ৰই অসমক সদায় আওহেলা কৰি অহাৰ দৰে গুৰুত্বপূৰ্ণ অভিযোগসমূহো তুলিবলগীয়া হৈছিল।

সাম্প্ৰতিক কালৰ অসমৰ ইতিহাসৰ বাহিৰৰ জনস্ৰোতৰ এই কোবাল সোঁতে অকল যে অসমৰ অৰ্থনৈতিক জীৱনতে এনেদৰে তল-ওপৰ লগালে, এনে নহয়; অসমৰ সাংস্কৃতিক জীৱনতো ই প্ৰভাৱ পেলালে যথেষ্ট। উদাহৰণ স্বৰূপে যোৱা শতিকাটোত অসমত অসমীয়া মানুহে নিজৰ ঘৰতে নিজৰ ভাষাটোৰ সুৰক্ষা আৰু প্ৰতিষ্ঠাৰ কাৰণে এখন ভাল যুঁজেই দিবলগীয়া হৈছিল। জাতিৰ জীৱন বা ভাগ্যত নিসন্দেহে ই আছিল এখন অনাহক যুঁজ; আৰু এই যুঁজৰ পাতনিও নিশ্চিতভাৱে তেতিয়াৰ বঙালীসকলেই তৰিছিল। ভাৰতৰ সাম্প্ৰতিক কালৰ ইতিহাসত বঙ্গদেশেই পোন প্ৰথমে ইংৰাজৰ অধীনলৈ যোৱাৰ সৌভাগ্য লাভ কৰিছিল আৰু সেয়েই তেওঁলোকেই ভাৰতৰ আন সবাতোকৈ আগতে ইংৰাজী শিক্ষা আৰু সভ্যতা-সংস্কৃতি বা পশ্চিমীয়া সভ্যতাৰ পোহৰ পাইছিল।



আনহাতে ইংৰাজ শাসকসকল যিহেতু বঙ্গদেশৰ পৰাহে অসম, বিহাৰ, উৰিষ্যা প্ৰভৃতি অঞ্চললৈ গৈছিল, ইংৰাজৰ পিছে পিছে সেয়ে বঙালীসকলো সেই সেই অঞ্চলত বিয়পি পৰিছিল। আনহাতে প্ৰথম ডোখৰত বঙালীসকল যিহেতু অন্যান্য অঞ্চলৰ তুলনাৰে ইংৰাজী শিক্ষা আৰু আদৱ-কায়দাত আগবঢ়া বিধৰ আছিল, সেয়ে থলুৱা অসমীয়া, বিহাৰী বা উৰীয়াসকলৰ তুলনাৰে তেওঁলোকে নিজকে উচ্চ বুলি গণ্য কৰিছিল। এইখিনিতেই অৱশ্যে সেই সময়ৰ এচাম বঙালী বুদ্ধিজীৱি আৰু তেওঁলোকৰ বঙালী জাতি আৰু বঙলা ভাষা সম্পৰ্কে কৰা চিন্তা-চৰ্চা বা ব্যাখ্যাৰ ভুলেও বাহিৰৰ বঙালীসকলৰ এই ভুল বা ভ্ৰান্তিমূলক চিন্তাৰ বাবে কম জগৰীয়া নাছিল। আধুনিক বাস্তৱ-নিষ্ঠ বঙালী বুদ্ধিজীৱিৰ (শ্ৰীআশিস সান্যাল প্ৰভৃতি) ভাষাত হয়তো সি আছিল তেওঁলোকৰ সেই সময়ৰ যৌৱনৰ (ইংৰাজী সভ্যতা-সংস্কৃতিৰ যাদুস্পৰ্শত উনবিংশ শতিকাৰ বঙ্গৰ জীৱন আৰু সাহিত্যত অহা নৱ-যৌৱন) উন্মাদনাৰ ভুল বা ভ্ৰান্তি :—

"অসম আৰু বঙলাৰ মাজত কোন ডাঙৰ কোন সৰু ? দুয়ো জন্মগ্ৰহণ কৰা বহুদিন হ'ল ; দুয়ো যঁজা ভনী। কিছুমান যুক্তিমতে অসম বয়সত ডাঙৰ। অসমৰ যেতিয়া ভাটি বয়স, তেতিয়া নৱ-যৌৱনা বঙলাই আহি অসমক কয়—'তোমাৰ অস্তিত্বই নাই আমাৰ মূল গ্ৰহণ কৰিহে তুমি পৰজীৱী লতাৰ দৰে বাচি আছা।' —কিন্তু ইতিহাসৰ বুকুত হিমাদ্ৰী আখৰে লিখা আছে প্ৰাচীন সত্য কাহিনী—কোন প্ৰাচীন ?"

দৰাচলতে এই ভুল সিদিনা অনেকেই কৰিছিল। অধিক কি, স্বয়ং বিৱেকানন্দ, ৰবীন্দ্ৰ নাথৰ সদৃশ ব্যক্তিয়েও সিদিনা অসমত অসমীয়াৰ একালৰ আদিতাৰ দৰে ভাস্বৰ অতীত আৰু ইতিহাস সম্পৰ্কে নিজকে প্ৰত্যয় মনাব পৰা নাছিল। ভাৰতৰ হিন্দু-ধৰ্ম্মৰ প্ৰবল প্ৰবক্তা বিবেকানন্দই হেনো অসমৰ হাবিত শ্ৰীমন্ত শঙ্কৰৰ দৰে প্ৰতিভাৰ জন্ম বা আবিৰ্ভাৱৰ কথা প্ৰথমে শুনাই নাছিল

আৰু পিছত শুনিলেও, তাক বিশ্বাস কৰিবলৈ টান পাইছিল। ৰবীন্দ্ৰনাথে আকৌ বেজবৰুৱাহঁতে (লক্ষ্মীনাথ বেজবৰুৱা) অসমক বঙলা ভাষাৰ সাম্ৰাজ্যৰ পৰা আঁতৰাই আনিবৰ প্ৰয়াস কৰা বুলি দুখ প্ৰকাশ কৰিছিল। গতিকেই আৰম্ভ হৈ গৈছিল যোৱা প্ৰায় ডেৰ শ বছৰ ধৰি বঙালী বুদ্ধিজীৱিসকলৰ হাতত অসমৰ অসমীয়া ভাষা আৰু বঙ্গদেশৰ বঙালী ভাষাৰ ক্ষেত্ৰ বা ইতিহাস লৈ নানা টনা-আজোৰা, নানা জাল-জুৱাচুৰি। ফলত অসমতো সেই যুদ্ধথন বা যুদ্ধৰ বাতাবৰণ চিৰ অব্যাহত হৈয়েই থাকিল আৰু চলি থাকিল অসমক বৃহত্তৰ বঙ্গত অন্তৰ্ভুক্ত কৰা বা বঙলা-ভাষী ৰাজ্য-বিশেষলে ৰূপান্তৰিত কৰা অথবা অসমৰ বুকু ফালি পূৰ্ব্বাচল প্ৰদেশ সৃষ্টি কৰাৰ এশ-এটা দুঃস্বপ্ন বা দুৰভিসন্ধিও। অইনহে নালাগে, স্বয়ং হুমায়ুন কবীৰৰ দৰে আগশাৰীৰ সৰ্ব্বভাৰতীয় নেতা আৰু বিশিষ্ট ভাৰতবিদে স্বাধীনতাৰ ঠিক আগ মুহূৰ্ত্ততো ১৯৪৪ চনত ভৱিষ্যতৰ স্বাধীন ভাৰতত বঙালীসকলৰ বাবে হবলগীয়া ৰাজ্যক্ষেত্ৰৰ কল্পনা কৰি তেওঁৰ 'ইণ্ডিয়া' নামৰ পুস্তিকাত লিখিলে এনেদৰে : One can easily visualise a Bengali state comprising about 10 million people and living in a compact area. Such a state would inc ude the present administrative province of Bengal and some of the outlying districts of Assam and Bihar. In fact, the province of Assam may be wholly incorporated in it." গতিকেই, সাধাৰণ বঙালীৰ আৰু কি কথা?— তেওঁলোকে যুগ যুগ ধৰি বিভিন্ন অজুহাত যেনে—চাকৰি-বাকৰি ব্যৱসায়-বৃত্তি বা শৰণাৰ্থী হিচাবে হলেও নিজৰ পিতৃ-ভূমি বা মাতৃ-ভূমি এৰি আহি অসমকেই আশ্ৰয়-দাত্ৰী হিচাবে গ্ৰহণ কৰি অসম মাতৃৰ স্তন পান কৰি থাকিলেও ( ভগৱান শ্ৰীকৃষ্ণই যিদৰে



মথুৰাৰ আপোন মাতৃ দৈৱকীৰ স্তনৰ পৰা বঞ্চিত হৈ গোকুলৰ নন্দ-পত্নী যশোদাৰ স্তন পান কৰিহে বাচি উঠিছিল ) তেওঁলোকৰ নিষ্ঠা বা আদৰ কিন্তু পূৰ্ব্বৰ পিতৃ-ভূমি বা মাতৃ-ভূমিখনলৈকেই ৰাখি থাকিল; অৰ্থাৎ বিনা-দ্বিধাই 'মাতৃ-ভূমি'ক এৰি আহিলেও, 'মাতৃ-ভাষা'ক কিন্তু তেওঁলোকে নেৰিলে বা আশ্ৰয়-দাত্ৰী মাতৃৰ ভাষাক আদৰ শ্ৰদ্ধা নকৰিলে, নিশিকিলে; (ভগৱান শ্ৰীকৃষ্ণই যদিওবা শিকিছিল আৰু তাৰ দ্বাৰাহে নিজকে বিকশাই তোলাৰ কৃষ্ণ-কৰাৰ স্বপ্ন দেখিছিল )।

গতিকেই স্বাধীনতাৰ দোক-মোকালিতেই অসম নিসন্দেহে এক বিভিন্ন, বিচিত্ৰ সমস্যাৰ জ্বালামুখী স্বৰূপ আছিল আৰু এই জ্বালামুখীৰ ওপৰত থিয় হৈ দেশ বা দেশবাসীক সু-পথত পৰিচালিত কৰি নিয়াটো যি কোনো লোকৰ পক্ষে সহজসাধ্য কাম নাছিল; বিশেষ, তেওঁ বা তেওঁৰ দলৰ যদিহে জাতিৰ ইতিহাস বা আশা-আকাঙ্ক্ষা সম্পৰ্কে সুস্পষ্ট ধ্যান-ধাৰণা নাথাকে, বা নাথাকে সংসাহস আৰু দূৰদৃষ্টি। —স্বাধীনতাৰ সুপ্ৰভাততেই আমাৰ নিসন্দেহে সেইটো বস্তুৰেই (যোগ্য নেতৃত্বৰ) অভাৱ হ'ল; অন্ততঃ ১৯৫০ চনত গোপীনাথ বৰদলৈদেৱৰ মৃত্যুৰ লগে লগেই সেই কথা একেবাৰে স্পষ্টৰ পৰা স্পষ্টতৰ হৈ উঠিল। অধিক কি, দুই এক আকৌ, এই সময়ছোৱাতেই আৰম্ভ কৰি দিলে দেশৰ স্বাধীনতাই তেওঁলোকৰ আগত হঠাতে মুকলি কৰি দিয়া 'মোগল-ই-আজম্' সদৃশ অপাৰ ক্ষমতাৰ অপব্যৱহাৰ আৰু তাৰ দ্বাৰা তলে-পুতলে হৈ দেশ আৰু দেশবাসীক বিক্ৰী কৰি আধুনিক বদনচন্দ্ৰ, বাহুলি ফুকন হোৱাৰ চূড়ান্ত অভিযান। ফলত স্বাধীনতাৰ অগ্ৰগতিৰ লগে লগে দেশ আৰু দেশবাসীৰ অৱস্থা ক্ৰমাৎ আৰু অধিক জটিল আৰু শোচনীয় ৰূপ পৰিগ্ৰহ কৰাৰ পথত আগবাঢ়িল।

স্বাধীনতাই সঁচাকৈয়ে আপাত দৃষ্টিত বা বাহিৰত আমাক অনেক কিছু দিলেও, অসমৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনটোলৈ কিন্তু দৰাচলতে আৰু অধিক ধুমুহা-চেৰেকনিহে কঢ়িয়াই আনিলে। প্ৰথম কথাত ই ইংৰাজে খুলি দিয়া দেশৰ পশ্চিমৰ দুৱাৰখন আৰু অধিক উন্মুক্ত আৰু অবাৰিত হিচাবে দেশৰ বাহিৰৰ মানুহলৈ, অন্য ভাৰতীয়লৈ মুকলি কৰি ধৰিলে। কিয়নো স্বাধীনতাৰ লগে লগে, স্বাধীন হৈ অসমেও এক ভাৰতীয় গণৰাজ্যৰ বান্ধোনলৈ অহাৰ লগে লগে আৰু অসমৰ অসমীয়ায়ো অইনৰ সৈতে একেলগে ভাৰতীয় নাগৰিকলৈ ৰূপান্তৰিত হৈ পৰাৰ লগে লগেই দেশৰ দুৱাৰখনো সকলোৰে বাবেই একেবাৰে হেঙাৰহীন হৈ পৰিল; আন কথাত এইবাৰ যেন অসমত গিৰিহঁত আৰু আলহীৰ পাৰ্থক্যটোও নাইকিয়া হৈ পৰিল।

দেখাত হয়তো ই একো বেয়া বা আপত্তি কৰিবলগীয়া কথা নাছিল; কিয়নো ইয়াৰ দ্বাৰা আমি যে এতিয়া দেশখনৰ চোতালৰ আগৰ বেৰ-খোৰ, চকোৰা-টাটী, সব ভাঙি-ছিঙি লৈ আমাৰ চোতালখন বৰ বিস্তৃত হিচাবে পাব পৰাৰ সম্ভাৱনা হৈছিল; অথবা একালৰ অসমৰ অসমীয়া, এতিয়া ভাৰতৰ ভাৰতীয় হৈ পৰাৰ বাট মুকলি হৈছিল। কিন্তু স্বৰূপাৰ্থত ইয়াৰে আমাৰ আৰু এটা ডাঙৰ সৰ্ব্বনাশৰ বাটহে মুকলি কৰি দিয়া হ'ল। কিয়নো ৪৭ৰ আগষ্টত আমি ৰাজনৈতিক ভাবেহে স্বাধীন হলো; স্বাধীন ভাৰতৰ প্ৰতিজন ভাৰতীয়ৰ অৰ্থনৈতিক আৰু সামাজিক মুক্তিৰ বাটতো নৰচিলো। গতিকেই নতুন ব্যৱস্থাই, আমাৰ সকলোৰে চোতালৰ আগৰ এই বেৰ-খোৰ, চকোৰা-টাটী সমূলঞ্চে ভাঙি লোৱা ব্যৱস্থাই কিন্তু অচিৰেই ভাৰতৰ বিভিন্ন প্ৰান্তৰ গৰিব নিশকতীয়া জাকক অ'ৰ ত'ৰ বলী আৰু শক্তিশালী জাকে চোতালতে গৰা মাৰি ধৰাৰ সুবিধা কৰি দিলে; আন কথাত



ভাৰতৰ য'তে ত'তে আলহীয়েই অৱশেষত সুবিধা পালে বা গিৰিহঁত নিশকতীয়া যেন দেখিলে গৰাকী বা গিৰিহঁত হৈ পৰাৰ ব্যৱস্থা দিলে। —অসমৰ অসমীয়া আলহীৰ তুলনাৰে আগৰে পৰা নিশকতীয়া হৈ অহাৰ কথা আমি ইতিমধ্যে দেখুৱাই আহিছিলো। গতিকেই এইবেলি আৰু তেওঁলোকক ৰক্ষা কৰে কোনে? —অচিৰেই বাহিৰৰ চতুৰ আলহী, ধনী আৰু শক্তিশালী ব্যৱসায়ী, অথবা আধুনিক জীৱন যাত্ৰাত অভিজ্ঞ বাহিৰৰ বিভিন্ন সুযোগ সন্ধানীৰ হাতত অসমৰ দীৰ্ঘদিনৰ দুৰ্ব্বল কৃষিজীৱি 'খৰিদ্দাৰ' সমাজখন হোজা-চহাজাক এইবাৰ তেনেই ভেটিয়ে-মাটিয়ে বেচা যোৱাৰ পথ মুকলি হ'ল।

স্বাধীনতাৰ প্ৰথম প্ৰভাততেই অসমৰ অসমীয়াৰ জীৱনত নিশ্চয় প্ৰচণ্ড প্ৰথম আঘাতটো হানিছিল—বঙ্গ বিভাজনৰ ফলস্বৰূপে অহা পূৰ্ব্ববঙ্গ বা পূৰ্ব্ব–পাকিস্তানৰ লাখ লাখ হিন্দু ভগনীয়াৰ জাকটোৱে। ইয়াৰ পিছত আকৌ ১৯৫০ চনতো আহিল অন্য কেইবালাখো। ইয়াৰ বাহিৰেও এনেয়ে আহি থকা শ শ বা হাজাৰ হাজাৰ ভাগ্যান্বেষী ভগনীয়াতো আছিলেই। স্বাধীনতাৰ প্ৰথম প্ৰভাততেই বা পঞ্চাশৰ দশকটোৰ পাতনিতেই এওঁলোকৰ এক বৃজন অংশই, ইতিমধ্যে ঠাহ খাই পৰা অসমৰ বিভিন্ন গাৱেঁ-ভূঞে অথবা পৰ্ব্বতে-পাহাৰে আনকি চৰণীয়া পথাৰ বা সংৰক্ষিত বনাঞ্চলসমূহতো সোমাই পৰিল কৃষিৰ উপযোগী মাটিৰ সন্ধানত। আন কেতবোৰে আকৌ সোমাই পৰিল অসমৰ সমূহ নগৰ-চহৰত, নানা বৃত্তি বা ব্যৱসায় বিচাৰি। বৃত্তি বা ব্যৱসায় আছিলো বহুতো। কিয়নো অসমৰ অসমীয়াখিনিয়েতো কোনোবা কাহানিবাই সেইবোৰ এৰি দি বহি গৈছিল। আনহাতে ভগনীয়াসকলৰ এই বিষয়ত সুবিধাও আছিল অনেক। কিয়নো অসমীয়াৰ মূলধনহীন দুখীয়া অসমীয়া মানুহে যিটো সময়ত এটকা ৰূপ মূলধনৰ কাৰণেও হামৰাও কাঢ়ি ফুৰিব লগীয়াত

পৰিছিল দেশৰ চৰকাৰে সেই সময়ত এই ভগনীয়াসকলৰ পুনৰ সংস্থাপনৰ কাৰণে লক্ষ লক্ষ টকাৰ ভাণ্ডাৰ মুকলি কৰি দিছিল। গতিকেই গৰিব নিশকতীয়া গিৰিহঁতক ঠেলি দি দেশখনৰ সমূহ নগৰে-চহৰে ভগনীয়াসকলৰেই চতুৰ আৰু ভাগ্যবান এচাম লোকে গৰাকী হৈ বহি যাবৰ সুন্দৰ সুবিধা ওলাল। আনহাতে এওঁলোকক সহায় কৰিবলৈকে বা নগৰে-চহৰে অ'ত ত'ত সুপৰিকল্পিতভাৱে বহুৱাই দিবলৈকেই বা ভোটৰ বেহা কৰিবলৈকে দেশত ইতিমধ্যে এচাম বদনচন্দ্ৰ আৰু বাহুলি ফুকনৰো জন্ম হৈ যোৱাৰ কথা আমিতো উল্লেখ কৰিছোঁৱেই। গতিকেই স্বাধীনতাৰ প্ৰথম কোবতেই এই পূৰ্ব্ব বঙ্গৰ ভগনীয়াসকলৰ দ্বাৰাই দেশখন প্ৰায় ভৰি যোৱাত অকণো বাধা নজন্মিল। এওঁলোকৰ উপৰিও, দেশৰ বাহিৰৰ অ'ৰ ত'ৰ বিহাৰ, উত্তৰ প্ৰদেশ, পঞ্জাব, ৰাজস্থান আনকি সুদূৰ নেপালৰো লাখ লাখ ভাগ্যান্বেষী লোকৰ প্ৰবাহতো চলি থাকিলেই। অধিক কি সৌ সিদিনা দিহপুৰৰ চৰকাৰৰ মুখপাত্ৰয়োতো কলে যে অসমলৈ বছৰি বাহিৰৰ পৰা ওঠৰ লাখ ভাগ্যান্বেষী বহিৰাগত আহে আৰু তাৰে প্ৰায় আঠ লাখ লোক বছৰে নিগাজিকৈ ইয়াত থাকি যায় আৰু বাকী দহ লাখে ইয়াত 'মুকুতা বেহাই,' অথবা অসমৰ বিভিন্ন নগৰ চহৰ, গাওঁ-ভূঁইৰ আলিবাটৰ সোণ-ৰূপ বুটলি, 'বেহা'ৰ শেষত ঘৰমুৱা হয়; ঘৰলৈ ওভতে........।

গতিকেই পঞ্চাশৰ দশকটোতেই দেশখন বাৰুকৈয়ে বহিৰাগতৰ হাতলৈ গ'ল। গাৱেঁ-ভূঞে খেতিৰ মাটিৰ তীব্ৰ অভাৱ হ'ল, বৃত্তি-ব্যৱসায়ৰো নাটনি হ'ল; অথবা যিবা দুই-চাৰিজনে কোনো বৃত্তি ব্যৱসায়ত ধৰি আছিল, তেওঁলোকো এতিয়া বাহিৰৰ চতুৰ আৰু বুধিয়ক প্ৰতিযোগীৰ আগত ফেৰ মাৰিব নোৱাৰাত পৰিল। গতিকেই পঞ্চাশৰ দশকটোতেই অসমৰ সমূহ গাওঁ–ভূঁইৰ পৰা সমূহ থলুৱা বৃত্তিধাৰী লোক যেনে কঁহাৰ, কমাৰ, সোণাৰি, নাপিত আদি যি



কেইজন আছিল সেইকেইজনো উদ্বৃত্ত হ'ল,—আপৰুটেড্ হ'ল; বহিৰাগতৰ হাতত তেনেই হাৰ মানিলে। গতিকেই, স্বাভাৱিক-ভাৱেই গাৱেঁ-ভূঞে হাহাকাৰৰ ৰোল উঠিল। সাতামপুৰুষীয়া অসমীয়া গাৱঁৰ সুন্দৰ সুঠাম চেহেৰা-শ্ৰী লোপ পাবৰ উপক্ৰম হ'ল। ভড়াল ভৰা ধান, গোহালি ভৰা গৰু, পুখুৰী ভৰা মাছতো লুকালেই, চালৰ কোমোৰা, লাউ-জিকা-ভোলো লুকাবৰ উপক্ৰম হ'ল। বয়-বস্তুৰ দাম আগতেই চৰা হৈ উঠিছিল, এইবাৰ সি ক্ৰমে দুৰ্লভ আৰু দুষ্প্ৰাপ্য হৈ পৰিল। ফলত আহি পৰিল, অসমৰ সমাজ জীৱনত কোনেও কাহানিও নজনা-নুশুনা দাৰিদ্ৰ আৰু দাৰিদ্ৰতাৰ যত অভিশাপ;—মদ-ভাং, বেশ্যা-পতিতাৰ অবৰ্ণনীয় কাহিনী, উচ্ছৃঙ্খলতা, অনুশাসনহীনতাৰ কাহিনী; গুৰু–গোসাঁই নমনা অৱস্থা। আনকি ধীৰে ধীৰে অসমৰ অসমীয়াৰ কাঁহী-বাটি, কেৰু-মণি, ভেটি-মাটিও বাহিৰৰ কেঁয়া-মহাজনৰ হাতত বন্ধকত থোৱাৰ অৱস্থা; অধিক কি নিজৰ পেটৰ পোৱালীকো টানি নি নগৰ-চহৰৰ বাবু বা মহাজনৰ ঘৰত বন্ধা-চাকৰ থোৱাৰ অৱস্থা। অসমত অসমীয়াৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনৰ এই তীব্ৰ ভাঙোন বা গৰা খহনীয়াৰ কাহিনী কিন্তু ইয়াৰ আগৰ দেশ বা জাতিৰ হাজাৰ হাজাৰ বছৰীয়া গৌৰৱোজ্জ্বল ইতিহাসৰ পাতত ক'তো কাহানিও ঘটা নাই বা নাছিল।

পঞ্চাশৰ দশকটোৱেই কিন্তু ইতিমধ্যে অসমৰ চুকে-কোণে ইমান দিনে পৰিত্যক্ত অৱহেলিত অৱস্থাত পৰি থকা গাওঁ-ভূঁই বোৰলৈ দুই এখন স্কুল-কলেজো কঢ়িয়াই নিছিল আৰু নিজৰ ঘৰতে অঘৰী হৈ পৰা অসমীয়াখিনিৰ অনেকৰে চকু দুটা ইতি-হাসত প্ৰথমবাৰৰ বাবে মুকলি কৰি ধৰিছিল। গতিকেই তেওঁ-লোকৰ এই মুকলি চকুৰে অনেকেই ওচৰ-পাঁজৰৰ নগৰ–চহৰ সমূহলৈকেই কিবা এটি চাকৰি বা সংস্থানৰ আশাত ঢাপলি

মেলিলে। কিন্তু চাপলি মেলিলে হব কি ?—তেওঁলোকৰ চৰম হতাশা বা নিৰাশাৰ বাবে কিন্তু ইতিমধ্যে দেশৰ সমূহ চাকৰি-বাকৰিও, অধিক কি তেওঁলোকৰ নিচেই কাষতে থকা নগৰ-চহৰ, অফিচ-আদালত বা ষ্টেচন, পোষ্ট অফিচটো। সকলো চাকৰি-বাকৰি বাহিৰৰ লোকে, বাহিৰৰ কৰ্মচাৰীয়ে ইতিমধ্যেই দখল কৰি বহি আছিল। তেওঁলোকৰ বাবেতো এতিয়া তাত সোমাবৰো অকণো ঠাই বা সুৰুঙা নাই!

গতিকেই তেওঁলোক এইবাৰ বাহিৰলৈ ওলাই আহিল আৰু ওলাই আহি দেশৰ চৰকাৰখনৰ ওচৰত তেওঁলোকৰ দাবী জনালে : 'তেওঁলোকৰ দেশত তেওঁলোকৰ চাকৰি লাগে,' 'তেওঁলোকৰ নিযুক্তিৰ সুবিধা লাগে,' অথবা 'তেওঁলোকৰ নিজৰ ঠাইখনত তেওঁলোকৰ থলুৱা লোকখিনিৰ স্বাৰ্থৰ সংৰক্ষণ লাগে'.......ইত্যাদি, ইত্যাদি। ইতিমধ্যে তেওঁলোকে আকৌ এইবোৰত দেশৰ চাকৰি-বাকৰিখিনিত ক'ৰবাৰ বাহিৰৰ লোকে, দেশৰ বাহিৰত অইনে, বিভিন্ন স্বাৰ্থজড়িত মহলে কাম কৰি থকাৰো উমান পালে। গতিকেই এনে ধৰণৰ ন্যস্ত স্বাৰ্থৰ হাতৰ পৰাও তেওঁলোকক বচোৱাৰ বাবে, সুৰক্ষা দিয়াৰ বাবে আবেদন-নিবেদন আৰম্ভ কৰি দিলে।

কিছুমানে ইতিমধ্যে চাকৰি-বাকৰিৰ ক্ষেত্ৰত নিৰাশ হৈ, বিফল মনোৰথ হৈ নগৰে চহৰে অ'ত ত'ত ব্যৱসায়-বাণিজ্য, ঠিকা-ঠুকলিতেই মন দিয়াৰ কথা ভাবিলে। ষাঠিৰ দশকটোৰ আৰম্ভণিৰ লগে লগেই অসমৰ অসমীয়া ল'ৰাই, অসমৰ শিক্ষিত নিবনুৱা যুৱকে অৱশেষত এই ফাললৈকো মনোনিবেশ কৰিলে আৰু তাৰ কাৰণে প্ৰয়োজনীয় মূলধন বা ক্ষেত্ৰ বিচাৰি ফুৰিলে। কিন্তু ক'তা?

এইবাৰো এই ক্ষেত্ৰতো তেওঁলোকৰ চৰম নিৰাশা বা হতাশাৰ বাবেই তেওঁলোকে দেখিলে, লক্ষ্য কৰিলে যে-এইবোৰতো তেওঁ-



লোকৰ বাবে ক'তো অকণো খালী ঠাই বা সুৰুঙা নাই! বাহিৰৰ লোকে, বাহিৰাগতই ইতিমধ্যে দেশৰ সমুদায় বৃত্তি-ব্যৱসায়, সমুদায় ক্ষেত্ৰ কোনোবা কাহানিবাই তেনেই দখল কৰি বহি গৈছে, অধিকাৰ কৰি লৈছে।

গতিকেই কৰে কি এতিয়া? চৰকাৰৰ ফালেই মুখ ঘূৰাব নেকি ?

—নিজৰ দেশখনতে তেওঁলোকৰ সুৰক্ষাৰ বাবে, তেওঁলোকৰ সংস্থানৰ কিবা এটা উপায় দিয়াৰ বাবে ? তেওঁলোকৰ নিজৰ ঘৰতে অন্ততঃ দুবেলা দুমুঠি খাবলৈ উপায় দিয়াৰ বাবে! দিহা দিয়াৰ বাবে !!

—ওঁহো! হয়তো একো লাভ নাছিল। অন্ততঃ তেওঁলোকে তেনেকৈয়ে ভাবিছিল সিদিনা।

কিয়নো তেওঁলোকে দেখিছিল যে যোৱা প্ৰায় দুটা দশক জুৰি অসমৰ ছিলং পাহাৰৰ চৰকাৰখনেতো দৰাচলতে তেওঁলোকৰ বাবে, অসমৰ অসমীয়া জাতিৰ বাবে একো এটা কৰা নাছিল, কৰিব পৰা নাছিল। তেওঁলোকৰ দেশৰ চৰকাৰখনৰ এই বিফলতা, এই নিৰ্লিপ্ততা তেওঁলোকে যে উপজিবৰে পৰা (এই চাম যুৱকৰ বেছিভাগৰে জন্ম ৪৭ চনৰ ঠিক আগে-পাছে আছিল), জনা হবৰে পৰা দেখি আহিছে, শুনি আহিছে; আনকি কাগজে-পত্ৰে আলাপ-আলোচনাও পঢ়ি আহিছে। দেখদেখকৈয়ে ৰাজ্য পুনৰ গঠনৰ সময়ত (১৯৫৫-৫৬), গুৱাহাটীৰ ৰিফাইনেৰীটোৰ আন্দোলনৰ সময়ত (১৯৫৬) অসমৰ ৰাজ্যভাষালৈ চলা অনাতক স্কুলস্কুলখনত (১৯৬০) আনকি অসমৰ ৰাইজে ব্ৰহ্মপুত্ৰৰ ওপৰত এখন দলঙলৈ হাত পতাৰ মুহূৰ্ত্ততো, অসমৰ চৰকাৰখনৰ চৰম নিৰ্লিপ্ত আৰু বিফলতাৰ লেখ তেওঁলোকে পাই আহিছে। আন কথাত ছিলং পাহাৰৰ ৰহস্যঘন কুঁৱলীৰ ডাঠ আৱৰণৰ মাজত তেওঁলোকৰ

চৰকাৰখন কৰবাত হেৰাই পৰাৰ খবৰ তেওঁলোকে কাহানিবাই পাই আহিছে।

গতিকেই এনেখন চৰকাৰৰ ফালে মুখ ঘূৰাই হয়তো তেওঁলোকৰ একো লাভ নাছিল। অন্ততঃ তেওঁলোকৰ, অসমৰ সেই সিদিনাৰ হতাশ, নিৰাশ, নিৰুপায় যুৱক চামৰ এইটো এটা সুদৃঢ় বিশ্বাসতৈই পৰিণত হৈছিল হয়তো।

আনহাতে কেন্দ্ৰৰ ফালে ?

কেন্দ্ৰৰ কেন্দ্ৰীয় চ কাৰখনৰ ফালে ??

কেন্দ্ৰীয় চৰকাৰৰ ওচৰততো অসমৰ সদায়েই এশ-এটা অভিযোগ উত্থাপন কৰা হৈ আহিয়েই আছে। আনকি কেন্দ্ৰত ইংৰাজ চৰকাৰ থাকিবৰে পৰাই অসমৰ অসমীয়াই নানা অভাৱ-অভিযোগ দৰ্শাই আহিছে। অধিক কি, স্বাধীনতাৰ পূৰ্ব্ব মুহূৰ্ত্ততেই তেতিয়াৰ অসমৰ 'প্ৰধান মন্ত্ৰী' বৰদলৈদেৱেওতো তেতিয়াৰ ইংৰাজ চৰকাৰৰ মন্ত্ৰী মিছনৰ আগতেই অসমৰ এশ এটা অভাৱ–অভিযোগৰ দীঘলীয়া তালিকা দাঙি ধৰিছিল আৰু স্বাধীনতাৰ প্ৰভাতী মুহূৰ্ত্ততো অসমৰ অসমীয়াক বাহিৰৰ ভগনীয়াৰ তীব্ৰ হেঁচাৰ পৰা বচাবলৈ গৈ কেন্দ্ৰৰ ডাবি-ধমকি আৰু ৰঙা চকুৰ সন্মুখীন হবলগীয়া হৈছিল।

আনহাতে বৰদলৈদেৱৰ মৃত্যুৰ পিছতেইতো ধাৰাবাহিকভাৱেই আৰম্ভ হৈ গৈছিল অসমৰ ওপৰত কেন্দ্ৰৰ, কেন্দ্ৰৰ ন্যস্ত স্বাৰ্থৰ ডাবি-ধমকি তথা ৰঙাচকুৰ তিৰ্‌বিলবিলনি ; অথবা 'a weak Government in the state always succumbs to the pressure from the centre (K. C. Borua I. A. S.)'ৰ অন্তহীন দুখজনক কাহিনী। অইনহে নালাগে সৌ সিদিনা মাথোন (১৯৫৬-৫৭) কেন্দ্ৰৰ তেল আৰু প্ৰাকৃতিক গেচৰ মন্ত্ৰী মালবীয়াইতো প্ৰায় গাৰ বলেৰেই অসমৰ ভূগৰ্ভৰ সমূহ 'পনীয়া সোণ' টানি উলিয়াই লৈ গৈছিল একেবাৰে বাহিৰৰ বিহাৰলৈ ইয়াৰ উপৰিও কথাই প্ৰতি অসমক



খণ্ডিত কৰা, গঠন-পুনৰ গঠন কৰা, অসমীয়া ল'ৰাক অনাহক গালি-শপনি পৰা, অসমীয়াৰ দুখ-বেদনা বুজিবলৈ, উপলব্ধি কৰিবলৈ চেষ্টা নকৰা, পৰিস্থিতি অধ্যয়ন কৰিবলৈ—নিবিচৰা, আনকি অসমৰ ভাষা অসমীয়াক চলে-বলে-কৌশলে ঘৰে–বাহিৰে (অসম, অৰুণাচলৰ পৰা) বিপৰ্য্যস্ত কৰিব খোজা ইত্যাদি অভিযোগতো আছিলেই কেন্দ্ৰৰ প্ৰতি। এইবোৰৰ উপৰিও ৰাষ্টা-ঘাট, ৰেল-জাহাজ, যান-বাহনৰ এশ-এটা অভিযোগতো সদায় চলিয়েই আহিছে। অথচ কেন্দ্ৰই, কেন্দ্ৰৰ ন্যস্ত স্বাৰ্থই যেন এইবোৰকো পৰিকল্পিতভাৱেই উপেক্ষা কৰি আহিছে, কৰি আহিছে বঞ্চনা....

অধিক কি, তেওঁলোকে দেখিছিল যে বাহিৰৰ গঙ্গাত যেতিয়া দহোখন দলং হয়, অসমৰ ব্ৰহ্মপুত্ৰত তেতিয়া মাথো এখন দলঙৰ কাৰণে ৰাইজে, দেশৰ ৰাইজে আন্দোলনত জপিয়াই পৰিবলগীয়া হয় ; অথবা সমূহ বাহিৰৰ মানুহে যেতিয়া চাৰিওফালে ব্ৰডগজ, এয়াৰ-কনডিচণ্ড ৰেলগাড়ীত ভ্ৰমণ কৰিবলৈ সুবিধা পায় অসমৰ অসমীয়াই তেতিয়াও ইংৰাজ চাহাবে নিতান্ত ব্যৱসায়িক চাহিদাত সাজি থৈ যোৱা হাবি-জঙ্গলৰ মাজত পৰি ৰোৱা আওপুৰণি ৰেল আলিটোৰ সলনি অসমৰ বিভিন্ন নগৰ-চহৰ চুই যাব পৰা ৰেলৰ আলি এটি বা মাথোন ব্ৰডগজ লাইন এটিৰ বাবে টেটু ফালি চিঞৰি মৰিব লাগে। আৰু যে কত কি! কত ন ন অভিযোগ !!

কিন্তু চিঞৰিলেও জানো সি কেনেবাকৈ দিল্লীৰ কাণত পৰিব ? সদায় মাহী আইৰ লেৰেলা সাদৰ যচা দূৰৰ দিল্লীৰ ??

অথবা তাত খোপনি পুতি বহি লোৱা সীমাহীন ন্যস্ত স্বাৰ্থৰ ? হলা গছত বাগি কুঠাৰ মাৰিবলৈ সদা–উদ্যত হৈ থকা ন্যস্ত-স্বাৰ্থৰ দুষ্ট–চক্ৰৰ ??

গতিকেই ধীৰে ধীৰে যেন তেওঁলোকে মুখ ঘূৰালে ইতিহাসৰ পাতলৈ, ইতিহাসৰ পাতৰ তেওঁলোকৰ এদিনৰ ত্ৰাণকৰ্ত্তা বীৰ

লাচিতৰ কালে আৰু মনত পেলালে লাচিতৰ ইতিহাস-প্ৰখ্যাত শৰাইঘাটৰ যুদ্ধৰ তেজ উতলোৱা বচনসমূহলৈ:

'দেশতকৈ মোমাই ডাঙৰ নহয়।'

'বঙালৰ অধীন হুই থাকিবতকৈ মৰণেসে উচিত।'

'সদায় স্বতন্ত্ৰ ৰজা আমি। বঙালৰ আইচতি সহিব নোৱাৰোঁ। স্বৰ্গদেৱতাই উত্তমহে বুলিছে। পাৰিতপক্ষে আজিয়েই যেন বঙ্গালক ধৰিম।'

'পিৰোজ খাঁ, তই ভাই ৰজাত (ৰামসিংহ ৰজ) কবি, গুৱাহাটী তেওঁৰ নহয়। কোঁচক খেদিহে আমি লৈছোঁ। দৈৱ গতিত পৰিহে গোটাচেৰেক দিন আমাৰ হাতৰ পৰা এৰাই গৈছিল। শুনিছোঁ ৰজা ৰামসিংহ মান্ধাতা ৰজাৰ গোষ্ঠী আৰু জয়সিংহৰ পুত্ৰ। ইমান বৰলোকৰ পোৱালি মুখত এনে সৰু কথা কেনেকৈ ওলাল? —দুই ঘৰিমান যে তেওঁ যুঁজিব খোজে, দুই-চাৰি বছৰ যুঁজিবলৈ সাহ নাইনেকি? আমি যে তেওঁৰ তীৰ বন্দুক, আহিলা-পাতি খোজাৰ কথা কৈছে, ভাল এতিয়া তেওঁকে লাগিব পাৰে, থাওক। দুই-চাৰি বছৰৰ পিছত, লাগিলে বাৰু খোজা হব। কিন্তু ঈশ্বৰে গুৱাহাটী আমাক দিছে, আমি তাক কদাপি নেৰোঁ।' ...ইত্যাদি....ইত্যাদি।

পৰিণতিত ১৯৬৮ চনৰ ২৬ জানুৱাৰী তাৰিখৰ ৰাতিপুৱা, অসমৰ অসমীয়াৰ বাস্তৱৰ ৰাজধানী গুৱাহাটী মহানগৰীখন আৰু ইয়াৰ উপকণ্ঠ অঞ্চল হঠাতেই অশান্ত হৈ উঠিল; অশান্ত হৈ উঠিল অসমৰ থলুৱা আৰু বহিৰাগতৰ মনৰ আকাশখনো; মনৰ অস্থিৰ, উত্তেজনাপূৰ্ণ আকাশখনো।



নিসন্দেহে এই অশান্তিৰ বাবে সিদিনাৰ অসমৰ অসম চৰকাৰ আৰু দিল্লীৰ কেন্দ্ৰীয় চৰকাৰখনেই দায়ী আছিল; কিয়নো অসমত অসমীয়া মানুহৰ জীৱনৰ এই ক্ৰম-অৱনতি আৰু পৰিণতিত অহা এই চৰম দুৰ্দ্দশা আৰু দুৰ্যোগৰ বাবে তেওঁলোকৰ আটায়েই অনেক আগতেই চিন্তা কৰা বা চকু দিয়াটো প্ৰাথমিক কৰ্ত্তব্য আছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত সেইটো কৰা হোৱা নাছিল। ফলত দেশৰ অৱস্থা অচিৰেই আফ্ৰিকাৰ 'ইডি আমিন'ৰ ইউগাণ্ডা বা কেনিয়া নাইৰোবিৰ দৰে, অধিক কি, তাতকৈও শতগুণে বেছি বিস্ফোৰণমুখী হৈ পৰিছিল।

গতিকেই গুৱাহাটী হঠাৎ অশান্ত হৈ পৰিবলগীয়া হৈছিল আৰু অশান্ত হৈ পৰিছিল গুৱাহাটী তথা অসমৰো প্ৰতিজন শান্তি-প্ৰিয়, সুবিবেকী মানুহৰেই অন্তৰ জগতখনিও।

যি কি নহওক, দেশৰ চৰকাৰখন কিন্তু ইমানতেই সজাগ আৰু সচেতন হৈ পৰাটো উচিত আছিল: তেওঁলোকৰ ভ্ৰম বা ভ্ৰান্তিৰ হয়তো ইমানতেই সামৰণি পৰিব লাগিছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত সেইটো দেখা নগ'ল। বৰঞ্চ, পূৰ্ব্বৰ দৰেই আঁকোৰ-গোঁজ মাৰি তেওঁলোক ছিলঙতে 'নিৰুপায়-নিৰৱধি' হৈ বহি থাকিল।

দেশৰ পৰিস্থিতিয়ে কিন্তু ইতিমধ্যে আৰু ৰূপ সলাবৰ উপক্ৰম কৰিলে; অৰ্থাৎ অসমৰ ছিলং পাহাৰৰ চৰকাৰখনৰ ইমান দিনৰ সমূহ দুঃস্বপ্ন আৰু বিভ্ৰান্তিৰ বেহু ফালি সমূহ পৰ্ব্বতেও অৱশেষত মেঘালয়, মিজোৰাম, অৰুণাচল আদিৰ ৰূপত আঁতৰি যাবলৈ আৰম্ভ কৰিলে। অধিক কি, ধীৰে ধীৰে ছিলং পাহাৰৰ ভৰিৰ তলৰ মাটিডুখৰিয়েও অৱশেষত এনেখন চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ আঁচৰাৰ কথা ভাবিলে; গুজৰিলে।

গতিকেই বিভ্ৰান্তি আঁতৰাবৰ বাধ্য হ'ল; অসমৰ ছিলং পাহাৰৰ নেতৃত্বৰ সুদীৰ্ঘদিনীয়া চিন্তাৰ আউল আৰু বিভ্ৰান্তি। আন

কথাত পৰিস্থিতিয়ে তেওঁলোকক বাধ্য কৰালে ; অথবা তেওঁলোকৰ হুচকুৰ স্বপ্নৰ মায়াজাল পৰিস্থিতিয়ে একপ্ৰকাৰ জোৰ কৰিয়েই মোহাৰি পেলালে। ফলত অৱশেষত যথেষ্ট পলমকৈ হলেও তেওঁ-লোকৰ দীৰ্ঘদিনীয়া ৰাজধানীখনৰ পৰা সুদে-মূলে সকলোকে হেৰুৱাই হৃত-সৰ্ব্বস্ব হৈ, এক প্ৰকাৰ ঠেকত পৰিয়েই ভৈয়ামলৈ নামি আহিবলৈ বাধ্য হ'ল, ভৈয়ামৰ নিজৰ ঘৰলৈ, বাস্তৱৰ মজিয়ালৈ।

কিন্তু নিতান্ত দুখজনকভাৱেই ভৈয়ামলৈ নমাৰ পূৰ্ব্ব মুহূৰ্ত্ততো যোৱা ১৯৭২ চনৰ ২৩ ছেপ্টেম্বৰ তাৰিখত ছিলঙৰ বিধান সভাৰ মজিয়াত তেওঁলোকৰ দীৰ্ঘদিনীয়া ভুল বা ভ্ৰান্তিৰ দীঘলীয়া ক্ৰমৰ শেহতীয়া ভুলটো কৰি পেলালে ; অৰ্থাৎ নিতান্ত অনাহক আৰু অপ্ৰত্যাশিতভাৱেই তেওঁলোকে অসমৰ বিশ্ববিদ্যালয়ৰ মাধ্যম সংক্ৰান্তৰ সৰ্ব্বনশীয়া সিদ্ধান্তটোও গ্ৰহণ কৰিলে আৰু জাতিটোক পুনৰ অনাহক ভাৱেই আৰু এক গভীৰ উদ্বেগপূৰ্ণ আৰু শোকাবহ পৰিস্থিতিলৈ ঠেলি দিলে, —যি পৰিস্থিতিৰ উপশম হয়তো কাৰ্য্যতঃ আজিলৈকে ঘটা দেখা নাই।

## বাস্তৱ চিন্তাৰ আহ্বান

অৱশেষত দিছপুৰে তেনেহলে ঘৰৰ ল'ৰাক ঘৰলৈ ঘূৰাই আনিলে। অসমীয়া জাতিৰ জীৱনত এই ঘটনা হয়তো ঃ

"আগে নিচিনিলো আবেসে জানিলোঁ।
তেন্তে তুমি শ্ৰীৰাম।
অজ্ঞানীক মোক প্ৰভূ ক্ষেমিয়োক
চৰণে কৰো প্ৰণাম ॥"

যি কি নহওক, দিছপুৰৰ হাতত তেনে আজি জাতিটোৰ প্ৰতি দায়িত্ব আৰু কৰ্ত্তব্যও অনেক।



প্ৰথম কোবতেই ই নিশ্চয় অসমৰ বৰ্ত্তমান আৰু ভৱিষ্যতৰ নেতৃবৰ্গৰ গাৰ পৰা তাৰ দীৰ্ঘদিনীয়া এলাহ, জড়তা আৰু ভ্ৰম বা ভ্ৰান্তিৰ আবেশটো জোৰ কৰি হলেও জোকাৰি পেলাব লাগিব আৰু চকুত আঙুলি দি হলেও দেখুৱাই দিব লাগিব, তেওঁলোকৰ বাবে আজিৰ কঠিন ৰূঢ় বাস্তৱ কোনটো বা বাস্তৱৰ চৌহদ কোনটো। —অথবা আজিৰ দিছপুৰৰ চৰকাৰখনে জানিব লাগিব, তেওঁলোক কাৰ চৰকাৰ, কোন জাতীয় গোটৰ চৰকাৰ আৰু কোনে তেওঁলোকৰ পৰা কি কি প্ৰত্যাশা কৰিছে ; আৰু তাৰ পিছতেই সেইবোৰৰ পৰিপূৰ্ত্তিৰ বাবেই তেওঁলোক সাধনাত অগ্ৰসৰ হব লাগিব। তেওঁ-লোকে নিশ্চয়কৈ চাব লাগিব, অসমীয়াৰ স্বাধীনতাই, অসমীয়াৰ ভাৰতীয়ত্বই যাতে ধীৰে ধাৰে, এপদ এপদকৈ অৱশেষত লোটাটোও (এদেও হুদেও, লোটা নিবৰ ছেও) কাঢ়ি লৈ নাযায়।

দিছপুৰৰ আগত আজি নিসন্দেহে এক গধুৰ দায়িত্বই আহি পৰিছে আৰু এই দায়িত্ব হৈছে অসম চৰকাৰৰ দীৰ্ঘদিনীয়া ভুল আৰু ভ্ৰান্তিৰ ফলত অৱশেষত ঘৰতেই অঘৰী হৈ পৰা এটি বিধ্বস্ত জাতিৰ পুনৰ সংস্থাপনৰ দায়িত্ব ; এটি মৃতপ্ৰায় জাতিক মৃত-সঞ্জীৱনী খুওৱাই জীয়াই তোলাৰ দায়িত্ব। নাজানো, কোনে, কোন-দিনা যে জাতিটোক তাৰ জীৱন-মৰণৰ এই সন্ধিক্ষণৰ পৰা তথা আসন্ন মৃত্যুৰ মুখৰ পৰা তুলি ধৰিব পাৰিব! কিয়নো অসমৰ সিদিনাৰ প্ৰাতঃস্মৰণীয় পুৰুষ জ্যোতিপ্ৰসাদেওতো কৈছিল ঃ

"অসমীয়া জাতিৰ এতিয়া জীৱন-যুঁজ জিনা নিৰ্ভৰ কৰিছে, বিচক্ষণ নেতৃত্বৰ ওপৰতহে। অসমীয়াই এতিয়া নিজে গম পাইছে, অসমীয়াৰ সকলো উন্নতিৰ সমল-সঁজুলি আছে বুলি। অসমীয়াৰ উন্নতিৰ কাৰণে প্ৰবল ইচ্ছাও বৰ্ত্তমান আৰু উন্নতিৰ বাটেদি খোজ দিবলৈকো গাত বল পাইছে যথেষ্ট। কিন্তু অসমীয়াৰ আৱশ্যক হৈছে—সূক্ষ্মদৰ্শী, কাৰ্য্যপটু, স্বাৰ্থত্যাগী আৰু ব্যক্তিত্বসম্পন্ন, অতিমানৱপ্ৰায় নেতাৰ।"

নিসন্দেহে সেই নেতাজনৰেই অসমীয়াৰ অভাৱ হৈ আহিছে অতদিনে; অন্ততঃ 'তাহানি লাচিতে এৰি থৈ যোৱাৰে পৰা'। অধিক কি,

"তাহানি লাচিতে এৰি থৈ যোৱাৰে
পৰা জননী তোৰ—
লঘু-লাঞ্ছনাৰ দুখে-বেজাৰৰ
আজিও নপৰিল ওৰ।"

গতিকেই দিছপুৰৰ নিশ্চয়কৈ আজি সেই নেতাজনৰ জন্ম দিয়াৰো দায়িত্ব আহি পৰিছে; আহি পৰিছে আই জননীৰ ইমান দিনৰ লঘু-লাঞ্ছনা আৰু দুখ-বেজাৰৰো অন্ত পেলোৱাৰ....।

অসমীয়া মানুহখিনিৰো নিশ্চয় এই ক্ষেত্ৰত দায়িত্ব আছে যথেষ্ট। প্ৰথম কোবতেই তেওঁলোকেও তেওঁলোকৰ সুদীৰ্ঘ দিনৰ কৰ্ম্ম-বিমুখতা, শ্ৰম-বিমুখতাৰ পৰা হাত সাৰি উঠিব লাগিব; আনহাতে বিভিন্ন কামৰ প্ৰতি তেওঁলোকৰ যি অন্ধ যুগ-অনুপযোগী গোড়ামী বা বাধা নিষেধ আছে, তাকো পৰিহাৰ কৰিব লাগিব। অসমীয়া মানুহে আজি যুগৰ ধুমুহাই তেওঁলোকৰ আগত পেলাই দিয়া যি কোনো কামকেই বাস্তৱৰ সত্য বুলি গ্ৰহণ কৰি বিনা দ্বিধাই কৰিবলৈ আগবাঢ়ি আহিব লাগিব। লগতে তেওঁলোকৰ গাৰ পৰা জোকাৰি পেলাব লাগিব যুগ যুগ জোৰা তেওঁলোকৰ জাতীয় বদনামবোৰো: যেনে—এলেহুৱা, পৰশ্ৰীকাতৰ জ্ঞাতি-বৈৰী আৰু নীচাত্মিকা মনোভাৱাপন্ন বোলা তেওঁলোকৰ এশ-এটা জাতীয় দোষ তথা অপৰাধৰ বদনামবোৰ।

"অসমীয়া জাতিৰ প্ৰতিভা ভাগ্যৰ জাপৰ তলত সোমাই আছে। সুযোগ আৰু সুবিধা পালেই এদিন সি ভমকাই উঠিব।"—বুলি 'জোনাকীৰ ত্ৰিমূৰ্ত্তি'ৰ অন্যতম চন্দ্ৰকুমাৰে হেনো সেই সিদিনাই



কৈ গৈছিল। তেনে সেই সুযোগ আৰু সুবিধা কি আজিও জাতিৰ জীৱনলৈ অহা নাই?

অসমীয়া জাতিয়ে নিশ্চয় আজি এই প্ৰশ্নৰো উত্তৰ দিব লাগিব; দিব লাগিব সমিধান।

অসমৰ নতুন পুৰুষৰ আগতো নিসন্দেহে আজিৰ দায়িত্ব কোনো গুণে কম নহয়। তেওঁলোকৰ চিৰ নমস্য, চিৰ-আদৰৰ জ্যোতিপ্ৰসাদেইতো সৌ সিদিনাই কৈ থৈ গৈছে:

"অসমীয়া ডেকাৰ মেধা, মনীষা, প্ৰতিভা নোহোৱা নহয়; কেৱল সাধনা আৰু তপস্যাৰ বিমুখতাৰ বাবেই আমি তাক ফুলাই তুলিব পৰা নাই।"

কথাষাৰ নিশ্চয় আজি ভালকৈ বুজি চাবৰ সময় হল; সময় হ'ল মানে, পাৰ হ'ল। তথাপিতো, জোৰ পুৰি হাত পোৱাৰ অৱস্থাতো, তেওঁলোকে এবাৰ আকৌ ভাবি চাওঁক: আৰু,—

"সাধনা—সাধনা—উগ্ৰ সাধনা, তপস্যা, কঠোৰ তপস্যাত আজিৰ ডেকা সকল নিমগ্ন হওঁক।"

আনহাতে তেওঁলোকৰ এই সাধনা বা তপস্যা নিসন্দেহে তেওঁলোকৰ সৰুকালিৰ পঢ়া মেজখনৰ পৰা আৰম্ভ কৰি ডাঙৰৰ অফিচ-আদালত, ব্যৱসায়-বাণিজ্য, কলা-কৃষ্টি, আনকি জাতিৰ প্ৰশাসন যন্ত্ৰটোলৈকে ব্যাপ্ত আৰু সম্প্ৰসাৰিত কৰিব লাগিব; আৰু ইয়াৰ পিছত তেওঁলোকে দিল্লী তথা বিশ্বৰ দৰবাৰলৈকো চকু দিব পাৰিব লাগিব।

নহলে, যুগৰ ধুমুহাত, সময়ৰ বা'মাৰলীত তেওঁলোকৰ যে ক'তো নিস্তাৰৰ উপায় নাথাকিব; নাথাকিব বাচি থকাৰ—নিজে বাচি থকাৰ আৰু আনক বচাই ৰখাৰ—দেশ আৰু জাতিক বচাই ৰখাৰ কোনো পথ, কোনো উপায়!

বাহিৰাগত সকলৰো এই ক্ষেত্ৰত ভাবিবলগীয়া আছে নিশ্চয়। —তেওঁলোকৰ অনেকেই নিসন্দেহে নিতান্ত নিৰুপায় অৱস্থাত পৰিহে নিজৰ দেশ বা মাতৃভূমিক দূৰত এৰি থৈ আহিছে আৰু আজি অসম মাতৃকেই দৰাচলতে তেওঁলোকৰ আশ্ৰয়দাত্ৰী আৰু অন্নদাত্ৰী মাতৃ হিচাবে গ্ৰহণ কৰিছে। গতিকেই তেওঁলোকৰ একালৰ জন্মদাত্ৰী মাতৃতকৈও আজিৰ আশ্ৰয়দাত্ৰী আৰু অন্নদাত্ৰী মাতৃৰ প্ৰতি তেওঁলোকৰ কৰ্ত্তব্য বা দায়িত্ব নিসন্দেহে যথেষ্ট। প্ৰথম কথাত, তেওঁলোকৰ আজিৰ এই নতুন মাতৃ গৰাকীৰ প্ৰতি তেওঁলোকৰ হৃদয়ৰ অকৃত্ৰিম নিষ্ঠা বা আনুগত্যৰ প্ৰয়োজন; কৃষ্ণ-ভগৱানে যিদৰে তেওঁৰ আশ্ৰয় দাত্ৰী মাতৃ যশোদাৰ প্ৰতি হৃদয়ৰ অকপট নিষ্ঠা যাচিছিল, তেনেদৰে। দ্বিতীয়তে, তেওঁলোকে আশ্ৰয় পোৱা দেশ বা ঠাইখণ্ডৰ প্ৰাচীন ইতিহাসৰ গতিধাৰাও নিশ্চয় মৰ্ম্মে মৰ্ম্মে হৃদয়ঙ্গম কৰিবৰ সক্ষম হব লাগিব। —আনহাতে অসমত অসমৰ ইতিহাসৰ গতিধাৰা হ'ল সমন্বয় আৰু সংহতিৰ ধাৰা; বৰলুইতৰ ধাৰা। বৰলুইতে যিদৰে তাৰ ছুপাৰৰ বিশাল বিস্তীৰ্ণ ক্ষেত্ৰৰ বিভিন্ন নৈ-উপনৈক, জান-জুৰিক বুকুত সাবটি লৈ মহাবাহুৰে বলীয়ান হৈ মদমত্ত-গতিত হিল-দল ভাঙি আগবাঢ়ে দূৰৰ 'গভীৰ-প্ৰশান্ত' সাগৰৰ উদ্দেশ্যে, অসমৰ ইতিহাসেও সেইদৰেই তাৰ জন্ম-মুহূৰ্ত্তৰে পৰা দেশৰ বুকুলৈ অহা বিচিত্ৰজনক বুকুত সাবটি লৈ ধীৰে ধীৰে বিশাল বিচিত্ৰ ৰূপ ধৰি আগবাঢ়ি আহি আছে।

গতিকেই অসমৰ ইতিহাসে, ইতিহাসৰ বৰলুইতখনে আজিও অসমত বিচিত্ৰজনৰ সমন্বয় আৰু সংহতিহে বিচাৰে; তাৰ অন্যথা নিবিচাৰে। তাৰ অন্যথা হলেই কিন্তু সি গুজৰে—ইতিহাসে গুজৰে—ইতিহাসৰ বৰলুইতে গুজৰে আৰু গুজৰি গুমৰি হলেও অৱশেষত সি তাৰ বাটৰ সকলো হেঙাৰ—সকলো বাধা-বিঘিনিক ওফৰাই দি পুনৰ আগবাঢ়ে, তাৰ অতীতৰ দৃঢ় প্ৰতিশ্ৰুত



গতিপথেৰেই, স্বাভাৱিক গতিৰেই.......

দৰাচলতে অসমৰ ইতিহাসৰ এই স্বাভাৱিক গতিধাৰাৰ প্ৰভাৱ মানি লৈছেও অনেকে। উদাহৰণ স্বৰূপে, অসমৰ আজিৰ ব্যাপক চাহ-মজদুৰ সমাজখনে বিনা দ্বিধাই অসম মাতৃকেই তেওঁলোকৰো মাতৃ হিচাবে গ্ৰহণ কৰিছে। অসমৰ বিস্তৰ পমুৱা মুছলমানৰ সমাজখনেও অসম মাতৃৰ এই উদাত্ত আহ্বানকে গ্ৰহণ কৰি নিজকে ধন্য মানিছে। একেই উদাহৰণ গ্ৰহণ কৰিছে আজিৰ অসমৰ বিস্তৃত নেপালী সমাজেও। অধিক কি, সুদূৰ পাঞ্জাৱ, ৰাজস্থান আদিৰ পৰা অহা, আহি আশ্ৰয় লোৱা, অসম মাতৃৰ হাজাৰ হাজাৰ নতুন সন্তানেও আজি দেশমাতৃৰ এই চিৰ-শ্বাস্বত আহ্বানতেই মুগ্ধ হৈ পৰিছে।

নহবয়ে বা কিয়? ইযে মানুহৰ ইতিহাস তথা ভগৱানৰ ইতিহাসৰো স্বাভাৱিক গতি। আনহাতে এই আহ্বানত সহাৰি জনোৱাত তেওঁলোকৰ লোকচানেই বা ক'ত?

অসমৰ ইতিহাসৰ পাতত তেওঁলোকে দেখিছে যে সৌ সিদিনা মাথোন, ১৮৩৩ কি ১৮৩৬ চনত, সুদূৰ ৰাজপুতানাৰ পৰা আহি পৰা 'নওৰঙ্গ আগৰৱালা' নামৰ উদ্যোগী যুৱক গৰাকীয়ে কেনেবাকৈ ভাগ্যৰ ফেৰত অসম সোমাই অসমৰ তেজপুৰত গমিৰি গাৱঁত আহি উপস্থিত হৈ একালৰ উষা-চিত্ৰলেখাৰ দেশৰ 'সাদৰী' আৰু 'সোণপাহি' দুজনীৰ পাণি গ্ৰহন কৰি লৈ দেখোন প্ৰকৃততে নিজকেহে কৃতাৰ্থ কৰিলে। কিয়নো ইয়াৰ জৰিয়তেই যে তেওঁ সোমাই পৰিল অসমৰ ঐশ্বৰ্য্যমণ্ডিত শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ নামঘৰ-মণিকূটতো; আৰু তাৰেই সুফল স্বৰূপে জন্ম লভিলে অসমৰ আজিৰ সাহিত্য-সংস্কৃতিৰ আকাশৰ অত্যুজ্জ্বল জ্যোতিষ্কসমূহ: হৰিবিলাস, (এইজনা হৰিবিলাসেই মহাপুৰুষ শঙ্কৰ-মাধৱৰ কীৰ্ত্তন-দশম-ভাগৱত আদি গ্ৰন্থ পোন প্ৰথমে ছপাই উলিয়াই অসমীয়া জাতিক কৃতাৰ্থ কৰিছিল)

চন্দ্ৰকুমাৰ, আনন্দচন্দ্ৰ আৰু স্বয়ং জ্যোতিপ্ৰসাদেও। অসমীয়া সাহিত্যৰ 'নৱন্যাসে' যেন দৰাচলতে নওবঙ্গ আগৰৱালাৰ পৰিয়ালৰ চৌহদতহে জন্ম লভিলে আৰু তাকো জন্ম দিলে যেন সাদৰী আৰু সোণপাহিৰ সিদিনাৰ গৌৰৱোজ্জ্বল অতীত আৰু ইতিহাসে ; তথা সিদিনাৰ অসমৰ অতীত ইতিহাসে।

গতিকেই বহিৰাগতসকলৰ এই ক্ষেত্ৰত লোকচানেই বা ক'ত ? বৰঞ্চ, তাৰ বিপৰীতে, বিপৰীতমুখী হৈ, দেশৰ ইতিহাসক ওভতাই বোৱাব খুজিলেহে বিপদ, লোকচান ; তথা অশান্তি ! অনাহক অশান্তি !!

অসমৰ বঙালীসকলৰো অনেকেই নিশ্চয় অসম বুৰঞ্জীৰ এই গতিধাৰা বুজি পাইছে আৰু বুজি পাই দেশৰ স্বাভাৱিক প্ৰবাহৰ স'তে, বৰ-লুইতৰ প্ৰবাহৰ স'তে নিজকে মিলাই দিয়াৰ প্ৰয়াস কৰিছে। আন কিছুমানৰ হয়তো এতিয়াও অন্তৰৰ দোধোৰ-মোধোৰ অৱস্থাটোৰ উপশম ঘটাগে নাই ; হয়তোবা তেওঁলোকৰ অনেকৰে চকুৰ পতাত এতিয়াও দূৰৰ ঢাকা-নোৱাখালিৰ সৌ সিদিনাৰ সমস্ত সাম্প্ৰদায়িক অশান্তি বা 'দাঙ্গা-হাঙ্গামা'ৰ করুণ স্মৃতি আজিও সময়ে সময়ে দোলা দি যায়। —কিন্তু তেওঁলোকৰ আজিৰ সন্তানসকলৰ সমুখত, আজিৰ সমস্ত নতুন পুৰুষৰ সমুখত যে বাস্তৱৰ অসমৰ চিৰ-শান্ত, চিৰ-শ্যামল প্ৰকৃতি তথা গাওঁ-নগৰ সমূহৰহে উদাত্ত আহ্বান !

গতিকেই তেওঁলোকো নিসন্দেহে বাস্তৱমুখী, ইতিহাসমুখী হোৱাটো প্ৰয়োজন, আৰু প্ৰয়োজন বাস্তৱৰ প্ৰত্যাহ্বানক হাঁহি মুখে বৰণ কৰি লৈ তেওঁলোকৰ বৰ্ত্তমান আৰু ভবিষ্যতৰ বংশধৰসকলৰ কাৰণে এখন শান্ত, সুস্থ সমাজৰ পাতনি মেলি যোৱাটো, সৃষ্টি কৰি যোৱাটো।



পশ্চিমবঙ্গৰ বঙালীসকলৰো নিশ্চয় এই ক্ষেত্ৰত ভাবিবলগীয়া আছে যথেষ্ট। তেওঁলোকেও নিসন্দেহে তেওঁলোকৰ পিতৃ-পুৰুষৰ একালৰ ভুল বা পিতৃ-পুৰুষৰ এচামৰ 'যুদ্ধং দেহি'—মনোভাব ত্যাগ কৰিব লাগিব। তাৰ পৰিবৰ্তে আজিৰ বাস্তৱৰ সত্যক, ইতিহাসৰ সত্যক স্বীকাৰ কৰি লৈ ভাৰত-মাতৃৰ বুকুৰ 'অসমীয়া' আৰু 'বঙালী' —এই দুই 'যঁজা-ভনী' বা তেওঁলোকৰ বৰ্ত্তমান আৰু ভবিষ্যতৰ সকলো সন্তান-সন্ততি শান্তিৰে, সসন্মানে নিজ নিজ ঘৰ, নিজ নিজ মজিয়াত বাচি থকাৰ ব্যৱস্থা কৰিব লাগিব। মনত ৰাখিব লাগিব, তেওঁলোকৰ - অসমীয়া আৰু বঙালীৰ—কোনো ডাঙৰ, কোনো সৰু নহয়---দুয়ো যঁজা ভনী ; আনহাতে আজিৰ অসমীয়া জাতি আৰু বঙালী জাতিৰ কোনো কাৰো পৰ-অপৰ নহয়, দুই ভনীৰহে মাথো সন্তান। গতিকেই অতীতৰ দৰে ভবিষ্যতলৈ ভাতৃ-বিৰোধে যাতে মানৱতাৰ সীমা চুই যাব নোৱাৰে তাৰ বাবে যত্নপৰ হব লাগিব ; অথবা কালৰ গতিত কোনোজন গৰিব হৈ পৰিল বুলি নতুনকৈ চহকী হোৱাজনে ইজনক ঘৰতে আহি গবা মাৰি ধৰাৰ সামন্ত-যুগীয় চিন্তা-চৰ্চ্চা, ধ্যান-ধাৰণা পৰিহাৰ কৰিব লাগিব আৰু তাৰ বিপৰীতে দুয়ো মিলি-মিছি ভাই-ভাই হিচাবে বাচি থকাৰ বাট মুকলি কৰিব লাগিব। এই কথাও হয়তো মনত ৰাখিব লাগিব যে আজিৰ বঙালী সমাজখন তথা বঙালী জাতিয়ে ভাৰতত ঘনাই গতিপথ সলনি কৰি থকা ৰাজনীতিৰ ঘূৰ্ণি বতাহ জাকত বাৰে বাৰে বাৰুকৈয়ে বিপৰ্য্যস্ত হৈ আহিছে আৰু তাৰ কাৰণে তেওঁলোকে ইতিমধ্যে ক্ষতিও স্বীকাৰ কৰিছে যথেষ্ট। গতিকেই শান্তি আৰু নিৰাপত্তা নিশ্চয়কৈ তেওঁলোকৰ কাৰণেই অধিক প্ৰয়োজনীয় আৰু চিন্তনীয় বিষয়। আনহাতে অসমৰ অসমীয়াখিনিয়েও এনে ধৰণৰ এজাক বিপৰ্য্যস্ত বঙালী লোকলৈ বুলিয়েই তেওঁলোকৰ স্বভাৱসুলভ উদাৰতাৰে মুৰৰ ওপৰৰ অকণমানি

চাল ভুখৰিৰে এড়ুখৰি বা খেতি-বাতিৰ সংকীৰ্ণ পৰিসৰৰ মাটি-জমিখিনিৰেই এভাগ আগবঢ়াই দিছে ; অথবা বৃত্তি-ব্যৱসায়ৰো অংশ দিছে। তাৰ বিনিময়ত তেওঁলোকে মাথোন বিচাৰিছে অসমৰ আনসকলৰ দৰেই, তেওঁলোকো সুখে-দুখে অসমীয়া হৈ যোৱাটো ; অসমৰ বঙালী হৈ থকাটো নহয়, অসমৰ অসমীয়া হৈ যোৱাটো ; আই মাতৃৰ সন্তান হৈ যোৱাটো, আইৰ কোলাত মিলি যোৱাটো.... ।

অসমৰ বঙালীসকলৰ আগত নিসন্দেহে এয়া এটা ইতিহাসৰ সুমধুৰ প্ৰত্যাহ্বান ; সময়ৰ আহ্বান। আশাকৰো এই আহ্বানৰ প্ৰতি সহাৰি দিবলৈ তেওঁলোকৰ কাৰো অকণো কুণ্ঠাবোধ নাথাকিব !

অসমত, অসমৰ ভৈয়ামত, বৰলুইতৰ দুপাৰত সমন্বয় আৰু সংহতিৰ এই ছন্দ—এই সুৰ বাজি থকাৰ মুহূৰ্ত্ততেই হঠাৎ লুইতৰ পাৰতেই ক'ৰবাত অসমৰ চিত্ৰ-বিচিত্ৰ জনজাতি ভাই-ভনীসকলৰ দুই–এজনৰ মাজত বৰলুইতৰ এই গতি, এই প্ৰবাহক ওভতাই বোৱাব খোজাৰ ধ্বনিও শুনিবলগীয়া হোৱাটো নিশ্চয় আজি গভীৰ উদ্বেগ আৰু পৰিতাপৰ বিষয়।

এই কথা হয়তো এই কাৰণেই ঘটিবলৈ পাইছে যে স্বৰাজোত্তৰ কালছোৱাত দিল্লীৰ কেন্দ্ৰীয় চৰকাৰখনে কথাই প্ৰতি অসমখনক ছিন্ন-বিচ্ছিন্ন কৰি, ভাঙি-ছিঙি খণ্ডিত কৰাৰ হয়তো এটা দুৰভিসন্ধি কৰি আহিছে ; আন কথাত অসমৰ অসমীয়াখিনিক ক্ৰমে অধিক দুৰ্ব্বল আৰু নিশকতীয়া কৰি তুলি কাৰোবাৰ, কোনো ন্যস্তস্বাৰ্থৰ হাতৰ পুতলা বা শাসন-শোষণৰ অস্ত্ৰ বা আহিলালৈ ৰূপান্তৰিত কৰাৰ ষড়যন্ত্ৰ এটি হয়তো ক'ৰবাত চলি আহিছে। অথবা দুই এক উচ্চাকাঙ্ক্ষী লোকে হয়তো এই বিভাজনৰ সুবিধা লৈ নিজৰ স্বাৰ্থ পূৰণৰো সুযোগ-সুবিধা বিচাৰিছে। বিশেষতঃ ই যিহেতু এটি আজিৰ ভাৰতীয় বেমাৰ। আন কথাত তেওঁলোকৰ দুই-একে হয়তো ঃ



"আমি কাৰোবাৰ নাচ, নাচিব লাগিছো
কোনে নচাই নাজানো।"

অথবা—

"আমি কাৰোবাৰ বাঁহী, বাজিব লাগিছো
কোনে বজাই নাজানো॥" ৰ লেখিয়া কোনো দুষ্ট-চক্ৰৰ বলি হোৱাৰো উপক্ৰম হৈছে। সেয়েই নিশ্চয় অসমৰ স্বভাৱ-সৰল জনজাতিসকলৰ দুই-একৰ মাজত আজিৰ এই অনাহক বিদ্ৰোহৰ সুৰ তথা ধ্বনি।

যি কি নহওঁক, এই ধ্বনি কিন্তু নিসন্দেহে বাস্তৱ আৰু যুগ-উপযোগী নহয়। আনহাতে তেওঁলোকৰ ইতিহাসেও এই কথা নকয়। তেওঁলোকৰ কাৰণে দৰাচলতে ইতিহাসৰ 'কমলামিৰি—ৰতন কছাৰী' নাইবা 'বিষ্ণু ৰাভা—ৰূপনাথ ব্ৰহ্ম'ৰ পথহে স্বাভাৱিক আৰু প্ৰশস্ত পথ। কিয়নো এই পথত তেওঁলোকৰ লোকচান নাই ; অথবা হেৰাই যোৱাৰ ভয় নাই। আনহাতে ইয়াৰ ক্ষেত্ৰ আৰু পৰিধিও ব্যাপক আৰু বিচিত্ৰ। এই ব্যাপক আৰু বিচিত্ৰ ক্ষেত্ৰতেই তেওঁলোকৰ কমলামিৰি, ৰতন কছাৰীহঁতে বহুতো পাই গৈছে। এই ক্ষেত্ৰতেই নাচ নাচি, বিপ্লৱ কৰি, বিষ্ণু ৰাভাই ধুবুৰীৰ পৰা শদিয়ালৈকে বিস্তৃত ক্ষেত্ৰত সহস্ৰজনৰ মনো-মন্দিৰত ঠাই-এটুকুৰা ৰাখি গৈছে। ৰূপনাথ ব্ৰহ্মৰ ক্ষেত্ৰতো সেই একেটা কথা। মুঠতে তেওঁলোকৰ কোনেও একো হেৰোৱা নাই আৰু নেহেৰুৱাবও। বৰঞ্চ, তাৰ অনাথা কৰিলেই তেওঁলোকৰ বিপদ আছে ; হেৰাই যোৱাৰ, হেৰাই পৰাৰ ভয় আছে।

গতিকেই ৰাভাৰ আভাই তথা 'ৰাভা-ব্ৰহ্ম', 'মিৰি-কছাৰী'ৰ পথেই নিসন্দেহে অসমৰ সমূহ জনজাতি ভাই-ভনীসকলৰ কাৰণে উত্তম আৰু প্ৰশস্ত পথ।

উত্তৰ কাছাৰৰ কছাৰী তথা 'হাগজেৰ-থাওচেন'আদিৰ বাবেও নিশ্চিতভাৱে এই পথেই আছিল প্ৰকৃত পথ। অধিক কি, মিকিৰ পাহাৰৰ মিকিৰসকল আৰু গাৰোপাহাৰৰ গাৰোসকলৰ বাবেও এই পথত একো বিপদ বা ক্ষতিৰ সম্ভাৱনা নাছিল। কিন্তু এইখিনিতেই, ইতিমধ্যে আহি উপস্থিত হোৱা ইউৰোপ আমেৰিকাৰ খ্ৰীষ্ট ধৰ্ম্ম আৰু তাৰ আনুষঙ্গিক ইংৰাজী ভাষাই হয়তো তেওঁলোকৰ এচামক হাত-বাউলি দিলে। গতিকেই পুৰণি কালৰ হাজাৰ বছৰীয়া মিতিৰে আমুৱালে আৰু নতুন মিতিৰৰ শঠা-মিতিবালিকেই হয়তো দেখাত ভাল লাগিল। ফলত গাৰোপাহাৰে ছিলং পাহাৰৰ লগত হলেও জোটাশালী মাৰি ভৈয়ামৰ সমাজ-খনৰ পৰা আঁতৰি গ'ল। গতিকেই মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰকো হয়তো এই দৃষ্টান্তই সময়ে সময়ে আমনি কৰিবলৈ বিচাৰে। সেয়ে তেওঁলোকৰো এচামেও সময়ত অন্য ধৰণে চিন্তা কৰাৰ কথা ভাবে হয়তো! কিন্তু নিশ্চিতভাৱে এই চিন্তাই তেওঁলোকক কোনো স্বৰগলৈ লৈ যাব নোৱাৰে। বৰঞ্চ, দূৰ পাহাৰৰ মাজত তেওঁলোক হয়তো আৰু অকলশৰীয়া হৈ পৰাৰ সম্ভাৱনাহে আছে আৰু পৰিণতিত আজিৰ ব্যাপক বিস্তীৰ্ণ ক্ষেত্ৰখন হয়তো তেওঁলোকে হেৰুৱাব লাগিব। আনহাতে নিসন্দেহে ই তেওঁলোকৰ ইতিহাসৰো ওভতনি গতিহে হব। বিশেষ, যেতিয়া দূৰৰ কাছাৰেও আজি তেওঁলোকৰ দীৰ্ঘদিনীয়া নিৰ্লিপ্ততাৰ পিছত পুনৰ ভৈয়ামলৈকে— ভৈয়ামৰ বৰলুইতৰ পাৰলৈকে হাত মেলিলে পৰিত্ৰাণৰ কাৰণে চিঞৰিলে!

গতিকেই আহঁক; আজিৰ দিহপুৰেই—আজিৰ আপোনাৰ আৰু মোৰ—আমাৰ আটাইৰে দিহপুৰেই, আমাৰ সকলোৰে বাবে এটি সুস্থিৰ সুসংহত বাস্তৱৰ ভেটি ৰচনাৰ প্ৰয়াস কৰাৰ বাবে আমি আটায়ে দাবী জনাওহঁক; শুনাও আহ্বান। আনহাতে আমিও প্ৰত্যেকেই আমাৰ আটাইৰে সামৰ্থ্য অনুযায়ী দিছপুৰৰ সমুখৰ এই নতুন দায়িত্ব নতুন কৰ্ত্তব্যত পাৰ্য্যমানে বৰঙণি যোগাওহঁক।



শেহত আহঁক, আমাৰ আটাইৰে—আপোনাৰ আৰু মোৰ সকলোৰে, বহু দুখ—বহু দুৰ্দ্দশা, বহু ত্ৰুটী-বহু বিচ্যুতিৰ অন্তত পুনৰ, অদূৰ ভবিষ্যতৰ কোনো সোণালী সুদিনৰ প্ৰত্যাশাত আমাৰ একালৰ এনে যুগসন্ধিৰ মুহূৰ্ত্ততেই জাতিটোক সঞ্জীৱনী সুধা ঢালি জগাই তোলা লক্ষ্মীনাথৰ ভাষাতেই আজিও আকৌ এবাৰ গাই লওহঁক:

"বাজক ডবা বাজক শঙ্খ
বাজক মৃদঙ্গ খোল।
অসম আকৌ উন্নতি পথত
জয় আই অসম বোল॥"

[ বিঃ দ্ৰঃ—এই গ্ৰন্থৰ ৯৬ নং পৃষ্ঠাৰ পঞ্চম শাৰীৰ "উৰনা বনৰা, ধ্বজা প্ৰভৃতি আতৈ" বাক্যাংশটোৰ পৰা 'প্ৰভৃতি আতৈ' শব্দ দুটা ভুলক্ৰমে ৰৈ যোৱাত পাঠকৰ পঢ়াত অসুবিধা হব পাৰে বুলি, কথাষাৰ ইয়াতে উল্লেখ কৰি থলোঁ।]